

দত্তবৰুৱা এণ্ড কোম্পানীৰ কর্তৃত্বাধীনত
শ্ৰীমেদিনী চৌধুৰীৰ দ্বাৰা সম্পাদিত আৰু
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা প্ৰকাশিত

গল্পলোক চিৰিজৰ পঞ্চম গ্ৰন্থ ॥ ১৯৬৭
প্ৰথম প্ৰকাশ ॥ ১৯৬৮

মুদ্ৰণ
শ্ৰীগুৰু প্ৰেছ ॥ গুৱাহাটী-১১

মূল্য ॥ চাৰি টকা

# বছৰৰ গল্প ॥ ১৯৬৭

# অসুৰ

শ্ৰীভবেন্দ্ৰনাথ শইকীয়া

তিনি দিনৰ ভিতৰত গিদৱানী, খেম্‌কা, পুৰকায়স্থ, তেৱাৰী আৰু চৌধুৰী —এই পাঁচজন মাটিৰ গ্ৰাহকে ইন্দ্ৰ ৰাজবংশীক লগ ধৰিলে । তিনিদিনৰ আগতে ৰাজবংশীয়ে খবৰটো উলিয়াই দিছিল,—তেওঁ আধা কঠা মাটি বেচিব । তাৰ পাচৰ তিনি দিনত এই গ্ৰাহকসকল আহিছে, তেখেতসকলে মাটি চাইছে, আৰু নিজ নিজ সাধ্যমতে দামৰ কথা উল্লেখ কৰিছে । গিদৱানীয়ে দিছে চাৰে পাঁচ হাজাৰ, খেম্‌কাই বৰ বেচি সাত হাজাৰলৈকে যাব পাৰিব, পুৰকায়স্থই ছয়, চাৰে ছয়—এনে ধৰণৰ অনিশ্চিত মনোভাৱ এটা দেখুৱাইছে, তেৱাৰীয়ে—"ছহাজাৰত যদি দিয়ে, তেনেহ'লে মোৰ বাহিৰে কাকো নিদিব,—কথা ৰল"—বুলি কৈ গৈছে । ৰাজবংশীয়ে কাকো হা-না একো কোৱা নাই, কেৱল দামবোৰ মনে মনে জুকিয়াই গৈছে, আৰু মাটিডোখৰ কিনি কোনে কি কামত লগাব সেইটো সুধি গৈছে ; প্ৰত্যেকজনেই মাটিডোখৰত লৰালৰিকৈ একোটা ঘৰ সজাব, তাৰ পাচত গিদৱানীয়ে খুলিব যন্ত্ৰ-পাতিৰ সহায়ত কাপোৰ ধোৱা ব্যৱসায়, খেম্‌কাই খুলিব তেখেতৰ মটৰ-পাৰ্টচৰ মূল দোকানখনৰ এটা ব্ৰাঞ্চ, পুৰুকায়স্থই চীনা মাটি আৰু এলুমিনিয়ামৰ বাচন-বৰ্তনৰ দোকান এখন খুলিব আৰু পিচফালে নিজে থাকিবও, আৰু তেৱাৰীয়ে তেখেতৰ বিড়িৰ গুদাম আৰু কাৰখানাটো বৰ্তমানৰ অস্থায়ী ভাৰাঘৰৰপৰা ইয়ালৈ স্থায়ীভাৱে তুলি আনিব ।

কেৱল চৌধুৰীক—কিমান দাম দিব পাৰিব, মাটি ডোখৰ কিনি কি

কৰিব—এইবোৰ একো ৰাজবংশীয়ে সুধিবলৈ নহ'ল। চৌধুৰী অহা সময়টো বেয়া আছিল। অফিচৰপৰা ওলাই সেইদিনা ৰাজবংশীয়ে বাহিৰে বাহিৰে চেৰাপ ভাতীত সোমাই এপালি ঔষধ খাই আহিছিল। এপালি ঔষধ মানে এপোৱা দেশী মদ। ৰাজবংশীয়ে নিয়মীয়াকৈ মদ নাখায়; ঘৰত টান কাম কৰিবলগীয়া থকা, ঘৰত জঞ্জালৰ সন্মুখীন হোৱাৰ আশঙ্কা থকা, মনত দুখ লগা, হঠাতে আনন্দ লগা আৰু সেই অনুপাতে হাতত পইচা থকা, এনে ধৰণৰ অৱস্থা কিছুমানত ৰাজবংশীয়ে এপালি বা দুপালি, মানে এপোৱা বা আধাসেৰ দেশী মদ খায়। তেনেকুৱা দিনত ঘৰ সোমায়েই তেওঁ ঘৈণীয়েক সুৰবালাক কয়—"আজি এপালি খাই আহিছোঁ। একদম গণ্ডগোল নকৰিবা। উমাকো গণ্ডগোল কৰিবলৈ মনা কৰি দিয়া; শান্তিত থাকিব লাগিব, চব শান্তিত থাকিব লাগিব।"

গধূলিৰ অলপ আগে আগে পেটত পৰা ঔষধ পালিয়ে সাধাৰণতে গধূলিৰ অলপ পাচতে ৰাজবংশীক ৰাজোচিত মেজাজ এটা দিয়ে, আৰু সেইদিনা সেই সময়তে মাটিডোখৰৰ প্ৰতি আগ্ৰহ প্ৰকাশ কৰিবলৈ চৌধুৰী আহিছিল। চৌধুৰীয়ে কৈছিল, "বুইছা ইন্দ্ৰ, গ্ৰাহক বহুত পাবা। সেইবিলাকৰ তুলনাত মই অৱশ্যে বেচি দাম দিব নোৱাৰিব পাৰোঁ। সেইবোৰ হৈছে ডকা-হকা দি, জাল-জুৱাচুৰী কৰি পইচা অৰ্জা মানুহ। সিহঁতৰ পইচাৰ কি আকাল?"

ৰাজবংশীয়ে—বেৰত থৰ হৈ থকা জেঠী এটাৰ চাৰিও কাষৰ অঞ্চলটোত জেঠীটোৱে সদ্যহতে খাবলৈ পোক-পৰুৱা কিবা আছেনে নাই তাকে চাবলৈ চকু দুটা সৰু কৰি, কপাল থূপ খুৱাই আছিল—তাকে চাই থাকিয়েই ক'লে, "মোৰ পিছে পইচাৰ বৰ আকাল। নহ'লে মই মাটি নেবেচিলোঁৱেইহেঁতেন; পাৰিলে কিনিলোঁহেহেঁতেন।"

"সেই বুলি আৰু তুমি বাচ-বিচাৰ নকৰাকৈ যাকে-তাকে মাটি বেচিবানে?" মাটিৰ দালাল চৌধুৰীয়ে কথাত দালালী সুৰ মিহলাই ললে। "কেইটামান টকা বেচি পালা বুলিয়েই সেইবিলাক আও-ভাও নোপোৱা, আশৈ নোপোৱা বিদেশী মানুহক ঘৰ চপাই লবানে? মোৰ হিচাবত দুটকা কম পালেও নিজৰ জ্ঞাতি, বন্ধু, দেশী ভাইৰ লগত লেন-দেন কৰা ভাল।"

"কিহৰ জ্ঞাতি-বন্ধু হে?" ৰাজবংশীয়ে আচম্বিতে চিঞৰ মাৰি উঠিল। তেওঁ একে কোবেই চকীৰপৰা ভৰি দুখন নমাই পোন হৈ



বহিল। চৌধুৰী চঁক্‌খাই উঠিল। "কিহৰ জ্ঞাতি-বন্ধু? মোৰ কেৱল এখন তৰকাৰীৰে ভাত খাবলৈ মাহটোত বিশ-পঁচিশ টকা কম পৰে, কোনটো জ্ঞাতি, বন্ধু, দেশী ভাই, আও-ভাও পোৱা, আশৈ পোৱা মানুহে মোক মাহৰ শেষত বিশটা টকা দিয়ে? মোৰ সৌজনী গাভৰু ছোৱালীয়ে মাহৰ শেষত পাঁচ বাতি ছবাতি মিঠা আলু সিজোৱা খাই পৰি থাকে, কোনোবা জ্ঞাতি-বন্ধুৱে এটামান ফুটা কড়ি দিছেনে? সোধাচোন তাইক মাতি আনি। উমা, অই উমা!"—ৰাজবংশীয়ে তেওঁৰ কথাষাৰ মুখামুখিকৈ বিজাই দিবলৈ জীয়েকক চিঞৰিলে, জীয়েক যদি ওচৰৰ কোঠালীটোতে আছিলো চিঞৰ শুনি চাগৈ লৰালৰিকৈ আঁতৰি গ'ল।

"এ-স্, মইহে এতিয়া আও-ভাও নোপোৱা বিদেশী কেইটাক মই মোৰ নিজৰ টকা-পইচাৰ লোকচান ভৰি আগচি ধৰিব লাগে? বুইছা, মই যদি সিহঁতক মাটি নেবেচোঁ, সিহঁতে মাটি কৰবাত নহয় কৰবাত কিনিবই। মই সিহঁতক ৰাস্তাৰ কিনাৰত মাটি বেচিবলৈ ওলাইছোঁ, কিন্তু চাবা কোনোবাই সিহঁতক পাগাৰৰ চেপৰ মাটি বেচিব। আৰু সিহঁতক যদি আগচিবই লাগে তেনেহ'লে দেশখনত সোমাবলৈ নাপাওঁতেই, একেবাৰে সেই ত'তে নাগচা কিয়? সেইবোৰ ফাল্টু মাৰ্কা, উল্টা-পাল্টা কথা মোক নকবা বুইছা? আই উণ্ট্ লাইক্ ইট্।"

সেই তিনি দিন মাটিৰ গ্ৰাহকৰ আহ-যাহ চলিল, পাচৰ কেইদিনৰ এদিন আহিল কেইগৰাকীমান তিৰোতা,—চন্দ্ৰ উকীলৰ ঘৈণীয়েক, মাধবীৰ বুঢ়ীমাক, ৰম্ভা বুঢ়ী আৰু ফুল মাষ্টৰণী। তেখেতসকলে ৰাজবংশীক বুজালে—"চোৱা বোপা, তোমাৰ দেউতাৰাৰ জহতে এই অঞ্চলৰ গোপিনী-সকলে আজি ইমান দিনে একেলগ হৈ দুআষাৰ ধৰ্ম কথা শুনিবলৈ, দুটা শাস্ত্ৰৰ কথা আলোচনা কৰিবলৈ পাইছে। আমি নিতৌ তেখেতৰ নাম এবাৰ নহয় এবাৰ উলিয়াৱেঁই। নামঘৰটোৰ ওচৰে-পাজৰে মুকলি ঠাই বুলিবলৈ সেইকণহে আছে। বাপুদেউৰ কাৰণে জুপুৰি এটাৰ বন্দো-বস্ত হওক নহওক মূৰটো তুলি চকুহাল পোনাবলৈকে সেইকণ ঠাই লাগে। অকণমান হেৱা-বতাহ আহিবলৈও সেইটোৱেই যি ৰাস্তা, নহ'লেতো দেখিছাই চাৰিও ফালৰপৰা নামঘৰটো দোকানে-বজাৰে একেবাৰে চেপা মাৰি আনিছে। সেইকণ ঠায়ো তুমি বেচিবলৈ ওলাইছা বুলি শুনি আমাৰ গোপিনীসকলে বৰ দুখ পাইছে।"

ৰাজবংশীৰো যেন দুখ লাগিল; তেওঁ উদাস, অৰ্থহীন

দৃষ্টিৰে খোলা দুৱাৰখনেদি যিমান দূৰলৈ পাৰে চাই পঠিয়ালে।

ৰাজবংশীৰ দেউতাকৰ কাঠৰ ব্যৱসায় আছিল। কেনেকুৱা কাঠৰ ব্যৱসায় তেখেতে কৰিছিল, তাৰ চিনাকি এই ঘৰটোৰ কাঠবোৰতে সোমাই আছে। যেতিয়া এই ঘৰটো সজা হৈছিল, তেতিয়া ইন্দ্ৰ ৰাজবংশীয়ে আগফালৰ মুকলি প'টিক'ৰ চুকৰ খুটা এটা সাবট মাৰি ধৰি এটা হাতৰ আঙুলিৰ আগ ইটো হাতৰ আঙুলিৰে চুব নোৱাৰিছিল। তেওঁলোকৰ তিনিজন ভাই-ককায়ে এই ঘৰটোৰ ভিতৰত লুকা-ভাকু খেলোঁতে লুকুৱা দুজনক বিচাৰি- উলিয়াবলৈ বহুত সময় লাগিছিল। ৰৰঘুণীয়া বতৰত ঘৰটোৰ পিচ বাৰাণ্ডাতে ৰাজবংশীৰ মাকে কম দীঘৰ কাপোৰৰ বাটি কাঢ়িছিল। দেউতাকৰ টকা-পইচা কিমান আছিল ৰাজবংশীয়ে কব নোৱাৰে, কিন্তু তেখেতৰ মৃত্যুৰ আগলৈকে তিনিওজন ভাই-ককায়ে দেউতাকৰ টকা-পইচাৰ উত্তাপ অনুভৱ কৰিছিল। দেউতাকৰ শেষ বয়সত সেই উত্তাপে তেওঁলোক তিনিওজনকে অস্থিৰ আৰু অসংযত কৰি তুলিছিল। ব্যৱসায়ত সহায় কৰাৰ নামত অৰ্ধশিক্ষিত পুতেক কেইজনে দেউতাকৰ অৰ্থক্ষয়ৰ বাহিৰে একো কৰা নাছিল, আৰু শেষ সময়তো ডাঙৰ দুজনে তেখেতে বেলেগ বেলেগ ঠাইত প্ৰতিষ্ঠা কৰা ব্যৱসায় কেন্দ্ৰ আৰু মাটি-বাৰী-সম্পত্তি নিজৰ নিজৰ ভাগত পেলাই লৈ, নিজ নিজ পৰিয়াল লগত লৈ, মূল ঘৰখনৰপৰা ওলাই যোৱাৰ বাহিৰে একো কৰিব নোৱাৰিলে। সৰু ল'ৰা ইন্দ্ৰ ৰাজবংশীৰ ভাগত পৰিল এই ঘৰটো, দেউতাকৰ নগদ টকাখিনি আৰু বুঢ়া দেউতাক নিজে।

বুঢ়াই পুতেকহঁতৰ আচৰণত মনত কষ্ট পাইছিল ; গোটেই জীৱনটো হাবিয়ে-হাবিয়ে বুটলি অনা বিষবোৰ তেখেতৰ দেহাৰ গাঠিবোৰত থূপ খাইছিল ; আৰু এখন আহল-বহল বনচোম কাঠৰ চকীত বহি তেখেতে শেষ দিন কেইটাত সেইবোৰকে অনুভৱ কৰিছিল। ঘৰৰ সমুখৰ মুকলি ঠাইডোখৰলৈ তেখেতে প্ৰায়েই একেথৰে চাই আছিল, যেন পৃথিৱীৰ এটাইবোৰ হাবি-বননিৰপৰা বহু আঁতৰৰ কোনো এক মুকলি ঠাইৰ শূন্য শোভাই তেখেতক তন্ময় কৰিছিল। তাৰ পাচত এদিন, কিবা ভাবি বুঢ়াই সিদ্ধান্ত কৰিলে—সমুখৰ মুকলি ঠাইডোখৰৰ একাষে তেখেতে এটা নামঘৰ সজাব। তেখেতৰ নিজৰ অৱশ্যে ধৰ্ম কৰাৰ সময় নাই, তথাপি ঘৰটো থাকিব, ওচৰ-চুবুৰীয়া কাৰোবাৰ যদি কেতিয়াবা মন যায়—এখন্তেক বহিবহি পাৰিব।



বুঢ়া থাকোঁতেই নামঘৰটো সম্পূৰ্ণ হ'ল। তিনিফাল মুকলি, পকা ভেঁটিৰ টিনৰ ঘৰ, সমুখৰ ফালটো আধা বেৰা, কেৱল থাপনাৰ ঠাইডোখৰ সম্পূৰ্ণকৈ বেৰা। বুঢ়াই নিজে দেখি গ'ল আবেলি আবেলি ওচৰৰ বয়সীয়া তিৰোতাসকলে থাপনাৰ ওচৰত বন্তি এগছ জ্বলাই নাম ধৰে।

নামঘৰটোৰ কাষত আধা কঁঠাতকৈ অলপ বেচি মাটি মুকলি হৈ থাকিল, দেউতাকে থৈ যোৱা পইচাখিনিৰে কাঠৰ ব্যৱসায় কৰিব বুলি ৰাজবংশীয়ে তাতে এখন চালি দি বাতাম, তক্তা এসোপা গোটাই ললে। দেউতাকৰ পইচাখিনি এসময়ত ঢুকাল, তাৰ পাচতো ব্যৱসায়টোৰপৰা তেওঁ কোনোমতে চলি আছিল, কিন্তু তেওঁৰ ল'ৰা দুটা, ৰামগোপাল আৰু হৰকুমাৰ, আৰু কনিষ্ঠ সন্তান উমা ডাঙৰ হৈ অহাৰ লগে লগে ব্যৱসায়টোৰে উশাহ নোপোৱা হৈ আহিল। শেষত এদিন চালিখনৰ তল উদং হৈ গ'ল ; ৰাজবংশীৰ চালিখনৰ টিনপাত কেইচলা এটা বেপাৰীক বেচি দিলে, আৰু কাঠ-বাতামৰ অৱশিষ্টখিনি লাহে লাহে পাগঘৰৰ চৌকাত লুকাই গ'ল।

ৰামগোপাল আৰু হৰকুমাৰৰ পঢ়া-শুনা বৰ বেচি একো নহ'ল। এসময়ত ৰামগোপাল ফৰেষ্ট গাৰ্ড হৈ ক'ৰবাৰ জঙ্গললৈ গুচি গ'ল। পাচত সি এজনী নেপালী ছোৱালী বিয়া কৰোৱাৰ খবৰ এটা আহিল। হৰকুমাৰৰ বহুত দিনৰেপৰা ফিলিমত উঠাৰ চখ হৈছিল, এদিন সিও ঘৰৰপৰা ওলাই বহুদূৰ পালেগৈ। মাজতে সি সেই ফিলিমৰ ৰাজ্যৰ চাহৰ দোকান এখনত কাম কৰে বুলি খবৰ এটা আহিছিল, তাৰ পাচত আৰু কোনো চিঠি-পত্ৰ নাই। উমাই ঘৰতে থাকি পঢ়া-শুনা কৰিছিল। ৰামগোপালে তাইৰ পঢ়াৰ খৰচ দি থকাৰ কথা আছিল, কিন্তু পিচলৈ সি তাপ মাৰিলে। উমাই মেট্ৰিক পৰীক্ষা ফেল কৰিলে, তাৰ পাচত তাই মনে মনে ঘৰতে বহি থাকিল।

তেনেকুৱা সময়ত এদিন ৰাজবংশীয়ে সন্ধিয়া দুপালি খাই আহি ঘৈণীয়েক সুৰবালাক কৈছিল, "মই মৰিলে,—খবৰদাৰ,—কাকো মোৰ দেহাটো চুবলৈ নিদিবা। তোমালোক দুইজনীয়ে চোঁচৰাই নি পিচফালে পুতি থৈ দিবা। মই জীয়াই থাকোঁতে তো কথাই নাই, মই মৰাৰ পাচতো যদি সিহঁত দুটাই এই ঘৰৰ মজিয়াত ভৰি দিয়েহি, তেনে-হ'লে চাই থাকিবা—মই পিচফালৰ গাঁতৰপৰা উঠি আহি সিহঁতৰ নেলু চেপি ধৰিম।"

সুৰবালা আৰু উমাই বেলেগ বেলেগ ফালে চাই মনে মনে আছিল ; অলপ পাচতে দুইজনীৰে কাৰণে কোঠালীটোলৈ যেন ঘন কুঁৱলী সোমাই আহিছিল । দুয়োজনীয়ে ইজনীয়ে সিজনীক নেদেখাকৈ বাহুত মুখ ঘঁহাই নাক আৰু চকুৰ পানী মচিছিল ।

কিন্তু তিনিখন মুখৰ কাৰণেতো কিবা এটা কৰিব লাগিল ! ৰাজবংশীয়ে আধা বয়সত চৰকাৰী বাচৰ অফিচত চাকৰিত সোমাল । কণ্ডাক্টৰৰ চাকৰি । বহুত দিন চলিল সেই চাকৰি, পিছে লাহে লাহে বাচৰ হেন্দোলনি বেচি হৈ আহিল, ড্ৰাইভাৰহঁতৰ হাতত মটৰৰ গতি বেচি হৈ আহিল, ৰাজবংশীতকৈ পেছেঞ্জাৰৰ তৰ্ক কৰাৰ শক্তি বেচি হৈ আহিল, —গতিকে এদিন কৰ্মকৰ্তাসকলে ৰাজবংশীৰ অনুৰোধ মঞ্জুৰ কৰি তেওঁক অফিচতে বহি বহি হিচাব কৰাৰ কামত লগাই দিলে । ইয়াৰ মাজতে চল-বুধি কৰি ৰাজবংশীয়ে তিনিটা বাকচহেন পাণ-তামোল-বিড়ি-চিগাৰেটৰ দোকানঘৰ সজালে, আৰু নামঘৰটোৰ সমুখত, বাটৰ কাষে কাষে ঘৰকেইটা পাতি প্ৰতিটোৰ কাৰণে মাহে দহ টকাকৈ লৈ তিনিটা দোকানীক ভাৰা দিলে । সেই সময়তে দুগৰাকীমান বুঢ়ীয়ে ৰাজবংশীক কৈছিল—"তুমি দোকান কেইখন একেবাৰে নামঘৰটোৰ আগতে বহুৱালা, কোনোমতে ওলোৱা-সোমোৱা বাটটোহে বল ।"

ৰাজবংশীয়ে হাঁহি এটা মাৰি সচা কথাষাৰ অইনফালে ৰাবলৈ চেষ্টা কৰিছিল, "হওক দিয়ক আই, আপোনালোকে বহে থাপনাৰ ফালে মুখ কৰি বাটৰ ফালে পিঠি দি । মই বাটৰ ফালটো বন্ধ কৰি দিছোঁ, ভালহে কৰিছোঁ, আপোনালোকক বাটৰ মানুহে নেদেখা হৈছে !"

ৰাজবংশীৰ অৱশ্যে উপায়ো নাছিল । বাটলৈকে মুকলি হৈ থকা আধা কঠা মাটিৰ কাষে কাষে আৰু তিনিখন দোকান বহুৱাৰ কথা তেওঁ ভাবি আছে, কিন্তু ঘৰকেইটা সজাব পৰা নাই । আৰু এটা কথা— নামঘৰ বুলিলে আশে-পাশে বহুত মুকলি ঠাই থাকিব লাগে, কিন্তু এইডোখৰ ঠাইত সেইটো কেনেকৈ হব ? এইডোখৰ হৈছে ব্যৱসায়ৰ অঞ্চল । গোটেই অঞ্চলটো দোকানেৰে গিজ খাই আছে । সমুখত চকী-মেজৰ দোকান, কাঁহী-বাতিৰ দোকান, চাহৰ দোকান, জোতাৰ দোকান, ঔষধৰ দোকান ; আৰু এই পাৰে হ'ল প্ৰায়বোৰেই লোহা-লক্কৰৰ দোকান, নামঘৰটোৰ কাষতে সেইটো তিনি মহলীয়া ঘৰ উঠিল, তাৰ তলৰ মহলাত খুলিলে এখন মাটিৰ তলৰপৰা পানী তোলা যন্ত্ৰৰ দোকান । মুকলি



মাটিডোখৰৰ কাষৰটো মটৰৰ কাৰখানা ; সেই কাৰখানাৰ মানুহবোৰে আকৌ ঠাই নহ'লে কেতিয়াবা একোখন প্ৰকাণ্ড ট্ৰাক বা বাচ ৰাজবংশীৰ মুকলি মাটিডোখৰত থৈ দিয়ে । ৰাজবংশীয়ে এই ঘটনাটোত আপত্তি কৰে ; ঠাইডোখৰ মটৰৰ চকাৰ তলিত পৰি নষ্ট হয়, মবিল পৰি ক'লা হয় ; আৰু ডাঙৰ কথা হৈছে—নামঘৰলৈ অহা দূৰৰ বুঢ়ীসকলে লগত একোজনী সৰু ছোৱালী সাৱথি কৰি আনে, আৰু কেইবাজনীও সাৱথি লগ লাগি সেই ঠাইকণতে খেলে ।

এই আধা কঠা মাটি ৰাজবংশীয়ে বেচিব । সেই খবৰটো পাই প্ৰথম তিনিদিন আহিল গ্ৰাহকসকল, তাৰ পাচত আহিছে এয়া আইসকল । অকণমান মুকলি হেৰা-বতাহ পাবলৈ, মূৰটো তুলি চকুহাল পোনাবলৈ এইকণ মুকলি ঠাই তেখেতসকলক লাগে ।

ৰাজবংশীয়ে অলপ সময় উদাস, অৰ্থহীন দৃষ্টিৰে বাহিৰলৈ চাই বহি বল ; তাৰ পাচত তেওঁ লাহে লাহে ক'লে, "মই কথাবোৰ বুজোঁ আই । মোৰ আচলতে এনেকুৱা লাগে যে, দেউতাই যি পাৰে কৰি গ'ল, মই এতিয়া নামঘৰটোৰ লগতে মণিকূট এটা সজাই দিওঁ, চাৰিওফাল মুকলি কৰি কদম পুলি এশাৰী ৰোৱাই দিওঁ, পাণ দোকান কেইখনৰ ঠাইত বাটচ'ৰা এটা সজাই দিওঁ । কিন্তু আইসকল, মই কদম পুলি ৰোৱাম কি, পিচফালৰ লেচু গছজোপাৰ ডাল কাটি ফালি নললে চাউল-কেইটা সিজাবলৈ খৰি এপোলা যোগাৰ কৰিব নোৱাৰোঁ । মোৰ আপোনা-লোকৰ আগত লুকুৱাবলৈ একো নাই । সদায় আবেলি আপোনালোকে মোৰ ছোৱালীজনী দেখিছে, আপোনালোকৰ চকুৰ আগতে তাই ডাঙৰ হৈছে । মাকে হিচাব দিছে তাইৰ বয়স এতিয়া তেইশ বছৰ হ'ল । মই যদি যি কোনো উপায়ে তাইৰ এটা গতি নলগাওঁ, তেনে-হলে মোক পাপে নুচুব জানো ? এইবোৰকে ভাবি-চিন্তি মই ঠিক কৰিছোঁ—মাটিডোখৰ বেচোঁ, বেচি যি পাওঁ তাৰে মই ছোৱালীজনীক উলিয়াই দিওঁ । যি দুপইচা বাকী থাকে, তাকো তাইৰ লগতে দিম, আমাৰ নিচিনাকৈ চকুৰ পানী নাকৰ পানী মচি মচি যাতে তাই তাত খাবলগীয়া নহয় । পিচলৈ কি হব সেইটো তাইৰ কপালে জানে । বিশ্বাস কৰক আইসকল, মই মাছ-ভাত খাবলৈ মাটিডোখৰ বেচিব খোজা নাই ।"

ৰম্ভা বুঢ়ীয়ে ক'লে, "হওঁতে কথাটো হয় । আমাৰ গোপিনীসকলে

আকৌ ভাবি আছিল—তোমাক সুধি-মেলি সেইডোখৰ ঠাইতে আমি বাপু-দেউৰ কাৰণে সৰুকৈ খেৰ-বাঁহৰে ঘৰ এটা সজাম, বাকী ডোখৰ ঠাই থাকিব মুকলি হৈ।"

মাধবীৰ বুঢ়ীমাকে ক'লে, "পিছে এটা কথা বোপা ; ছোৱালীকণ পৃথিৱীলৈ আহিল যেতিয়া, মহাপ্ৰভুৱে তাইৰ কপালত নিশ্চয় কিবা লিখি থৈছে, আৰু তুমি আমি যিমান চেষ্টা নকৰোঁ, সেই লিখনমতেহে কাম হব। মাটি বেচা পইচাৰে তুমি তাইৰ কপালৰ লিখন সলাব নোৱাৰা। সেইকাৰণে কৈছোঁ, মাটিডোখৰ তুমি নেবেচিবা। গোপিনীসকলৰ সুবিধাৰ কাৰণে তাত বাপুদেউৰ ঘৰটোকে সাজিবলৈ দিয়া। দেউতাৰাৰ লগতে তোমাৰো নাম হব।"

চন্দ্ৰ উকীলৰ ঘৈণীয়েকে ক'লে, "আৰু গোপিনীৰ আশীৰ্বাদনো অথলে যাবনে? আমি তোমাৰ ছোৱালীৰ নামত সদায় একো জোলোকা আশীৰ্বাদ দিম দিয়া।"

সেইদিনা গধূলি ৰাজবংশীয়ে এপালি খাই পোনে পোনে ঘৰলৈ উভতিল। ঘৰ সোমায়েই তেওঁ সুৰবালাক ক'লে, "হোঃ, আশীৰ্বাদ দিব! তেওঁলোকৰ আশীৰ্বাদলৈহে মোৰ ছোৱালীৰ কপালখনে বাট চাই আছে! কাৰ ঘৰত কি হ'ল, কাৰ ঘৰৰ বোৱাৰীয়ে বাহী গাই পাগঘৰত সোমাল, কাৰ ঘৰৰ ছোৱালীয়ে কাৰ ঘৰৰ ল'ৰাৰ লগত ফুচুফুচীয়া মেল পাতিলে, কাৰ ঘৰত কোনে এমুঠি দাইলতে এচৰু পানী দি খালে, সেইসোপা মেল চৰ্চা কৰিবলৈ লগ নাই কাৰণে নামঘৰলৈ আহিব ; সেইসোপা মেল মাৰি থাকোঁতেই বন্তিৰ তেল পুৰি শেষ হৈ শলিতা এঙাৰ হব, আৰু তেওঁলোকে আশীৰ্বাদ দি মোৰ ছোৱালীক উদ্ধাৰ কৰিব!" তাৰ পাচত ৰাজবংশীয়ে ডিঙিৰ মাত আৰু এখোপ ওপৰলৈ তুলিলে, "নিজৰ নিজৰ ঘৰত, চৰকাৰী ৰাস্তাত যেয়ে যি কৰে কৰি থাকক ; কিন্তু এই নামঘৰৰ মজিয়াখন এনেকৈ লেতেৰা কৰি মোৰ ঘৰৰ চৌহদটোকে তেওঁলোকে পাপত লেটিয়ালে বুইছা? মোৰ চৌহদৰ ভিতৰৰ এইবোৰ পাপৰ কাৰণেই আজি মোৰ উন্নতি নহ'ল। আৰু দেউতাৰ আশীৰ্বাদকণ নথকা হ'লেতো ইমান দিনে মোৰ ভেঁটিয়েই উচন হ'লহেঁতেন। মোৰ সৰ্বনাশ হ'লহেঁতেন।"

সুৰবালাই চেপা মাতেৰে ক'লে, "এহ্ মনে মনে থাকক। কোনোবাই শুনিব লাগিলেহে সৰ্বনাশ হব।"

"কি ডাল সৰ্বনাশ হবহে? তেওঁলোকে মোক সৰ্বনাশ হব নোৱৰাকৈ



ঢোকা দি ৰাখিছেনে কি? অই উমা, এইফালে আহ। তয়ো সেইবোৰ মেলত যোগ দিয় নেকি?"

উমাই লাহেকৈ ক'লে, "নিদিওঁ।"

"ওঁ, খবৰদাৰ, যাবি, যেতিয়ালৈকে ভাল কথা ওলাই থাকে, তেতিয়ালৈকে থাকিবি, আৰু সেইবোৰ কথা ওলালেই চিধা ঘৰলৈ গুচি আহিবি। আৰু শুনিছা, তুমিও। শুনিছানে নাই?"

"শুনিছোঁ।" সুৰবালাই ক'লে।

"ওঁ, আধা গুটীয়া মাহ-চাউল আৰু তিনি ডোখৰ কৰা কলটুকুৰা খাবলৈ পৰচৰ্চা কৰি বহি থাকিব নালাগে। শুনিছ?"

"শুনিছোঁ"—এইবাৰ উমাই শলাগিলে।

উমাহঁত নামঘৰলৈ যায় ; সেই কাৰণে সিহঁতে জানে—দেউতাকৰ কথাবোৰ মিছা নহয়। বহুত কথা অৱশ্যে সুৰবালাৰ মুখৰপৰাই ৰাজ-বংশীয়ে শুনে। বাপুদেৱে পুথিৰ অধ্যায়টো পঢ়ি শেষ কৰি কথাবোৰ এবাৰ বুজায়, "বসুদেৱে কেঁচুৱা কোলাত লৈ গৈ আছে, গৈ আছে—এনেতে দেখিলে সমুখত", আৰু সেই সময়ত চন্দ্ৰ উকীলৰ ঘৈণীয়েক হয়তো গৈ গৈ ৰমানন্দ হাকিমৰ ঘৰ পায়গৈ, "মইতো শুনিয়েই বিষ্ণু বিষ্ণু কৰিলোঁ বুইছে? নিজৰ ঘৈণীয়েকজনীক বিশ্বাস নকৰি মানুহটোৱে ইৰ ৰুমটোত তলা মাৰি থয়! মানুহনো এনে হব লাগেনে?"

উমাই কথাবোৰ শুনো বুলি নুশুনে, তথাপি কথাবোৰ তাইৰ কাণত পৰে। কথাবোৰ শুনিবলৈ অৱশ্যে তাইৰ বেয়াও নালাগে, কিন্তু এইবোৰ কথাত ভাগ লবলৈ তাইৰ কোনো উপায় নাই। যিবোৰ মানুহৰ কথা আইসকলে উলিয়ায়, সেইবোৰ মানুহৰ সৰহভাগকে তাই চিনি নাপায়। আইসকলৰ কথাৰ মাজত মাত মাতিবলৈ তাইৰ মাতটোৱেই কাৰো লগত খাপ নাখায়। তথাপি উমা প্ৰায় সদায় নামলৈ যায়। বাপুদেউৰ কথাবোৰ তাইৰ বৰ ভাল লাগে। মানুহজনে বৰ শুৱলা সুৰেৰে পুথি পঢ়ে, কথাবোৰ পাচত বৰ সুন্দৰকৈ বুজাই দিয়ে। উমাৰ অনবৰত শুনি থাকিবৰ মন যায়। কেইগৰাকীমান বুঢ়ীয়ে কেতিয়াবা "আজিলৈ সামৰিব লাগে আৰু, বতৰটোও ভাল নহয়।"—বুলি পুথিপঢ়া বন্ধ কৰি দিয়ে। উমাৰ তেতিয়া বৰ বেয়া লাগে।

চন্দ্ৰ উকীলৰ ঘৈণীয়েক, মাধবীৰ বুঢ়ীমাক আদি এইসকলে ৰাজবংশীক লগ ধৰি যোৱাৰ পিচদিনা নামঘৰত আকৌ উমাক বেঢ়ি ধৰিলে,—তইনো

ইমান চিন্তা কৰিছ কিয় অ' আই ? তোৰ নামটোও হ'ল উমা ; উমাই কিমান তপস্যা কৰিবলগীয়া হৈছিল, তই নাজান হবলা ? হেৰা বাপু, দিবাচোন এদিন এইক সেইটো অধ্যায় বুজাই ।

বাপুদেৱে হাঁহি হাঁহি ক'লে, "দিম বাৰু ।"

উমাৰ কাণ দুখন গৰম গৰম লাগিল । তাই তলমূৰ কৰিলে ।

আইসকলে তাইক বুজালে, তাই যেন দেউতাকক ধৰি-মেলি মাটি-ডোখৰ বেচাটো বন্ধ কৰে ।

মাটিডোখৰৰ কথাটো ওলালেই উমাৰ বৰ অস্বস্তি লাগে । তাইক পোনে পোনে কোৱাৰ কথাটো বেলেগেই, মাক-দেউতাকে, নাইবা দেউতাকে অইন মানুহৰ আগত মাটিডোখৰৰ কথা পাতিলেও তাইৰ অস্বস্তি লাগে । মেট্ৰিক পৰীক্ষা দিয়াৰ পাচত এই সাত বছৰ কাল তাই এই প্ৰকাণ্ড ঘৰটোত নিবৰে কটাই দিছে । কাম নাই, বন নাই, মাত নাই, কথা নাই ;—তাইৰ বৰ আমনি লাগিছে । প্ৰকাণ্ড ঘৰটোৰ খালী কোঠালীবোৰে তাইৰ মনটো বৰ উৰুঙা কৰি ৰাখিছে । মনত পৰাৰেপৰা তাই এইটো ঘৰৰ মজিয়া সাৰিছে ; আজি-কালি তাই ঘৰটো দিনে দুবাৰকৈ সৰা কৰিছে, আৰু যিমানে সাৰিছে সিমানে যেন ঘৰটোৰ মজিয়াবোৰ বহল হৈ গৈ আছে ; ঘৰটো বেচি উকা হৈ গৈ আছে । কেতিয়াবা তাইৰ বিৰক্তি লাগে । বেবৰ, চিলিঙৰ মাটি খহি দ'ম হৈ থাকিলেও, মকৰাজাল কোঠালীৰ মাজ পালেহিও—তাইৰ একো কৰিবৰ মন নাযায় । এই বিলাকবেই ঘৰটো ভৰে যদি ভৰক । কিন্তু তাই কিবা-কিবি এটা কৰিওতো থাকিব লাগিব ! গতিকে আকৌ সেই শোতা-বাঢ়নী, পানীৰ চৰিয়া, ফটা-কানিৰ সোপা ! ঘৰটোৰ খুটাবিলাকৰ গুৰিৰ পকাবিলাক চাৰিওফালে অকণ অকণ আঁতৰি একোটা ঘূৰণীয়া ফাঁক হৈছে, তাৰ চেপত পৰুৱা হৈছে ; উমাই যতনে সেই চেপবিলাকেদি পানী ঢালি দিয়ে ; কি ঠিক পৰুৱাবিলাকে কিজানি তলত একোটা ধোন্দ্ কৰিছে ! কেতিয়াবা পানী ঢালি দিয়াৰ লগে লগে ক'লা ক'লা চট্ফটা পৰুৱা কিছুমানে মুখত একোটা বগা বগা কণী লৈ ওলাই আহে ; উমাই জুপুকা মাৰি বহি সিহঁতকে চাই থাকে ।

উমাৰ আমনি লাগিছে । তাইক কোনোবাই কিবা উপায়েৰে ব্যস্ত কৰি পেলালে তাইৰ বৰ ভাল পাব । তাইৰ একালৰ লগৰ ছোৱালী মাকৰ ঘৰলৈ আহিলেও বৰ ব্যস্তভাৱে বাটেদি যায় । তেতিয়া তাই



প'ৰ্টিক'ৰ চুকৰ শকত খুটা এটাৰ আঁৰত আঁৰ হৈ থাকিব পাৰিছে বুলি ভাবি থাকে । তেনেকুৱা এটা ব্যস্ততা তাইৰো হ'লে বৰ ভাল হয় । কিন্তু তাইৰ বিয়াৰ কাৰণে যেতিয়া বাৰে বাৰে ঘৰখনত, নামঘৰত মাটি আধা কঠাৰ কথা ওলায়, তেতিয়া তাইৰ বৰ অস্বস্তি লাগে ; কেতিয়াবা অকণমান পাতল আনন্দই তাইক লাজ দিয়ে, কেতিয়াবা এটা যন্ত্ৰণাই তাইক আবৰি ধৰে ।

মাজতে এবাৰ খেমকাই মাটি ডোখৰৰ খবৰ কৰি গ'ল । ৰাজবংশীয়ে ক'লে,—তেওঁ এতিয়াও কাকো একো কথা দিয়া নাই,—এসপ্তাহমানৰ ভিতৰতে তেওঁ নিজে খেমকাক খবৰ দিবগৈ । খেমকাই ক'লে,—তেওঁ এমাহমানৰ কাৰণে দেশলৈ যাব, উভতি আহিয়েই মাটি ডোখৰ কিনি পেলাব । গতিকে দৰকাৰ হ'লে এহেজাৰমান টকা এড্ভান্স—

নালাগে নালাগে । ৰাজবংশীক এড্ভান্স নালাগে । এনেয়ে পইচা-খিনি নষ্ট হব । কথাটো ভালেই হৈছে, এই এমাহৰ ভিতৰতে তেওঁ যেনে তেনে উমাৰ কাৰণে ল'ৰা এটা বিচাৰ কৰি উলিয়াব । কিন্তু ইতিমধ্যে যদি বিশেষ দৰকাৰত পৰি অইন কাৰোবাক মাটিডোখৰ বেচি দিবলগীয়া হয়, তেনেহ'লে যেন খেমকাই বেয়া নাপায় ।

"নাপাওঁ নাপাওঁ, কিয় বেয়া পাম ?" বুলি খেমকা গুচি গ'ল ।

তাৰ দুদিনৰ পাচত কেইগৰাকীমান গণ্যমান্য লোক ৰাজবংশীৰ প'ৰ্টিক'ত থিয় হ'লহি । চন্দ্ৰ উকীল, মাধবীৰ দেউতাক, বিপিন ঠিকাদাৰ, ৰুদ্ৰ তালুকদাৰ—এখেতসকল । এখেতসকলে ৰাজবংশীক কথাটো এইবাৰ ভালকৈ বুজাই ক'লে,—আপুনি নিজেই মন কৰিছে, চাৰিওফালে ব্যৱসায়, ব্যৱসায়, ব্যৱসায়, কেৱল টকা টকা টকা । মানুহে শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ এডোখৰ ঠাই নোপোৱা হ'ল । তথাপি চেপাত সোমাই এইকণ ঠাই আছেগৈ, আমাৰ সকলোৱে ঘৰৰ আই, মাহী, পেহী, খুড়ীহঁতে নামঘৰ বুলি কথাষাৰ উচ্চাৰণ কৰিব পাৰিছে । আমিও যিমান পাৰোঁ আঁৰত থাকিয়েই সহায় কৰিছোঁ, এই ধৰক বন্তিৰ তেলকণ, মাহ-প্ৰসাদৰ খৰচটো, বাপুৰ দক্ষিণাৰ পইচাকেইটা । পিছে আজি কিছুদিনৰপৰা এওঁলোকে কোৱা-কুই কৰি আছে যে ইতিমধ্যে মানুহো সৰহ হ'ল, নামঘৰটোৰ নাম-প্ৰসঙ্গ ইত্যাদিয়ে এটা গঢ় লৈছে—মানে কথাবোৰ চিজিললৈ আহিছে ; কেৱল এই বাপুৰ ভাল ব্যৱস্থা এটা কৰি দিব নোৱাৰাৰ কাৰণে অসুবিধা হৈছে । তেওঁ থাকে সাত মাইল দূৰত, স্কুল

কৰে ইয়াত ; স্কুলৰ পাচত চাইকেল মাৰি ঘৰলৈ গৈ গা-পা ধুই আকৌ সাত মাইল চাইকেল মাৰি এইখিনি পায়হি মানে কাৰোবাৰ কাৰোবাৰ ঘৰলৈ উভতিবৰে হয়। হৰও দিয়কচোন, ঘৰৰ লেঠা নো কাৰ নাই ? কেইবাগৰাকী বুঢ়ীয়ে আকৌ বাতিৰ সাজহে খায়, তাকো নিজে ৰান্ধি খায়। এইবোৰ কথা শুনি আমিও ওচৰ চাপি আহিছিলোঁ, চান্দাও তুলিলোঁ দুশমান টকা ; ভাবিছিলোঁ আৰু দুশমান টকা তুলি একেবাৰে আপোনাৰ ওচৰলৈ আহিম, মাটিডোখৰৰ পাঁমিছুন লম, তাৰ পাচত বাপুৰ কাৰণে সৰুকৈ ঘৰ এটা সজাম। আমি সিফালে কৰিছোঁ সেইবোৰ আয়োজন, ইফালে বোলে আপুনি মাটিডোখৰ বেচিবলৈ ওলাইছে। তাকে শুনি আমি লৰি আহিছোঁ।

মূল বুৰঞ্জী শেষ কৰি মানুহ কেইগৰাকীয়ে ৰাজবংশীক নামঘৰৰ কাষৰ মাটিডোখৰ বেচাটো কিমান অসুবিধাৰ কথা সেইটো বুজাই দিলে। বিজিনেছমেনবিলাক সাংঘাতিক টেঙৰ, সিহঁতে মাটি কিনিব আধা কঠা, পাচত দেখিবা বেবখন উঠাব নামঘৰৰ গাতে, তোমাৰ ওলোৱা-সোমোৱা কৰা বাটটোৰ মাটিকণ এৰি দিওঁতেও দেখিবা এশটামান হুজুতি। আৰু সিহঁতে কিহৰবা বিজিনেছ কৰে তাৰ কি ঠিক। এই ধৰি লোৱা সিহঁতে চামৰাৰ বিজিনেছ আৰম্ভ কৰিলে, তুমিয়েই বাৰু কথাটো ভাল পাবানে ? তাতকৈ দেউতাৰাৰ, তোমালোক সকলোৰে নামটো থাকক দিয়াচোন। সেইফালে একাষৰীয়াকৈ বাপুৰ ঘৰটো সজালোঁ, তোমালোকৰো একো অসুবিধা নহ'ল, ইফালে ৰাইজৰো বহুত সুবিধা হ'ল। প্ৰায়বোৰ নামঘৰৰ লগতে বাপুদেউৰ থকাৰ বন্দোৱস্ত এটাও থাকেই। তোমাৰ দেউতাৰাই, আৰু অলপদিন থকা হ'লে, কিজানি সেইটো কামো সম্পূৰ্ণ কৰি থৈ গ'লহেঁতেন। আৰু এইখিনিত বাপুদেউ থাকিলে তোমালোকৰ অসুবিধা হব জানো ? তেওঁকতো তোমালোকে দেখিয়েই আছা—সুন্দৰ মানুহ, ৰব ভাল মানুহ—।

"নহয় নহয়, বাপুদেউ থকাৰ কাৰণে আমাৰ একো অসুবিধা নহয়।" —এইটো কথাত সহজে সন্মত হব পাৰি কাৰণে ৰাজবংশীয়ে বহুত পৰৰ মূৰত কথা এষাৰ ক'লে। বাপুদেউ সচাকৈয়ে ভাল মানুহ। তেওঁৰ সুন্দৰ স্বাস্থ্য, সুন্দৰ চেহেৰা, বয়স প্ৰায় ত্ৰিশ বছৰ ; ভাল স্বাস্থ্যৰ কাৰণেই হবলা, গাল-মুখ ৰঙচুৱা হৈ থাকে। তেওঁৰ নাম অনন্ত। চহৰৰ সৰস্বতী স্কুলত তেওঁ মাষ্টৰ কাম কৰে, তলৰ শ্ৰেণী দুটাত সংস্কৃত পঢ়ায়।



তেওঁৰ মাক-দেউতাক, আত্মীয়-স্বজন কোনো নাই। নাম-কীৰ্তন কৰি তেওঁ বহুদিন বহু ঠাই ঘূৰিলে, এতিয়া ইয়াতহে কেৱল নিগাজীকৈ থাকিবলৈ লৈছে। ৰাজবংশীয়ে তেওঁৰ লগত কথা-বতৰাও পাতিছে বহুত দিন। কিবা অসুবিধাত সুৰবালা বা উমা নামলৈ যাব নোৱাৰিলে অনন্তই নামৰ শেষত প্ৰায়েই প্ৰসাদ অলপমান লৈ ৰাজবংশীৰ ঘৰলৈ যায়। ৰাজবংশী ঘৰত নাথাকিলেও তেওঁ সুৰবালা আৰু উমাৰ লগত কিছু সময় কথা পাতে আৰু ৰাতি বেচি হোৱাৰ আগতে চাইকেল মাৰি চহৰৰ বাহিৰৰ অকলশৰীয়া জুপুৰিটোলৈ যায়গৈ।

ৰাজবংশীয়ে মানুহ কেইগৰাকীক—"মোক দুদিনমান সময় দিয়ক, মই ভাবি চাওঁ"—বুলি বিদায় দিলে আৰু সেইদিনাই উমাক ক'লে, "বাপুদেউক কৰিচোন আজি গধূলি আমাৰ ঘৰলৈ আহিবলৈ ; মোৰ অলপ কথা আছে।"

উমাই উৎসুক হৈ দেউতাকৰ চকুলৈ চালে। দেউতাকৰ বাপুদেউৰ লগত কি কথা থাকিব পাৰে, তাই ভাৰি উলিয়াবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। কথাটো কিন্তু তাই ভাল পালে। উমাই তপস্যা কৰাৰ অধ্যায়টো তেওঁৰ মুখৰপৰা শুনিবলৈ তাইৰ বৰ হেঁপাহ হৈ আছিল ; আজি যদি সুবিধা হয়, দেউতাকৰ কথা শেষ হোৱাৰ পাচত তাই বাপুদেউক কবলৈ কব।

সন্ধিয়া অলপ পলমকৈ, এপালি খাই ৰাজবংশী ঘৰলৈ উভতিল। অনন্ত আগৰেপৰা বহি আছিল। তেওঁক দেখিয়েই ৰাজবংশীয়ে হাঁহিবলৈ আৰম্ভ কৰিলে। লাহে লাহে তেওঁৰ হাঁহিটো ডাঙৰ হৈ গ'ল ; কথা নাই, বতৰা নাই—তেওঁ কেৱল হাঁহিয়েই আছে, হাঁহিয়েই আছে, —এই হাঁহিৰ যেন শেষ নাই। অনন্তই আঁৰ চকুৰে এবাৰ তেওঁলৈ চাই মিচিক-মিচকিকৈ হাঁহিবলৈ ধৰিলে। মানুহজনক অনন্তই বৰ ভালকৈ চিনি পায়। উমাৰ মুখত তেওঁৰ কথা অনন্তই বহুত শুনিছে, আৰু যিটো গতিত উমাই কবলৈ আৰম্ভ কৰিছে, কিছু দিনৰ ভিতৰতে কিজানি তেওঁ মানুহজনৰ বিষয়ে প্ৰায় সকলো কথাই শুনা শেষ কৰিব !

হাঁহোতে হাঁহোতে ৰাজবংশীৰ চকুপানী ওলাই গ'ল। চোলাৰে চকুপানী মচি, ডোখৰ ডোখৰকৈ হাঁহি, তাৰ মাজে মাজে তেওঁ অনন্তক সুধিলে, "হেৰা বাপু তুমিয়েই কোৱাচোন, শান্তিৰে ঈশ্বৰক চিন্তা কৰিবলৈ কেনেকুৱা ঠাই লাগেহে ? এখেতসকলে দেখোন মোক ক'লে—শান্তিৰে

ঈশ্বৰক চিন্তা কৰিবলৈ বোলে এডোখৰ ঠায়েই নোহোৱা হ'ল।"

ৰাজবংশীয়ে আকৌ এবাৰ প্ৰাণ খুলি হাঁহি ললে; তাৰ পাচত ক'লে, "মই আকৌ ওলোটাটোহে ভাবি আছিলোঁ বুইছা। মই ভাবিছিলোঁ সকলো কাম তুমি দেখুৱাই কৰিব পাৰা, সকলো কামৰ কাৰণে তোমাক লগ লাগে, এডোখৰ ঠাই লাগে, কিন্তু ঈশ্বৰ চিন্তা তুমি সেইবোৰ নোহোৱাকৈও কৰিব পাৰা।" এইবাৰ ৰাজবংশীয়ে হাতেৰে ভাও-ভঙ্গী দেখুৱাই যাবলৈ ধৰিলে, "তুমি মাছ-মাংস ভাত খাবা মই নেদেখাকৈ, তুমি উপাৰ্জন কৰিবা মোক লগ নধৰাকৈ, তুমি বেঙ্কত টকা জমা থবা অকলে, আৰু ঈশ্বৰক চিন্তা কৰিবলৈ তোমাক পঞ্চাশজন মানুহ লগত লাগে, হেৰা-বতাহ আহি থকা প্ৰথাৰ এখন লাগে!"

কথাখিনি কৈ থাকোঁতে ৰাজবংশীৰ হাঁহিটো নাইকিয়া হৈ আহিছিল, কথাখিনি শেষ হোৱাৰ লগে লগে তেওঁ বৰ গম্ভীৰ হৈ গ'ল। আচৰিত হোৱা কণ্ঠস্বৰেৰে তেওঁ ক'লে, "মই সকলোকে পৰিষ্কাৰকৈ বুজাই দিছোঁ—মোক মাছ-ভাত খাবলৈ টকা নালাগে,—মই মাটিডোখৰ বেচিবলৈ ওলাইছোঁ মোৰ ছোৱালীজনী বিয়া দিবৰ কাৰণে। কিন্তু তেখেতসকলে ভুলতো এবাৰ মোৰ ছোৱালীজনীৰ জীৱনটোৰ কথা নুলিয়ালে। তেখেত-সকলে মোক এটা উপায় নিদিলে!"

ৰাজবংশী বৰ অস্থিৰ হ'ল। হঠাতে তেওঁ অসংযত হৈ পৰিল। তেওঁ খঙৰ স্বৰত কৈ গ'ল, "সেই কাৰণে মই তোমাক মাতিছোঁ। তুমি ধৰ্মত থকা মানুহ। ইউ আৰ গুড মেন। মই তোমাৰ লগত কথা পাতিম। তেখেতসকলৰ লগত মোৰ কোনো কথা নাই। ড'ণ্ট্ টক্। তেখেতসকলৰ টকা আছে, মোৰ টকা নাই। আই এম পুঅ'ৰ মেন। কিন্তু তেখেতসকলৰ আধা কঠা মাটি নাই, মোৰ আধা কঠা মাটি আছে। তেখেতসকলক মাটি লাগে, মোক টকা লাগে। তেখেতসকলে মাটি কিনক, মই মাটি বেচিম। আৰু কোনো কথা নাই। ড'ণ্ট্ টক্। বুজিছা তুমি মই কি কৈছোঁ? আণ্ডাৰষ্টেণ্ড? কিন্তু এটা কথা। মোৰ দেউতাই ধৰ্ম কৰিছিল; মই কৰাৰ ভিতৰত এতিয়ালৈকে কেৱল অধৰ্ম নকৰাকৈ আছোঁ"—

ৰাজবংশীক শান্ত কৰিবলৈ বুলি ইতিমধ্যে উমাই সুৰবালাক পঠিয়াই দিছিল; সুৰবালা আহি দুৱাৰডলিত থিয় হৈছিলহে মাথোন, ৰাজবংশীয়ে সুধিলে, "কোৱা, তুমিয়েই কোৱা, ইউ স্পীক মি, মই অধৰ্ম কৰিছোঁ?



উমাক মাতা, তাইকো সোধোঁ—মই কেতিয়াবা অধৰ্ম কৰিছোঁনে কি!"

সুৰবালাই ক'লে, "মনে মনে থাককচোন।"

"ইউ ষ্টপ! হোৱাই আই ষ্টপ্?" ৰাজবংশীয়ে ডবিয়াই দিলে। তাৰ পাচত তেওঁ অনন্তলৈ চাই নতুন স্বৰত ক'লে, "কিন্তু এইবাৰ মই ধৰ্ম কৰিম। খেন্কাই মোক মাটিডোখৰৰ কাৰণে সাতহাজাৰ টকা দিব, —সেইয়া আটাইতকৈ কম; কিন্তু তেখেতসকলে যদি মাটিডোখৰ কিনে, তেনেহ'লে, মই,—মোৰ দেউতাৰ নামত,—চাৰে পাঁচ হাজাৰ টকাত মাটি ডোখৰ দি দিম। এইটো মোৰ শেষ কথা। মই সিমানখিনিলৈকে কৰিব পাৰোঁ। কিন্তু মোৰ ছোৱালীজনীৰ হাড়ত মঙহ শুকুৱাই, বিনা পইচাৰ হেৰা-বতাহ খাই, শান্তিৰে ঈশ্বৰ চিন্তা কৰাৰ নিচিনা পাপ মই মোৰ চৌহদত কাকো কৰিবলৈ নিদিওঁ। এইবোৰ কথা তুমি তেখেত-সকলক কৈ দিবা। আৰু শুনা—আৰু এটা কথা কবা,—মোৰ লগত কথা পাতিলে তেখেতসকলে কোনেও যেন মোৰ দেউতাৰ নাম উল্লেখ নকৰে। কাৰণ তেখেতসকলৰ সকলোতকৈ মোৰ দেউতাক মই বেচি ভাল পাওঁ। হি ইজ মাই ফাদাৰ।"

এপালি ঔষধৰ জাল আৰু কিছু পৰলৈ থকাৰ কথা, কিন্তু হঠাতে ৰাজবংশী বৰ ম্ৰিয়মান, ক্লান্ত হৈ পৰিল। তেওঁ তলমূৰকৈ বহি ৰল।

সেই ৰাতি উমাৰ বাপুদেউক উমাৰ তপস্যাৰ কথা সুধিবলৈ নহ'ল।

ৰাজবংশীৰ মাটি বেচাৰ নতুন প্ৰস্তাৱটো ইতিমধ্যে সকলোৰে মাজত জনাজনি হ'ল। কেইদিনমানৰ ভিতৰতে ওচৰৰ পাঠশালাৰ চৌহদত তিৰোতাসকলৰ এখন সভা বহিল। সেই সভাত ৰাজবংশীৰ প্ৰস্তাৱটো সকলো ঈশ্বৰ-প্ৰেমী মানুহৰ কাৰণে এটা প্ৰত্যাহ্বান হিচাবে গণ্য কৰা হ'ল। অনতিপলমে ছহাজাৰ টকা সংগ্ৰহ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হ'ল। কেইদিনমানৰ ভিতৰতে সম্পাদিকাৰ চহী, আদায়কাৰীৰ চহী—এই ধৰণৰ কথাৰ এশখিলা পাত থকা একুৰি বৰঙনি তোলা বহী প্ৰেছৰপৰা আহিল। বাৰ গৰাকী মুখিয়াল তিৰোতাই একোখন বহীৰ দায়িত্ব ললে। বাকী আঠখন বহী মুনিহসকলক দিয়া হ'ল।

আবেলি আবেলি তিৰোতাসকলে তিনি-চাৰি গৰাকীৰ দল একোটা বান্ধি চুবুৰিয়ে-চুবুৰিয়ে দোকানে-দোকানে ঘূৰা কৰিলে। নামঘৰলৈ মানুহ প্ৰায় কোনো নহাই হ'ল। অনন্ত আহে, তেওঁ বন্তিগছ জ্বলায়, এক অধ্যায় পুথি পঢ়ে, কেতিয়াবা সুৰবালা আৰু উমাই শুনে, কেতিয়াবা

অসুবিধা হ'লে তেওঁলোকো নাহে। কেতিয়াবা কাৰোবাৰ ঘৰৰ শৰাই পৰিলে নাম হয়, তেনেকুৱা দিনত সুৰবালা আৰু উমাৰ নামঘৰলৈ আহিবলৈ সঙ্কোচ লাগে। মানুহবিলাকৰ লগত যেন তেওঁলোকৰ সম্পৰ্কটো অলপ বেয়া হ'ল। নামৰ শেষত আশীৰ্বাদ দিবৰ সময়ত কোঠালীৰ ভিতৰতে হাতযোৰ কৰি উমাই আশীৰ্বাদ লয়। তাইৰ একোবাৰ ভয় লাগে—মানুহবিলাকে নামঘৰত তাইক মনে মনে শাও দিয়া নাইতো ?

এমাহমান যোৱাৰ পাচত লাহে লাহে আকৌ আবেলি আবেলি নামঘৰত মানুহ গোটখোৱা হ'ল। বৰঙনি তোলা কামটোত অলপ অসুবিধা হৈছে। বাধিকা পাঁচখিলা পাতত দহ টকা তুলি বহীখন ওভোতাই দি মাজু জীয়েকৰ তালৈ গ'ল; মাজু জীয়েকৰ অহা মাহত প্ৰসৱৰ সময়। চন্দ্ৰ উকীলৰ ঘৈণীয়েক এটা প্ৰতিনিধি দলৰ লগত বহুত ঠাইলৈ যাবলগীয়া হ'ল। বস্তা বুঢ়ীৰ গা ভালে নথকা হ'ল। মাধবীৰ বুঢ়ীমাকে বহীখন হেৰুৱালে। ঠিকাদাৰৰ ঘৈণীয়েকক ফুল মাষ্টৰণীয়ে কিবা বেয়াকৈ ক'লে, সেই কাৰণে তেওঁ এইবোৰ কামলৈ নোলোৱাটোকে ঠিক কৰিলে। ইত্যাদি। মুনিহ-সকলক দিয়া বহী কেইখন অফিচৰ ড্ৰয়াৰে-ড্ৰয়াৰে, প'ৰ্ট'ফলিঅ' বেগে-বেগে আবদ্ধ হৈ আছে, হৰণ-ভগন একো হোৱা নাই।

এদিন গধূলি ৰাজবংশীয়ে ঘৰ সোমাই ঘৈণীয়েকক ক'লে, "নামঘৰ সমিতিৰ টকা কিমান উঠিল জানা ? মই আজি খবৰ পালোঁ এশ আঠ-চল্লিশ টকা !" কথাষাৰ কৈয়েই তেওঁ হাঃ হাঃ কৈ হাঁহিবলৈ ধৰিলে।

সুৰবালাই আন্তৰিক বিৰক্তি প্ৰকাশ কৰি ক'লে, "আজিনো আকৌ সেইসোপা খাই আহিল কিয় ? ডাঙৰ কথা এটা কবলগীয়া আছিল।"

"কোৱা কোৱা, কি কথা কবা কোৱা।"

"এ-স্, এনেকুৱা মানুহক যেতিয়াই তেতিয়াই যেই-সেই কথা কব পাৰিনে কি ?" সুৰবালা কোঠালীটোৰপৰা যাবলৈ ওলাল।

ৰাজবংশীয়ে সুৰবালাক আগভেঁটি ধৰিলে। "কোৱাচোন কি কব খুজিছিলা। কথা এটা আছে বুলি কৈ কথাটো নক'লে মোৰ বৰ বেয়া লাগে বুইছা ?"

সুৰবালাই কথাটো এতিয়া কোৱা ঠিক হবনে নহয় ভাবিবলৈ ধৰিলে। ৰাজবংশীয়ে অস্থিৰ হৈ পেৰাপেৰি কৰিবলৈ ধৰিলে। শেষত সুৰবালাই তেওঁক চকী এখনত শান্ত হৈ বহিবলৈ ক'লে, আৰু তাৰ পাচত তেওঁৰ নিচেই কাষতে থিয় হৈ ক'লে, "অনন্ত বাপুৱে উমাক বিয়া কৰাব খুজিছে।"



ৰাজবংশীয়ে নিস্তব্ধ, অপলক দৃষ্টিৰে সুৰবালাৰ মুখলৈ চাই বল। অলপ সময়ৰ পাচত তেওঁ ক্ষীণ মাতেৰে সুধিলে, "সচা ?"

জীৱনত প্ৰথমবাৰৰ কাৰণে ৰাজবংশীয়ে নেমু টেঙাৰ ৰস খাই ঔষধ পালিৰ নিচা কটাই ললে।

মাজনিশা তেওঁ এবাৰ সুৰবালাক জগাই লৈ সুধিলে, "বাপুটো বৰ ধাৰ্মিক মানুহ নহয়নে ?"

নিশা তিনিমান বজাত তেওঁ সুৰবালাক আকৌ জগালে; সুধিলে, "আমাৰ ইমান ডাঙৰ ঘৰটো আছে, বাপুটো ইয়াতে থাকিব পাৰিব যেতিয়া মাটিডোখৰ নেবেচোঁ আৰু, কি কোৱা। ঠাইডোখৰ মুকলি হৈ থাকিলে তেখেতসকলেও ভাল পাব বুলিছিল, বাপুটোৰো থকাৰ বন্দোৱস্ত হ'ল—।"

কেইদিনমানৰ আগলৈকে আবেলি আবেলি নামঘৰটো মানুহেৰে ভৰি আছিল, কিন্তু হঠাতে এদিন নামঘৰত এগৰাকী মানুহো নোহোৱা হ'ল। অনন্ত বাপু বৰ আচৰিত হ'ল। কেইবাদিনো বাট চাই এদিন তেওঁ নিজেই কাৰণটো বিচাৰি চুবুৰিত এপাক মাৰিবলৈ ওলাই গ'ল। আৰু অলপ সময়ৰ পাচত বৰ বেজাৰ মনেৰে উভতি আহিল।

উমাক বিয়া কৰিবলৈ ওলাই মদপী, অসুৰ এটাৰ ঘৰত থাকিবলৈ ওলাই বাপুদেৱে বৰ লেতেৰা কাম কৰিছে; তেওঁৰ ছাঁটোৰ স্পৰ্শও আৰু কোনেও নিবিচাৰে।

"কি ?"—চকু দুটা সৰু সৰু কৰি, কপাল থূপ খুৱাই ৰাজবংশীয়ে কথাষাৰৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিলে; কিন্তু কোনেও একো বুজাবলৈ নাপাওঁতেই তেওঁ ঘৰৰপৰা ওলাই গ'ল, আৰু এঘণ্টাৰ পাচত তিনি পালি ঔষধ খাই উভতি আহিল।

"কাম্ উইথ মি",—দুৱাৰডলিত থিয় হৈ বিৰাট জনতাক আহ্বান কৰাৰ সুৰেৰে তেওঁ সুৰবালা আৰু উমাক মাতিলে। "আহা, মোৰ লগত আহা, আমি নামঘৰলৈ যাওঁ।"

কালৈকো অপেক্ষা নকৰি ৰাজবংশী নামঘৰটোৰ মজিয়া পালেগৈ। ভয়ে ভয়ে সুৰবালা আৰু উমাও পিচে পিচে আহিল। ৰাজবংশীয়ে ক'লে, "যোৱা সেৱা কৰি লোৱাগৈ। দীঘল দি পৰি নামঘৰৰ মজিয়াৰ লগত নিজকে এবাৰ মিলাই লোৱা। বুকুৰ ভিতৰত নামঘৰটো পাতি লোৱা।"

"ইন্‌চাইড, ইন্‌চাইড্"—বুলি ৰাজবংশীয়ে নিজৰ বুকুত ধপ্‌ধপ্‌কৈ দুটা চাপৰ মাৰিলে। তাৰ পাচত ক'লে, "এই নামঘৰ আৰু নাথাকে।

খেম্কাবপৰা সাত হাজাৰ টকা লম, সাত হাজাৰ টকাৰে ইয়াত, এই মজিয়াত মই মানুহ থকা ঘৰ সাজিম। ভাল মানুহ থকা ঘৰ সাজিম। গুড্ মেন। ভেৰী গুড্ মেন। গোটেই চহৰখনৰ চুৱনিৰ চুৱাপাত মই আৰু ইয়াত গোট খাবলৈ নিদিওঁ। চোৱা চোৱা—এইয়া পাপৰ ভৰত ভেঁটিটো কেনেকৈ বহি গৈছে দেখিছা? পাপৰ বোজা পাতলাবলৈ ইয়ালৈ আহিবি, আৰু মোৰ দেউতাক ডিচ্টাৰ্ব কৰিবি?"

ৰাজবংশীয়ে দাঁত কামুৰি ধৰি অত্যন্ত অসংযত হৈ তীব্ৰ ৰোষেৰে কথাবোৰ কৈ গ'ল। তাৰ পাচত তেওঁ থাপনাখনৰ ওচৰলৈ গ'ল। অনন্ত বাপুৱে জ্বলাই যোৱা বন্তিগছ তেতিয়াও স্থিৰ হৈ জ্বলি আছিল। হঠাতে তেওঁৰ কণ্ঠস্বৰ একেবাৰে সৰু হৈ গ'ল। তেওঁ বিৰবিৰকৈ কবলৈ ধৰিলে, "দেউতা, আপোনাক ডিচ্টাৰ্ব কৰাৰ কাৰণে মই বৰ দুখ পাইছোঁ। আই এম ভেৰী চৰী। মই একো কৰিব নোৱাৰাৰ কাৰণে মোক ক্ষমা কৰিব। এতিয়াৰপৰা মই আপোনাক চাম। প্ৰমিজ। ইয়'ৰ ম'ষ্ট অবিডিয়েণ্ট চাৰ্ভেণ্ট—"

তেনেকৈ পৰি থাকিয়েই ৰাজবংশীয়ে খুক্ খুকৈ কান্দিবলৈ ধৰিলে।



# জগনা

## ছৈয়দ আব্দুল মালিক

ডাক্টৰৰ হাঁহিটো কিছু দুৰ্বোধ্য আছিল। ফীজৰ টকাকেইটা তেওঁৰ হাতত গুঁজি দি পদূলিমূৰলৈকে আগবঢ়াই থৈ মই কিছু আশাৰে তেওঁৰ মুখলৈ চাইছিলোঁ। একো নকৈ দুৰ্বোধ্য হাঁহিটো মাৰি তেওঁ বৈ থকা গাড়ীখনত উঠি গহীনভাৱে গুচি গৈছিল।

এনেকুৱা হাঁহি মই এবাৰ এজন উকীলৰ মুখতো দেখিছিলোঁ। সেইদিনা ভালেমান দিন চলি থকা মোকৰ্দমাটোৰ ৰায় দিয়াৰ কথা আছিল। সেইদিনা আমাৰ ফালৰ উকীলে এনেকুৱা এটা হাঁহিকে মাৰিছিল।

সেইখন মোকৰ্দমাত আমি হাৰিছিলোঁ।

ডাক্টৰে দি যোৱা প্ৰেচক্ৰিপচনখন আৰু টকা দি ভাইটোক ঔষধৰ দোকানলৈ পঠাই দি মই বৌটীৰ বিছনাৰ কাষলৈ আহিলোঁ।

মোৰ মুখলৈ চাই বিছনাত অলসভাৱে পৰি থকা ৰুগ্না বৌটীয়ে দুৰ্বল মাতেৰে সুধিলে, "কি ক'লে ডাক্টৰে?"

"নতুন দাৱাই দিছে। আনিবলৈ পঠিয়াইছোঁ।" চমুকৈ মই ক'লোঁ আৰু বৌটীৰ বিছনাৰ কাষৰপৰা আঁতৰি আহিলোঁ।

যুজ নকৰিলে নহয়, কিন্তু পৰাজয় অৱশ্যম্ভাৱী। কালৰ লগত যুজি আজিলৈকে কোনো জয়ী হব পৰা নাই। কিন্তু বৌটীৰ চকুত আছে আৰু বহুত বহুত দিন জীয়াই থকাৰ আশা।

আকৌ মোৰ ডাক্টৰৰ দুৰ্বোধ্য হাঁহিটো মনত পৰিল। সেইটো যেন ডাক্টৰ বৰদলৈৰ মুখৰ হাঁহি নহয়, যমৰ মুখৰ হাঁহি।

মোৰ কোঠাৰ মেজখনৰ ওপৰত অন্যান্য কাগজ-পত্ৰৰ লগতে চিঠি কেইখন পৰি আছে। চিঠিকেইখন মোৰ এবাৰ পঢ়া হ'ল। আকৌ এবাৰ পঢ়ি চাব লাগিব যেন লাগিল।

যোৱা ৰাতি মোৰ টোপনি নাহিল বুলিলেই হয়। হঠাৎ বৌটীৰ অসুখ বেচি হ'ল। কালি দিনটো মই ঘূৰিলোঁ, ভাগৰ লাগিছিল। আহিয়েই শুমহি বুলি ভাবি আহিছিলোঁ। কিন্তু ঘৰ পায়েই দেখিলোঁ বৌটীৰ অসুখ হঠাৎ বেচি হৈছে। বয়স হৈছে, আজি কেইবা বছৰৰপৰা ৰক্তচাপ আৰু হাৰ্টৰ অসুখত ভুগিছে। ঔষধে বৰ বেচি কাম দিয়া নাই। মাজে মাজে হঠাৎ অসুখ বেচি হৈ যায়।

ৰাতিটো ভাগৰে-জোগৰে বৌটীৰ কাষতে বহি কটালোঁ।

ভাইটোৰ চাকৰি নাই। দুবছৰ ঘৰত এনেয়ে বহি আছে। মোৰ অলপীয়া আৰ্জনৰ ওপৰত এনেই বহি খাই থাকি তাৰো বেয়া লাগিছে। কিন্তু তাৰ কাৰণে আজিও কোনো চাকৰিৰ দিহা কৰি দিব পৰা নাই। সিও খাটিছে, ময়ো বহুত খটাখুটা কৰিছোঁ, হোৱাগৈ নাই।

কালিও এজনক খাটনি ধৰিবলৈ গৈছিলোঁ। ঘৰতে লগ ধৰিছিলোঁগৈ। মোৰ সমবয়সীয়া চিনাকি মানুহ। ভাইটোক চাকৰিটো দিওঁ বুলিলে তেওঁ দিব পাৰে। পিছে তেওঁ বিশেষ আশা নিদিলে, হতাশ নোহোৱাত অভ্যস্ত হৈ পৰিছোঁ।

দেহাৰ ভাগৰতকৈ মনৰ অৱসাদ বেচি হৈছে।

আৰু ; ৰাতি শুব নোৱাৰিলোঁ।

এগিলাচ চেঁচা পানী খাই লৈ মেজখনৰ কাষত বহিলোঁগৈ। প্ৰথমে অলপ বিশৃঙ্খল হৈ পৰি থকা কাগজ-পত্ৰবোৰ জাপি-জুপি থলোঁ। মেজ, কোঠালী পৰিকাৰ পৰিপাটি হৈ থাকিলে ভাল লাগে কিন্তু ৰাতিপুৱা ঠিক কৰিলেও গধূলিলৈ আকৌ থানবান হয়। কিবা এখন কাগজ বিচাৰি নোপোৱা হওঁ, হয়তো কলমটোৱেই কৰবাত হেৰায়, নাইবা কোনোবাই আনি অন্য কাগজ-কিতাপ এসোপাকে তাৰ ওপৰত থয়হি।

কিবা এটা কৰিম বুলি মেজখনৰ কাষত বহিলে চকুৰ আগত আন কিবা এটা দেখি আন কিবা এটা কৰাত লাগোঁ। আজি কিন্তু অলপ মন থিৰ কৰা দৰকাৰ। সময় বেচি নাই। পিচুৱাই গৈ থাকিলে নহবগৈ।



চকুত পৰিল কেইবাদিনৰ আগতে অহা আন এখন চিঠি। ওপৰতে ওলাই আছে। চিঠিখনৰ কথাখিনি মনত পৰিল—এখন ৰাজহুৱা সভাৰ আয়োজন কৰা হৈছে অভ্যুদয় সংঘৰদ্বাৰা। নতুন সংস্কৃতি সম্পৰ্কে তাত আলোচনা কৰি আঁচনি গ্ৰহণ কৰিব। মোৰ যোগদানৰ ওপৰত গুৰুত্ব দিছে। যাবই লাগিব।

কথাখিনি মনত পৰিছে, তাৰিখটো মনত নাই পৰা।

পালোঁ—আজিয়ে, সময় সন্ধিয়া ছয় বজাত। ছয় বজালৈ বহুত সময় আছে। এতিয়া পুৱাৰ ছয়হে বাজি গৈছে। কেইবা ঘণ্টাও আছে।

নতুন সংস্কৃতি। কিন্তু উৎপাদন পদ্ধতি বা জীৱন-ধাৰণ পদ্ধতি সলনি বা নতুন নহ'লে নতুন সংস্কৃতি কেনেকৈ আহিব। সভা পাতি বক্তৃতা দি তো নতুন সংস্কৃতিৰ জন্ম দিয়া নাযায়। আজি এদল মানুহে চোৰাং কাৰবাৰ কৰি জীৱন-ধাৰণ পদ্ধতিত নতুনত্ব আনিছে। তাৰ-পৰা যি সংস্কৃতিয়ে জন্ম লৈছে তাৰ কাৰণেতো সভা পতাৰ প্ৰয়োজন নাই। সুস্থ আৰু ন্যায়ভাৱে জীৱন-ধাৰণ কৰাৰ উপায় নোহোৱা হৈ আহিছে। ইয়াৰপৰা জীৱনৰ বাহিৰ-ভিতৰক সুন্দৰ কৰি গঢ়ি তুলিব পৰা নতুন সংস্কৃতিৰ জন্ম কেনেকৈ হ'ব ? কিন্তু সভাত তো আৰু এই কথা কৈ লাভ নাই। পুৰণি অনুভূতিৰে কবিতা লিখাৰ ব্যৰ্থ শ্ৰম কৰাৰ নিচিনাই এই প্ৰচেষ্টা ; তথাপি আমাৰ সংস্কৃতিলৈ যে নতুনত্বৰ প্ৰয়োজন হৈছে সেইটো বহুতেই উপলব্ধি কৰিছে।

সভালৈ যাব লাগিব। যাম বুলি কৈ থোৱা আছে। আন নহ'লেও এষাৰ কথা অভ্যুদয়ৰ সভ্যসকলক কব লাগিব যে পদক্ষেপ নিৰ্ভুল নহ'লে সংস্কৃতি ৰাজনীতিবিদৰ হাতৰ অস্ত্ৰ হৈ পৰাৰ ভয় আছে। নতুন চীনৰ সাংস্কৃতিক বিপ্লৱ তাৰ প্ৰমাণ। ভাৰতত আকৌ সংস্কৃতি মানে বহুতৰে কাৰণে নাচ-গান আৰু থিয়েটাৰ হৈয়ে আছে। সেইবোৰে আমাৰ জনসাধাৰণৰ জীৱনক চুই যোৱা নাই। সংস্কৃতিক কৰা হৈছে বেপাৰৰ বস্তু—কমাৰ্চিয়েল কম'ডিটী।

আজিয়ে ছয় বজাত আছে সভাখন, যাব লাগিব। সংস্কৃতিৰ লগত কিবা সম্বন্ধ থকা মানুহ বুলিয়েই মোক মাতিছে, পিছে মইহে জানো।

চাহ খাবলৈ মাতিলে। উঠি গ'লোঁ। চকু দুটা পুৰিছে। চাহটোপা নাখালে টোপনিৰ জালেই নাভাগিব।

খাবলৈ বহি মনটো কোঁচ খাই আহিল খাদ্যসামগ্ৰী দেখি।

আটা-ময়দা আজি ভালেমান দিনৰপৰা নাই। এই বিষয়ে বাতৰি কাকতত লিখা আৰু সভাত তপত ভাষাৰে বক্তৃতা দিয়াৰ বাহিৰে অন্য একো কোনোৱে কৰা নাই। ময়ো কৰা নাই। আজিকালি চাউল-দাইল বিচৰাটো এটা ৰাজনীতি। মই ৰাজনীতি কৰিব নাজানো। চাউল, চেনি নাপাই আনৰ নিচিনাকৈ ঘৰৰ ভিতৰতে নিস্ফল অভিযোগ কৰাৰ বাহিৰে মই একো কৰিব নাজানো।

অভ্যাস হৈ গৈছে। চেনি-গুড় একো নোহোৱাকৈয়ে মই চাহ-জল-পান খাব পাৰোঁ। অসুবিধা হৈছে বৌটীক লৈ—বৌটী ৰুগীয়া বুঢ়া মানুহ। অকণ চেনি যদি নাথাকে তেওঁৰ খোৱা নহয়েই।

খোৱাত পেট ভৰাৰ বাহিৰে (বহু সময়ত পেটো নভৰে) অন্য কোনো আস্বাদ আছে বুলি ভাবিবই নজনা হৈছোঁ। চৰ্ব্য-চোষ্য আদিৰ ভিতৰত আনি পেয় পানীৰ বাহিৰে আৰু একো পোৱা নাই।

চাহ খাই থাকোঁতেই বাহিৰত কোনোবা এজনে মতা শুনিলোঁ। চিনাকি মাত। সোনকালে উঠি আহিলোঁ। যিয়েই আহক মোৰ দৰকাৰত নিশ্চয় অহা নাই। আহিছে নিজৰ দৰকাৰত।

বহা কোঠাত বিমৰ্ষ এখন মুখ লৈ বহি আছে পদ্ম ঠাকুৰ, আমাৰ স্কুলৰে এজন সহকাৰী শিক্ষক। পুৱাতে তেওঁক দেখি বৰ ভাল নাপালোঁ। তেওঁ শিক্ষক হিচাবে বেয়া নহয়, কিন্তু তেওঁৰ এটা বেয়া অভ্যাস আছে। হাটৰুৱা-বাটৰুৱা, স্কুলৰ চকীদাৰ-মালী সকলোৰেপৰা টকা ধাৰ কৰে আৰু কেতিয়াও ঘূৰাই নিদিয়ে। কিন্তু মানুহজন এনেকুৱা যে হাজাৰ ধাৰে নিদিওঁ বুলি থাকিলেও শেষত নিদিয়াকৈ নোৱাৰি। টকা ধাৰ কৰিব পৰাটো তেওঁৰ এটা বিশেষ কোৱালিফিকেচন। মনে মনে মোৰ ভয় লাগিল। অলপ আশ্বস্ত হ'লোঁ যে ঘৰত টকা নাই। ডাক্তৰৰ ফীজ দিয়া হ'ল, ঔষধ আনিবলৈ দিয়া হ'ল, বৰ বেচি আছে যদি টকা তিনিটামান আছে। তেওঁ ক'লেও দিব নোৱাৰোঁ।

পদ্ম ঠাকুৰ বয়সস্থ মানুহ, মোক তুমি বুলি মাতে। বেয়া নাপাওঁ। বয়সীয়া শিক্ষকৰ আনক তুমি বোলাৰ মুদ্রাদোষ স্বাভাৱিক।

—অ' আপুনি।

—এৰা, বৌটীয়েৰাৰ এতিয়া কেনেকুৱা?

—বৰ ভাল নহয়, ডাক্তৰে চাই গৈছে।

—কি কৈছে?



—ঔষধ দিছে।

--আজি স্কুললৈ যাবানে নোযোৱা?

—চি-এল শেষেই হ'ল। যাব লাগিব।

—এই গৰুখনক পঢ়াই কি হ'বহে? কিমান হাজাৰ ল'ৰাক পঢ়ালোঁ। এটাকো মানুহ কৰিব নোৱাৰিলোঁ। গৰুবোৰ পঢ়ি-শুনি সকলো গাধ হ'ল।

মোৰ মন্তব্যৰ প্ৰয়োজন নাছিল। গৰু পিটি গাধ কৰাৰ উপাখ্যান শিক্ষকৰ কাৰণে নতুন নহয়।

—দেশখনত ইমান অৰাজকতা চলিছে, দেখি-শুনিও ল'ৰাবোৰে ৰাক পঢ়াৰ বাহিৰে একো কৰিব নোৱাৰেনে? লঘোনীয়া পেটেৰে স্কুললৈ আহে, তেও চোৰাং বেপাৰীৰ চাউলৰ গুদাম লুট কৰিব নোৱাৰে। চেনি নাই, আটা নাই, ময়দা নাই—কেৱল নাই, নাই, নাই। হেৰা, ল'ৰাগালে জানো কেতিয়াবা দুৱাৰ মেলি থোৱা টোকোনা দোকান কেখনৰ বাহিৰে অন্য কৰবাত বিচাৰি চাইছে? আমাৰ মৰকেলেপ অসমীয়াকেটাৰ বাহিৰে অন্য কোনোবাই চাউল নাই, চেনি নাই বুলি হায়ৌ-বিয়ৌ কৰি মৰিছেনে? আমাৰখনে নাই নাই কৰি মৰিছে, বাকীবোৰে আৰাম কৰি খাইছে, বইছে, ফূৰ্তি কৰিছে। মৰিবহে সকলো। চেনি পাইছা?—হঠাৎ তেওঁ সুধিলে।

—বিচাৰিবলৈকে এৰি দিছোঁ। মই ক'লোঁ।

—কিছুমানে আকৌ নিবিচৰাকৈয়ে মোনে মোনে পাই আছে। কি কৰিছা, কিবা লিখা-মেলা কৰিছানে নাই?

এইটো পদ্ম ঠাকুৰৰ বিশেষত্ব। কিহৰ পিচত কিহৰ কথা উলিয়ায় কোনেও কব নোৱাৰে।

—একো লিখা-মেলা কৰিব পৰা নাই। সময়কে কৰিব পৰা নাই দেখোন।

—মই সাহিত্য-চাহিত্য বুজি নাপাওঁ, জানিছা? আৰু ল'ৰাই লিখা ৰচনাত ভুল কটাৰ বাহিৰে একো কৰিবও নাজানো। পিছে মই যদি সাহিত্য লিখা মানুহ হ'লোঁহেঁতেন মই তোমালোকৰ নিচিনাকৈ নিজক এক্স্‌প্লইট কৰিবলৈ এৰি নিদিলোঁহেঁতেন।

মাজে মাজে ঠাকুৰে মোক এইষাৰ কথা শুনায়। এপিনে মোক কয়—লিখি থাকা, কিয় নিলিখা, আমাৰ লিখকনো আছে কেইটা? আনপিনে

কয়—কি দৰকাৰহে সাহিত্য লিখি মৰিবলৈ ? নাম ? নামেৰে কি অট্টালিকা সাজিবা ? সকলোৱে আমাক ঠগিছে—ৰাইজ চৰকাৰ সকলোৱে। আমিও যদি নঠগোঁ আমি কাপুৰুষ—মূৰ্খ।

স্কুলৰ শিক্ষকৰ কমন ৰুমতো মাজে মাজে ঠাকুৰে এনেবোৰ কথা কয়। গুৰুত্ব কোনোৱে নিদিয়ে। অৱশ্যে আজি ৰাতিপুৱাতে ঠাকুৰৰ বিমৰ্ষতা আৰু অভিযোগৰ কাৰণ মই অনুমান কৰিব নোৱাৰিলোঁ।

আমি কথা পাতি থাকোঁতেই কেইটামান ল'ৰা ওলালহি। দুটা নে এটা আমাৰ স্কুলৰে ল'ৰা।

ঠাকুৰক মোৰ ঘৰত দেখি ল'ৰাকেইটা অলপ থতমত খালে। পিছে সিহঁতক বিশেষ উচপিচ কৰিবৰ সময়কে নিদি সিহঁতৰ ফালে চাই ভেকাহি মৰাৰ ধৰণে ঠাকুৰে ক'লে, "কি হ'ল। ৰাতিপুৱাতে পঞ্চ-পাণ্ডৱৰ আবিৰ্ভাৱ দেখোন। হেৰ' ক'ৰ লগত যুজিবলৈ যাৱহঁক ?"

—চাৰৰ ওচৰলৈ আহিছোঁ চাৰ—এটাই ক'লে,—অৰ্থাৎ মোৰ ওচৰলৈ।

—চাৰৰ ওচৰলৈ যে ৰাতিপুৱাতে শুদা হাতকেইখন লৈ আহিছ, চেনি একিলো আনিব নোৱাৰ—গৰুহঁত।

ল'ৰাকেইটা কেলেই আহিছে সুধিলোঁ।

ঠাকুৰলৈ ভয়ে ভয়ে সিহঁতে ক'লে—সিহঁতে চোৰাং বেপাৰী আদিৰ বিৰুদ্ধে সদৌ অসম জোৰা এটা আন্দোলন কৰাৰ কথা ভাবিছে। তাৰ কাৰণে এখন এপিল ড্ৰাফ্ট কৰি দিব লাগে।

—কি কৰিব খুজিছ ? ঠাকুৰে ক'লে।

—আন্দোলন চাৰ—

—আন্দোলন ? কোনে কৰিব, তহঁতে ? লগত উকীল কেইটা আছে ?

—উকীল চাৰ ?

—ওঁ, তহঁতৰ আন্দোলনটো কি মই জানো। আলিবাটে আলিবাটে টেটু ফালি চিঞৰি ফুৰিবি, আৰু কৰবালৈ শিলগুটি দলিয়াবি। পুলিচে টঙনিয়াব, এদলক নি জেলত ভৰাবগৈ। এতিয়াই উকীল ঠিক কৰি নললে তহঁতক কোনে উলিয়াই আনিব—গৰুহঁত।

তাৰ পাচত মোৰ ফালে ঘূৰি ঠাকুৰে ক'লে, "হেৰা, তুমি সাহিত্যিক মানুহ। লিখিলে কবিতা-চবিতা লিখিবা, এইবোৰ ৰিভলিউচনৰ মেনিফেষ্ট' নিলিখিলেও তোমাৰ চলিব। চাওঁ দিয়া টকা পাঁচোটা। চেনি



পাইছোঁ, কিলোত আঢ়ৈ টকাকৈ দিম বুলিছে। ব্লেকমাৰ্কেটত আকৌ কিলোত চাৰে তিনি টকা।—আঢ়ৈটকা কিলোটো যেন ব্লেকমাৰ্কেট নহয়েই।

ল'ৰা কেটাৰ সাক্ষাতত হাতত পাঁচটা টকাও নাই বুলি কবলৈ সঙ্কোচ লাগিল। মই অলপ ইতস্ততঃ কৰা দেখি ঠাকুৰে ক'লে, "এক কিলোমান তোমালোককো দি থৈ যাম চিন্তা নকৰিবা। স্কুললৈ যাবা নহয় ?"

মই ঠাকুৰক সোনকালে বিদায় দিয়াৰ চিন্তা কৰিলোঁ। শুদা হাতে যাবৰ কাৰণে তেওঁ পুৱাতে মোৰ ওচৰলৈ অহা নাই। মোৰ যি হয় হব।

ভিতৰলৈ গ'লোঁ, বিচাৰি চালোঁ—এটকীয়া নোট তিনিখন আৰু কেইটামান পইচা আছে। নোটকেখন লৈ আহিলোঁ।

মই ভিতৰলৈ সোমোৱাৰ লগে লগে ঠাকুৰে ল'ৰাকেটাক এক প্ৰকাৰ চিঞৰিয়ে বক্তৃতা শুনাইছে।

—হেৰ, পঢ়া ল'ৰা পঢ়িব পাৰ। কিহৰ আন্দোলন কৰ ? আন্দোলন কৰি নেতাগিৰী কৰিব নালাগে। তাহানি সেই কিবা-কিবি আন্দোলন কৰি দেশ তোলপাৰ কৰি ফুৰাবোৰেই আজিকালি দেশৰ ৰজা। তাৰে কিছুমান চোৰৰ ৰজা। ভাৰতত কি লাগে বুজিছ ? এইখন পাৰ্মেনেণ্ট ব্লেক মাৰ্কেটিয়াৰ, পাৰ্মেনেণ্ট চোৰাং কাৰবাৰী, পাৰ্মেনেণ্ট ঘোচখোৰৰ দেশ হ'ল। এই সকলোবোৰৰ বিৰুদ্ধে পাৰ্মেনেণ্ট ৰিভলিউচনৰ দৰকাৰ। তহঁতে পাৰিবি পাৰ্মেনেণ্ট ৰিভলিউচন কৰিব ? যদি নোৱাৰ, দেশৰ ৰাইজে পাৰ্মেনেণ্টলি চাফাৰ কৰিবই। তহঁতে কি কৰিবি গৰুহঁত ?

মোৰপৰা টকা তিনিটা লৈ একেই বিমৰ্ষ আৰু অসন্তুষ্টভাৱে পদ্ম ঠাকুৰ ওলাই গ'ল আৰু যাওঁতে নিজকে কোৱাদি কৈ গ'ল—কাট-থ্ৰ'ট্‌ছ, ছুইণ্ডলাৰছ ঃ বাষ্টাৰ্ডছ....বাষ্টাৰ্ডছ্।

কাক উদ্দেশ্য কৰি ক'লে বুজা নগ'ল। ল'ৰাকেটাক বা মোকে ক'লে যদিও আপত্তি নাই, তেওঁ যে ইমানতে...।

অসমৰ সকলো ছাত্ৰ-ছাত্ৰী আৰু যুৱকসকলৰ উদ্দেশ্যে আন্দোলনৰ আহ্বান জনাই এখন আবেদনৰ ড্ৰাফ্ট দুই-এদিনতে লিখি-দিম বুলি ল'ৰা-কেটাক বিদায় দিলোঁ। মোৰ গা-পা ধুবৰ হ'ল। স্কুললৈ যাবৰো হবহি।

ফাৰ্মেচীৰপৰা ভাইটো ঘূৰি আহিল। ডাক্তৰে আনিবলৈ দিয়া ঔষধকেটাৰ এটা আনিবলৈ টকাই নুজুৰিলে, সেইটোৰ দাম সোতৰ টকা পঁচিশ পইচা।

“বাৰু হব”—বুলি মই এতিয়াই বৌটীক এপালি ঔষধ খুৱাবলৈ ভাইটোক কৈ গা ধুবলৈ গ'লোঁ।

স্কুললৈ যোৱাৰ আগতে আৰু মই মেজৰ কাষ চাপিব নোৱাৰিলোঁ।

স্কুলত ঠাকুৰে মোক লগ পালে যদিও এবাৰো কথা নাপাতিলে। চেনি ললেনে নাই অন্ততঃ জনাব পাৰিলেহেঁতেন, কিন্তু তেওঁৰ যেন মোৰ লগত চিনাকিয়েই নাই। আমোদ পালোঁ।

স্কুলৰপৰা ঘূৰি আহোঁতে অকণমান পাক মাৰি প্ৰফেছৰ ছন্দা কটকীৰ ঘৰলৈ গ'লোঁ। আজি এবছৰহে হৈছে ছন্দাই ইয়াৰে কলেজ এটাত অধ্যাপিকা হিচাবে যোগ দিছে। বান্ধনি ল'ৰা এটা লৈ অকলেই থাকে। কলেজত মোতকৈ দুবছৰ জুনিয়ৰ আছিল। মই বি-এ-তে শেষ কৰিলোঁ। তেওঁ ইতিহাসত ভালকৈয়ে এম-এ পাছ কৰি ইয়াতে প্ৰফেছৰ হৈছেহি।

কেতিয়াবা তেওঁৰ ঘৰলৈ যাওঁ। তেৰোঁ এদিন নে দুদিন আমাৰ ঘৰলৈ গৈছে। প্ৰফেছৰ নোহোৱা হ'লে ছন্দাৰ নিচিনা এজনী ধুনীয়া গাভৰুৰ ঘৰলৈ অহা-যোৱা কৰাটো বহুতৰে কাৰণে সমালোচনাৰ বিষয় হ'লহেঁতেন। কিন্তু মই মাষ্টৰ আৰু ছন্দা কটকী প্ৰফেছৰ। গতিকে ইয়াত যৌৱনৰ কোনো বিবেচনাৰ ঠাই নাই।

কলেজত থাকোঁতে ছন্দাই ভাল ভায়োলিন বজাইছিল। আজিকালিও অভ্যাস সম্পূৰ্ণ এৰি দিয়া নাই। আজিকালি অকলশৰে থাকে। আবেলি ৰাতি প্ৰায়েই ভায়োলিন বজায়। নহ'লে অনভ্যাসত ভাল ভাল শিল্পীৰো বিদ্যা লোপ পোৱাটো একো নতুন কথা নহয়।

মই গৈ পাওঁতে ছন্দা কটকীয়ে কিবা শকত কিতাপ এখন পঢ়ি আছিল। সসম্ভ্ৰমে মোক বহিবলৈ দিলে।

—স্কুলৰপৰাই আহিল ?

—হয়।

—তেনেহ'লে চাহ খাওক। ময়ো অলপ আগতেই কলেজৰপৰা আহিছোঁ। চাহ হ'ব পায়।

কৈ তেওঁ বান্ধনি ল'ৰাটোক কিবা ক'বৰ কাৰণে ভিতৰলৈ সোমাই গ'ল। ঘৰটো সৰু যদিও আটোমটোকাৰী আৰু পৰিষ্কাৰ। ছোৱালী-বোৰে ঘৰ-বাৰীবোৰ সজাই-পৰাই ৰাখিব জানে।

তেওঁ বহিলহি।

অলপ হাঁহাৰ নিচিনা কৰি ছন্দাই ক'লে, “আজিকালিও আপুনি লিখা-মেলা কৰি আছেনে নাই ? মই যে বহুত দিন একো সাহিত্য-চাহিত্য পঢ়াই নাই।”



কথাবোৰ শুনি মই ভাল নাপালোঁ। আমাৰ সাহিত্যিকবোৰৰ ছন্দা কটকীৰ নিচিনা বুৰঞ্জীৰ অধ্যাপিকাসকলৰ ওচৰত যেন কোনো মূল্যই নাই। অৱশ্যে মোৰ সাহিত্যিক পৰিচয়টো এটা মিছনমাৰহে। স্কুলৰ শিক্ষকতা কৰি খাবলৈ নাটে বাবে দুখন বাতৰি কাকতলৈ খবৰ লিখি পঠিয়াওঁ। সেই বাবে মই খুব বেচি সাংবাদিক বুলি চিনাকি দিব পাৰোঁ। কিন্তু পাঁচোটা কবিতা আৰু এশ পঁচিশ পৃষ্ঠাৰ এখন উপন্যাস (ভাগ্যে কোনো কাকতত তাৰ সমালোচনা ওলোৱা নাই!) লিখি সাহিত্যিক বুলিবলৈ যোৱাটো ধৃষ্টতা মাথোন।

তথাপি ছন্দাৰ কথাষাৰে মোক অলপ অপ্ৰতিভ নকৰি নাথাকিল। নিজকে অলপ ভদ্ৰলোক বুলি ভাবোঁ কাৰণেই মই নক'লোঁ যে তোমাৰ ভায়োলিনো মই বহুত দিন শুনা নাই, আজিকালি জানো বজোৱা নে নবজোৱা।

হয়তো অলপ অসন্তুষ্ট হৈছিলোঁ কাৰণেই কিছু অবাঞ্ছনীয় জোৰ দিয়েই মই ক'লোঁ, “লিখি আছোঁ, নিলিখাটো জানো বেয়া কথা নহয় ?”

ছন্দাই এক বিশেষ ৰকমে এনে এটা অস্পষ্ট হাঁহি হাঁহিলে যে মই আৰু অপ্ৰতিভ হোৱা যেন অনুভৱ কৰিলোঁ। যেন মোৰ কথাষাৰ খাপ নাখালে।

হাঁহিটো জীয়াই ৰাখিয়ে ছন্দাই ক'লে, “আপোনাৰ নিচিনা মনৰ বল নাথাকিলে, শিল্পী-সাহিত্যিকবোৰ মোৰ নিচিনাকৈ মৰি যায়। কিজানি আপোনাৰ মনত আছে—কলেজত থাকোঁতে মই ভায়োলিন ভাল বজাব পাৰিছিলোঁ। কিন্তু আজিকালি একেবাৰে নোৱাৰা হ'লোঁ। কেতিয়াবা এনেই ৰেপি থাকোঁ। মোৰ নিজৰে বেয়া লাগে—একো নহয়গৈ।”

ছন্দাৰ মাতটোত এটা আন্তৰিক বেদনা আছিল—মই অনুভৱ কৰিলোঁ, —কিয় নুসুধিবলগীয়া কথা সুধিলোঁ।

প্ৰায় লগে লগেই ছন্দাই ক'লে, “হিষ্টৰি, ইতিহাস। ইতিহাসে মোৰ ভিতৰৰ আৰ্টিষ্টজনীক মাৰি পেলালে। হিষ্টৰী মই ভাল পোৱা নাছিলোঁ। কিন্তু ইংৰাজীতো মাৰ্ক কম পালোঁ কাৰণে এম-এত ইংৰাজী লবলৈ অনুমতি নাপালোঁ। কিন্তু কিবা এটা বিষয়ত এম-এ পঢ়িম বুলি মই ঠিক কৰিছিলোঁ, আৰু ইতিহাসতে শতকৰা ৪৮কৈ মাৰ্ক পাইছিলোঁ।

অনিচ্ছাসত্বেও হিষ্টৰীকে পঢ়িলোঁ। ভাল নোপোৱা বিষয় এটাত ভালকৈ পাছ কৰিব লাগিলে কিযে কষ্ট কৰিব লাগে—মইহে বুজিছোঁ।"

ল'ৰাটোৱে চাহ আনিলে। এঁৱা গাখীৰ, গুড় আৰু চিৰা আৰু গাখীৰ চেনি দিয়া চাহপানী। মোৰ ভাল লাগিছিল, পিয়াহো যথেষ্ট লাগিছিল। তৃপ্তিৰে চাহ খোৱাত লাগিলোঁ। লগে লগে ক'লোঁ, "মই আকৌ টকা-পইচাৰ অভাৱৰ কাৰণে আৰু পঢ়িবই নোৱাৰিলোঁ।"

—ভালেই কৰিলে। মোৰ পঢ়োঁতে লগা ধাৰবোৰ এতিয়াও মাৰি শেষ কৰিব পৰা নাই।

—এজনৰ আৰ্জনেৰে নোৱাৰিবগৈ কিজানি। পৰিস্থিতিটো লঘু কৰিবৰ কাৰণে ক'লোঁ।

কিন্তু একেই অসন্তুষ্টিৰে ছন্দাই ক'লে, "ধাৰ মই অকলে লগাইছিলোঁ, অকলেই মাৰি শেষ কৰিব লাগিব। আজিকালি এনেই তিৰোতাজনীয়েই একোটা লায়েবিলিটি। আকৌ ধাৰৰ লায়েবিলিটিৰ বোজা কোনে ববলৈ আগবাঢ়ি আহিব?"

এগৰাকী গাভৰু শিল্পীৰ লগত বৰ নীৰস কথা পাতিছোঁ বুলি অনুভৱ কৰিলোঁ। নক'লোঁ যে ময়ো একে কাৰণতে আজিলৈকে বিয়া নকৰোৱাকৈ আছোঁ। মোৰ যে ধাৰ মাৰিবকে পৰা নাই। মাষ্টৰি, সাংবাদিকতা, বাৰীত শাকপাত কৰিও খাবলৈ নাটে।

ছন্দাৰ ওচৰত আজি সোমোৱাৰ এটা উদ্দেশ্য আছিল। ভাবিছিলোঁ সহজভাৱে ছন্দাৰপৰা টকা পঞ্চাশটা ধাৰলৈ বিচাৰিম, কিন্তু মুখবন্ধতে যৱনিকাৰ আগন্তুক হ'ল। যদি তেওঁৰ হাতত টকা নাই, তেওঁক অপমান কৰাহে হ'ব। শিষ্টাচাৰ ৰক্ষা কৰাৰ প্ৰয়োজন বোধ কৰিলোঁ।

মোৰ বয়সৰ এজন ডেকা মানুহে ছন্দা কটকীৰ নিচিনা এজনী শুৱনী গাভৰুৰ লগত অন্তৰৰ সম্পৰ্ক গঢ়ি তোলাটোহে আছিল শোভনীয় আৰু স্বাভাৱিক কথা। কিন্তু দুখন ডেকা অন্তৰৰ মাজত থিয় দি আছে দুৰ্ভেদ্য আৰ্থিক বিবেচনা। হৃদয় আপুনি সঙ্কুচিত হৈ যায়।

ওচৰতে থিয় দি থকা ৰান্ধনি ল'ৰাটোৰ ফালে চাই ছন্দাই ক'লে, "এখেতক চিনি পাইছনে নাই? এখেতেই পল্লৱ চৌধুৰী। সেই যে তই গল্প আৰু কবিতা পঢ়—এখেতেই লিখে।"

ল'ৰাটোৰ চকুত বিস্ময় আৰু শ্ৰদ্ধাৰ উজ্জ্বলতা জিলিকি উঠিল। সি দুয়ো হাত কপালত থৈ মোক নমস্কাৰ কৰিলে।



ময়ো মূৰ দুপিয়ালোঁ, মনে মনে মই প্ৰফেছৰ ছন্দা কটকীৰ বিশেষত্বহীন এই ৰান্ধনি ল'ৰাটোৰ প্ৰতি অলপ স্নেহ আৰু শ্ৰদ্ধা অনুভৱ কৰিলোঁ।

ছন্দাই ক'লে, "ই আকৌ সাহিত্যৰ বৰ ভক্ত। আপোনালোকৰ লিখাবোৰ সদায় পঢ়ে, লিখকসকলৰ বিষয়ে জানিবলৈ তাৰ বৰ হেঁপাহ। ল'ৰাটোৱে মোৰ সান্নিধ্য আৰু পৰিচয়ত যেন কিছু বিব্ৰত বোধ কৰিলে, সি পিৰিচ-পিয়লা আদি ট্ৰেত ভৰাই ভিতৰলৈ গুচি গ'ল।

হঠাতে মোৰ আজি মনত খেলালে যেন প্ৰফেছৰ ছন্দা কটকীয়ে মোক অপমান কৰিবৰ কাৰণেই মোৰ সাহিত্য কোন শ্ৰেণীৰ পাঠকে পঢ়ে তাক চকুত আঙুলি দি বুজাই দিলে। মনে মনে মই ছন্দাৰ প্ৰতি অসন্তুষ্ট হোৱা যেন অনুভৱ কৰিলোঁ, কিন্তু সেই বিষয়ে মই একো নক'লোঁ।

পাঠক হওক, সেই ৰান্ধনি ল'ৰাটো যে মোৰ লিখাৰ সমালোচক হৈ বহা নাই, সেয়ে বহুত। আজিকালিতো পাঠকতকৈ সমালোচকৰে সংখ্যা সৰহ, একো নপঢ়া-নিলিখা মানুহেও সাহিত্য সমালোচনা লিখে।

সন্ধিয়া হৈ আহিছিল। ছন্দাৰপৰা বিদায় ললোঁ। আজি অভ্যুদয়ৰ সভাত সংস্কৃতিৰ বক্তৃতা দিবলগীয়া আছে।

ছন্দাই ক'লে, "মাজে মাজে আহিবচোন। বৰ অকলশৰে থাকোঁ। কিতাপনো আৰু কিমান পঢ়িম, ভায়োলিন বজালেও শুনোতা নাই। আপোনাৰ লিখাৰ পাঠক হোৱাৰ নিচিনাকৈ মোৰ ভায়োলিনৰ শ্ৰোতাও মোৰ এই ৰান্ধনি ল'ৰাটোৱেই।"

একো উত্তৰ মই বিচাৰি নাপালোঁ। মধ্যবিত্তৰ জীৱনত ধন-পইচাৰ নাটনি কোনো নতুন কথা নহয় কিন্তু মানুহৰ হৃদয়ৰ অনুকম্পা হ'লে আৰু সহৃদয়তাৰ নাটনিয়ে কেতিয়াবা হতাশ কৰে।

অলপ বেগাই ঘৰলৈ পোনাইছিলোঁ, পিচফালৰপৰা গাড়ী এখন আহি মোৰ কাষতে ৰৈ গ'ল।

ঘূৰি চালোঁ।

—হেই চৌধুৰী, আহক আহক, কলৈ যায়? আপুনি জাতে-পাতে কবি হ'ল দেখিছোঁ।

ষ্টীয়াৰিঙত হাত আছে প্ৰদীপ দুৱৰাৰ। তেওঁৰ কাষত শ্ৰীধৰ ফুকন। দুয়ো মোৰ চিনাকি।

গাড়ীত উঠিলোঁ। গাড়ীখন একেবাৰে নতুন। বহি আৰাম পালোঁ।

—ক'ৰপৰা আহিল? মই সুধিলোঁ।

—ছোৱালী এজনী দিয়কহে। ধুনীয়া ছোৱালী এজনী বিচাৰি ফুৰিছোঁ—উচ্ছ্বসিতভাৱে ফুকনে ক'লে।

এসময়ত ফুকনে আর্ট-কালচাৰ আদি কৰি ফুৰিছিল। আজিকালি কি কৰে নাজানো, কিবা কনট্ৰেক্ট কৰে বোধকৰোঁ।

প্ৰদীপ দুৱৰাই ক'লে, "বুজাই নাই নেকি ? এখন ফিল্ম কৰিব খুজিছোঁহে চৌধুৰী। এটা ধনী মাৰোৱাৰীয়ে আঢ়ৈ লাখ দিম বুলিছে। কোম্পানী ৰেজিষ্টাৰ কৰা হৈ গ'ল। এইখন গাড়ীও কিনা হ'ল কোম্পানীৰ নামত। এতিয়া আর্টিষ্ট বিচাৰিছোঁ। ঢেৰ ছোৱালী পাইছোঁ —পিছে ফেচ আৰু ফিগাৰ বৰ ভাল নহয়, আজিকালি বিকিনি-ড্ৰিকিন চলিছে—ফিগাৰটো ভাল লাগে।"

তেওঁলোকে তেতিয়া নিশ্চয় মেৰিলীন মন্‌ৰো, এলিজাবেথ টেইলৰ বা তেনে কোনোৱা অভিনেত্ৰীৰ কথা ভাবিছিল চাগৈ।

—দিয়কনা ধুনীয়া চাই হিৰইন এজনী। বয়স টুয়েণ্টিৰ ভিতৰত হ'লে ভাল। নহ'লেও অলপ বেচি হ'লেও আপত্তি নাই। পিছে চেক্স্ এপীল থাকিব লাগে। আপুনিতো বুজেই সকলো।

প্ৰকৃততে মই সিমান নুবুজোঁ। ফেচ আৰু ফিগাৰ আছে যদিও ছন্দা কটকী যে ফিল্ম কৰিবলৈ নাযায়—এই বিষয়ে মই নিশ্চিত। ধুনীয়া ছোৱালী বুলিলত সেই সময়ত মোৰ ছন্দাৰ কথাই মনলৈ আহিছিল।

—ষ্টৰীটো কাৰ লৈছে ? মই সুধিলোঁ।

—সেইটো এতিয়াও ভবাই নাই। হৈ যাব দিয়ক। টকা দিব খোজা মাৰোৱাৰীজনেও ষ্টৰী এটা ভাবি আছে। ক'লে জানো আপুনিও এটা লিখি দিব নোৱাৰিব। ৰাইট, হেৰা দুৱৰা, আমি ষ্টৰীৰ কাৰণে এখেত চৌধুৰীকে এন্‌গেজ নকৰোঁ কিয় ? এখেত তো গল্প-উপন্যাস লিখা মানুহ। আৰু এখেত পপুলাৰো। আমাক লগা ধৰণৰ এটা ষ্টৰী তো এখেতেই লিখি দিব পাৰিব।

দুৱৰা আৰু ফুকন দুয়োৰে মুখৰপৰা বিলাতী মদৰ গন্ধ ওলাইছিল। কিন্তু তেওঁলোক অকণো অপ্ৰকৃতিস্থ হোৱা নাছিল।

দুৱৰাই ক'লে, "ঋষভ হাজৰিকাৰ বোলে আঠজনীনে নজনী জীয়েক, সিহঁতে নাচ-গানো কৰে, দেখাই-শুনায়ো ভাল বোলে। তাৰে এজনী বা দুজনী আমাক নিদিবনে ?"

মই কিন্তু তেতিয়া ছোৱালীৰ কথা ভবা নাছিলোঁ। মোৰ ষ্টৰী এটা



কথাছবিৰ কাৰণে দিব পাৰিলে নিশ্চয় বৰ ভাল কথা হ'ব। মোৰ কল্পনা বাস্তৱত জীৱন্ত হৈ উঠিব।

চাবি আলিত তেওঁলোকৰপৰা বিদায় ললোঁ। মোৰ ধন্যবাদলৈ বাট নাচাই, তেওঁলোক দুয়ো মোকহে বহুত ধন্যবাদ দি গাড়ী চলাই গুচি গ'ল।

মই ঘৰৰ ফালে আগ বাঢ়িলোঁ। অভ্যুদয়ৰ সভালৈ যাব লাগিব, আৰু বেচি সময় নাই। অৱশ্যে সভালৈ সভাপতি আৰু নিৰ্দিষ্ট বক্তা অলপ পলমকৈ যোৱাহে ভাল—বাইজৰ আগ্ৰহ বাঢ়ে।

পুলিন ঘোষৰ পদূলিমূৰত জীয়েক মায়া থিয় হৈ বৈ আছিল। পুলিন ঘোষে ঘৰতে মিঠাই বনাই ঘৰে ঘৰে বেচি ফুৰিছিল। আজি কিছুদিনৰপৰা তাৰ কাৰবাৰ বন্ধ। তাৰ হেনো কেঞ্চাৰ হৈছে, আৰু মিঠাই বনোৱা আটা-ময়দা-গাখীৰ-চানা পাবলৈ নোহোৱা হৈছে।

মায়াক কেঁচুৱাৰপৰা দেখিছোঁ। এতিয়া তাই গাভৰু হ'ল। পুলিনৰ একমাত্ৰ ছোৱালী তায়েই। বৰ ধুনীয়া হৈছে ছোৱালীজনী। মুখখন গঢ়িত, গাটো আঁটিল, চকুহাল ধুনীয়া, ওখই-পাখই ছোৱালীজনী চকুত লগা।

—এনেই বৈ আছোঁ দাদা, ক'ৰপৰা আহিলা ?

মই ৰলোঁ তাইৰ। মুখলৈ চালোঁ, তাই ধুনীয়াকৈ প্ৰসাধন কৰিছে, যেন কৰবালৈ যাবলৈ ওলাই বৈ আছে।

তাইলৈ তেনেকৈ মনোযোগেৰে চোৱা দেখি তাইৰ কিজানি অন্য কিবা ধাৰণা হ'ল। কিন্তু তাই লাজ পোৱা যেন নালাগিল।

—দেউতাৰ কেনেকুৱা আছে ?

—দেউতাক বৰবাৰীলৈ নিছে। মা'ও গৈছে। ঘৰত মণ্টু আৰু মইহে আছোঁ। মণ্টুতো জানো কেনি যায়। আহক, আমাৰ ঘৰলৈকে যাওঁ।

তাইৰ মাতষাৰ অস্বাভাৱিক যেন লাগিল।

—ঘৰত অকলে তোৰ ভয় লাগিছে নেকি ?—মই সুধিলোঁ।

—ভয় নালাগে, কোনোবা-কুনুবি আহি থাকে নহয়।

মায়াৰ মুখৰপৰা গাৰ ওপৰেদি এবাৰ চকু ফুৰাই নি মই অলপ অস্বস্তি অনুভৱ কৰিলোঁ, গাৰ বৰণ ওলাই থকা ইমান পাতল নাইলনৰ শাড়ী আৰু ব্ৰেছিয়াৰ জিলিকি থকা পাতল চোলা তাই কেতিয়াৰপৰা পিন্ধিবলৈ ললে,

পুলিন ঘোষৰ ছোৱালী কি যৌৱনৰ অভিসাৰিকা হবলৈ আগবাঢ়িছে !

—মই ঘৰলৈ যাওঁ মায়া । তই এনেকৈ পদূলিমূৰত বৈ নাথাকিবি, ঘৰৰ ভিতৰলৈ যা । অন্য এসময়ত আহিম, তোৰ লগত কথা পাতিব লগীয়া আছে,—মই ক'লোঁ ।

—আজিয়ে আহকনা । আমি কথা পাতিব পাৰিম । মণ্টু এতিয়া নাহে, বহুত ৰাতিহে সি ঘৰলৈ আহে ।

মোৰ চকুৰ আগতে ডাঙৰ-দীঘল হোৱা মায়াজনীৰ মুখত একেবাৰে আচহুৱা ভাষা শুনা যেন লাগিল ।

—ৰাতি হ'ল, মোৰ কাম আছে, যাওঁ । তই ঘৰলৈ যা ।

অৱশ্যে পুলিন ঘোষৰ গাভৰু জীয়েকৰ ওপৰত অভিভাৱকত্ব কৰাৰ কোনো অধিকাৰেই মোৰ নাই । তথাপি ওচৰ-চুবুৰীয়াৰ প্ৰতি আমাৰ এটা নৈতিক দায়িত্ব আছে ।

মই গুচি আহিলোঁ, এজনী গাভৰু ছোৱালী ৰাতি এনেকৈ আলিবাটৰ কাষত বৈ থকা ভাল নহয় ।

মায়া ফিল্ম ষ্টাৰ হ'বনে বাৰু ? বাপেকৰ বেমাৰ, সিহঁতৰ একো আৰ্জন নাই । তাই কোন পথ লৈছে বা ল'ব ক'ব নোৱাৰি । হয়তো তাই কথাছবিৰ নায়িকা হবলৈ বেয়া নাপাব, আৰু মোৰ এটা কাহিনীৰ যদি তাইক নায়িকা কৰিব পাৰি !

আমাৰ ঘৰখন নিমাওমাও হৈ আছে । কাৰোৰেই মাতবোল নাই । বোধকৰোঁ ভাইটোও কেনিবা ওলাই গৈছে ।

বৌটীৰ ওচৰলৈ গ'লোঁ । একেদৰেই নিঃসাৰ হৈ পৰি আছে । নজগালোঁ ।

মোৰ কোঠালৈ আহিলোঁ, পঢ়া মেজখন আগৰ দৰেই কিছু বিশৃঙ্খল হৈ আছে । মেজৰ ওপৰত চিঠিকেইখন পৰি আছে—আগৰ দৰেই ।

লণ্ঠনটো বঢ়াই দি চিঠিকেইখন কাষ চপাই আনিলোঁ । এখন এজন মোমাইদেউৰ চিঠি—দুবছৰৰ আগতে টকা আঢ়ৈশ ধাৰ লৈছিলোঁ, বিচাৰিছে । এখনত এজন সামান্য চিনাকি থকা বন্ধুৱে এজনী ছোৱালীৰ কথা লিখিছে । মোলৈ দিব খোজে । মানুহ ঘৰহে সিমান ধনী নহয়, কিন্তু ছোৱালীজনী ভাল । আন তিনিখন আলোচনীৰ সম্পাদকৰ চিঠি । পূজাৰ বিশেষ সংখ্যাৰ কাৰণে গল্প লাগে ।—নহ'লেই নহয় ।—ইমান তাৰিখৰ ভিতৰতে পোৱাকৈ পঠাবলৈ অনুৰোধ কৰিছে, মাননিৰো আশা দিছে ।



এই চিঠিকেইখন আহিবৰ আজি দহ-বাৰ দিনমানেই হ'ল । কেইবা-বাৰো পঢ়িও চালোঁ, কিন্তু আজিও কোনো গল্পৰ এটা শাৰীও লিখিব পৰা নাই । কিবাকিবি প্লটৰ কথা ভাবোঁ কিন্তু আঁত হেৰাই যায় । এটা খণ্ডিত, বিচ্ছিন্ন ডিচ্ইন্টিগ্ৰেটেড চেল্ফ লৈ, অসংলগ্ন আৰু যোগসূত্ৰহীন অভিজ্ঞতা আৰু ভাব লৈ কি গল্প লিখিম ? মোৰ কোনো সাহিত্যিক ব্যক্তিত্ব নাই । নিজক সাহিত্যিক বুলি এব্ষ্ট্ৰেক্ট কৰিব নোৱাৰোঁ । যি এছকেপিজিমৰ মাজত কল্পনাই কলা-সাহিত্যৰ ৰূপ লয় ; সেই পলায়নপৰতাও মই আয়ত্ব কৰিব পৰা নাই । পাঠক, সম্পাদকে হয়তো নাজানে যে মই সাহিত্য চিন্তা কৰিবৰ আজৰি নাপাওঁৱেই । জীৱন-সংগ্ৰামত ৰাতিয়ে দিনে নিজক ব্যস্ত কৰিব লাগে ; অথচ এই সংগ্ৰামকো কোনো মহত্ত্বৰ স্তৰলৈ মই নিব পৰা নাই ।

চিঠিকেইখন আকৌ মেজৰ ওপৰত থৈ দিলোঁ, বৌটী পৰি আছে, থাকক ; ভাইটোৱে কৰবাত কামৰ খবৰ কৰিবলৈ ওলাই যাব পায়, যাওক ; মায়া ঘোষ পদূলিমূৰতে এতিয়াও থিয় হৈ থাকিব পায়, থাকক ; ছন্দা কটকীয়ে অকলশৰে বহি ভায়োলীন বজাই থাকিব পায়, থাকক ।.....

মই ওলাই যাম । অভ্যুদয়ৰ সভাত নতুন সংস্কৃতিৰ বিষয়ে এটা বক্তৃতা দিম । বহুত মানুহে মোৰ বক্তৃতা শুনিব, বহুতে বুজি পাব, বহুতে একোকে বুজিবই নোৱাৰিব ।

# উপপথ

## শ্ৰীলক্ষ্মীনন্দন বৰা

এতিয়া যদি কোনোবাই নবীনক সোধে,—সি কোন চনত বি-এ পাছ কৰিলে, সি খপহকৈ চনটো ক'বলৈ টান পাব। এনে অহা দিনৰ কথা সুঁৱৰিবলৈ তাৰ সময় নাই। সি জীয়াই আছে জীয়া বাস্তৱৰ লগত। এই ৰূঢ় বাস্তৱত তাক পুথিগত বিদ্যাই অকণো সহায় কৰা নাই। সহায় কৰিছে বাস্তৱ-বুদ্ধিয়ে আৰু জীৱনৰ লগত জড়িত হৈ থাকিব পৰা ক্ষমতাই। যোৱা কেইবছৰ সি নিজৰ ব্যৱসায় লৈ ইমান ব্যস্ত যে তিনিচুকীয়াত বাদে কোনো চহৰলৈ অহা নাই; বেপাৰী আৰু চাহ বাগিচাত কাম কৰা গ্ৰাহকবোৰৰ বাদে আন ধৰণৰ মানুহৰ সংস্ৰৱলৈ আহিবলৈ সুযোগ পোৱা নাই আৰু কোনো প্ৰয়োজনো বোধ কৰা নাই। সি এতিয়া পাহৰি গৈছে যে তাৰ দৰে মানুহ এটাই বি-এ পাছ কৰিবলৈ সাহিত্য, দৰ্শন আদি মনপুতি পঢ়িছিল।

সেই তাহানিয়েই সি ডিব্ৰুগড়ৰপৰা বি-এ পাছ কৰিলে, অথচ আজিহে ব্যৱসায়িক কাৰণত ইয়ালৈ আহিবলগীয়া হ'ল। কিন্তু এতিয়া যে ইয়াত তাৰ কোনো চিনাকি মানুহেই নাই। থাকিলেও কোন ক'ত থাকে সি পাহৰি গ'ল। হঠাতে মনত পৰিল মাধৱলৈ,—মাধৱ বৰকটকীলৈ। মাধৱেও একে বছৰতে বি-এ পাছ কৰি চাকৰি পোৱাত ব্যৰ্থ হৈ এখন মনোহাৰী দোকান দিলে। প্ৰতি বছৰে জানুৱাৰী মাহত মাধৱে তাৰ দোকানৰ নামত ছপোৱা ৰমক-জমক দামী কেলেণ্ডাৰ একোখন নবীনলৈ পঠাই আছে। সেয়েহে নবীনে অনুমান কৰিছে যে এতিয়া কিজানি



মাধৱৰ 'লিপিকা ষ্টৰছ'খন বেছ ডাঙৰ দোকান হৈছে। সি ডিব্ৰুগড়ৰ মূল আলিকেইটা পাহৰি যোৱা নাই। সেই কাৰণেই কাকো নোসোধাকৈ 'লিপিকা ষ্টৰছ'খন বিচাৰি পালে। মাধৱৰ দোকানখন দেখি নবীন বৰাই বন্ধুৰ ক্ৰমোন্নতিৰ প্ৰমাণ পাই সন্তুষ্ট হ'ল। আগতে ডিব্ৰুগড়ত ফেঙ্কি ষ্টোৰ আৰু ডুমডুমা ষ্টোৰ্চেই লাহ-বিলাহৰ সামগ্ৰী থকা দোকানৰ ভিতৰত বিশেষভাৱে লেখত লবলগীয়া দোকান আছিল। কিন্তু এতিয়া 'লিপিকা ষ্টৰ্চ' এই দুখন দোকানতকৈ কোনো গুণে হীন নহয় বুলি প্ৰথম দৰ্শনতে সঠিক অনুমান কৰিব পাৰি।

নবীন 'লিপিকা ষ্টৰ্চ'ত সোমাল। তাৰ এহাতে এটা প'ৰ্ট ফলিও বেগ আৰু ইহাতে এটা নাতিবৃহৎ এয়াৰ বেগ। সি সোমোৱাৰ ধৰণটো দেখিয়েই বস্তু বেচি থকা মানুহ তিনিটাই গ্ৰাহক নহয় বুলি ধৰি ললে। সিহঁতে আকৌ নিজৰ কামত মন দিলে। ছোৱালী দুজনীক নোম বিনাশক 'এনে ফ্ৰাঁ' এটা আৰু নখত লগোৱা ৰং এটা আগবঢ়াই দি দামটো লবলৈ বৈ থকা মানুহটোক নবীনে সুধিলে, "মহাজন আছেনে?" মানুহটোৰ মুখত অসন্তোষৰ চিন ফুটি উঠিল। সি নবীনলৈ কঠিনভাৱে চাই ক'লে, "আমাৰ প্ৰপ্ৰাইটৰৰ কথা কৈছে?" এৰা, নবীনে ভাবিলে, গাঁৱলীয়া ধৰণে মহাজন বুলি কৈ সি ভুলেই কৰিছে। বিলাসৰ সামগ্ৰী বেচা এই ৰমক-জমক দোকানৰ গৰাকীজনক প্ৰপ্ৰাইটৰ বুলি ক'লেহে বেতনভোগী ধুনীয়া মানুহ তিনিটা সন্তুষ্ট হব। তাৰ ভাব হ'ল, ইতিমধ্যে কিজানি ডিব্ৰুগড়ৰ মানুহৰ বচনভঙ্গী আৰু শব্দ-বাছনিও চিনেমাৰ পোষ্টাৰ-বোৰৰ দৰেই অতি আধুনিক হৈ পৰিল। নিজকে চম্ভালি সি ধীৰে ধীৰে ক'লে, "হয়, প্ৰপ্ৰাইটৰৰ কথাই সুধিছোঁ। তেখেত নাইনে কি?" টেৰিলিন-সৰ্বস্ব বেশভূষাৰ ভদ্ৰলোক এজনক চেম্পো আৰু জোতাৰ ৰং আগবঢ়াই দিয়া মানুহটোৱে ক'লে, "তেখেত নাই। এঘাৰটাত আহিব।"

এঘাৰটাত নবীনৰো অফিচত কাম আছে। সি ক'লে, "তেনেহলে কব, চাহ পিছলুৱাৰপৰা নবীন আহিছিল। এই বেগটো ৰাখকচোন। তেওঁক থাকিবলৈ কব। মই বাৰটাত ওলামহি।" মানুহটোৱে এইবাৰ বিক্ৰেতাৰ ব্যৱসায়িক ভঙ্গী কিঞ্চিৎ পৰিত্যাগ কৰি ক'লে, "কিন্তু আপুনি যে, চাৰ, সম্পূৰ্ণ পৰিচয় নিদিলে! বেগটো বাৰু ৰাখোঁ কেনেকৈ যিহে দিন পৰিছে, মিনিটৰ ভিতৰতে পুলিচ ওলাই কৰহি, বেগ খোলা, কাম আছে।" পাঁচ বছৰ ডিব্ৰুগড়ত থাকি এইবোৰ 'চাল' নুবুজা নহয়।

কোনো অচিনাকি মানুহে কুটুম ভাবি এন্নাৰ বেগতো ৰাখি থবলৈ বিনা গৰজত নকয়।

মানুহটোৰ সন্দেহী মনটোলৈ নবীনৰ ঘৃণা হ'ল। তাৰ অস্বাভাৱিক গাম্ভীৰ্য্যৰে দৃষ্টিকটু মুখখন দেখি নবীনৰ খং উঠিল। সি ক'লে, "বোধকৰোঁ। আপুনি কৰ্মচাৰীহে। ইমান কৈফিয়ৎ লোৱাৰ প্ৰয়োজন নাই বুইছে? মাধৱৰ দৰে ময়ো এটা প্ৰপ্ৰাইটৰেই। নবীন আহিছিল বুলি ক'লেই সি সকলো বুজি পাব।"

ইয়াকে কৈয়ে নবীন খঙেৰে দোকানৰপৰা ওলাই আহিল। বিক্সাত উঠি সি ক'লে, "এক্সাইজ অফিচ চিনি পাব?"

এঘাৰটা বাজি দহ মিনিট যোৱাত মাধৱ বৰকটকী দোকানত হাজিৰ হ'লহি। কৰ্মচাৰী এটাই এন্নাৰ বেগটোৰ ফালে দেখুৱাই ক'লে, "আপুনি যোৱাৰ অলপ পাচতে মানুহ এজন আহিছিল। এইটো এৰি থৈ গৈছে। কৈছে, চাহ পিছলুৱাৰ নবীন বুলি ক'লেই হেনো আপুনি গম পাব। আপোনাৰ বন্ধু বুলিও কৈছে।"

মাধৱে সুধিলে, "আৰু কিবা কৈছেনেকি?"

"বাবটাত আহিম বুলি কৈছে। বেচি কথা নুসুধিলোঁ। মানুহজন বাফ যেন লাগিল। তেওঁ হেনো কিবা দোকানৰ প্ৰপ্ৰাইটৰো।"

দোকানৰ মালিক বুলি কোৱাতহে মাধৱে কাৰ কথা কৈছে ধৰিব পাৰিলে। পোনতে নবীন আহিছিল বুলি কওঁতে চাহ পিছলুৱাৰপৰা অহা বুলি শুনিও নবীন নামৰ কোনো চিনাকি মানুহ থাকিব পাৰে তাৰ সহজে মনত পৰা নাছিল। কিন্তু দোকান আছে বুলি জানি মাধৱৰ সাত-আঠ বছৰ দেখা নোপোৱা বন্ধুবৰক লগ পাবলৈ উদগ্ৰীৱ হৈ পৰিল। নবীনৰ জীৱনৰ লগত যে মাধৱ বৰকটকীৰ ইমান মিল অথচ এনে এটা বন্ধুকে দেখা পাবলৈ যোৱা আঠ বছৰে পৰিস্থিতিয়ে সুবিধা দিয়া নাই। মাধৱে পূৰ্বৰ নিচলা অৱস্থাৰ কথা সুঁৱৰিলেই পোনতে তাৰ মানসপটত দেখা দিয়ে নবীন বৰাই। নবীনেও মাধৱৰ দৰে কম কষ্ট কৰা নাই। বি-এ পাছ কৰি আন ঠাইত একো সুবিধা কৰিব নোৱাৰি চিলাছিগা চাহ বাগিচাত মাইকী মহৰী সোমাল। কোনোমতে ইংৰাজী কেইটা পঢ়িব পৰা, অনৰ্গল ভুল ইংৰাজীৰে চাহাবক কথা বুজাব পৰা, হাইস্কুলৰ দুচাপ আগুৱাই শিক্ষা সাং কৰা বৰবাবুৱে শিক্ষিত মহৰীক নিজৰ ক্ষমতাৰ স্বাৰ্থত হিংসা কৰিবলৈ ধৰিলে। ছমাহৰ পাচত সেয়েহে নবীনৰ চাকৰি গ'ল।



কিন্তু সি হতাশ নহ'ল। হাতত থকা পইচাৰে পোনতে চাহ পিছলুৱাত তামোলৰ যোগান ধৰিলে। তাৰ পাচত এখন গেলামালৰ দোকান দিলে। আশে-পাশে মাৰোৱাৰীৰ দোকান নাছিল কাৰণে সি দোকান দি দোপত-দোপে উন্নতি কৰিবলৈ ধৰিলে। এতিয়া তেল পিছলুৱাৰ এনে এখন ঠাইত নবীনে গেলামালৰ দোকান দিছে যে এই দোকান চাৰিখন ডাঙৰ চাহ বাগিচাৰ মাজত পৰে। কচুকটা, গেৰুৱামাটি, চামতলী আৰু কমলাবন বাগিচাৰ বনুৱা আৰু আন কৰ্মচাৰীক মাল যোগোৱা সৰু সৰু দোকানবোৰৰ 'হ'ল চেলাৰ' হ'ল নবীন বৰা। তাৰ দোকানত মাহে হাজাৰ হাজাৰ টকাৰ লেন-দেন। তেল পিছলুৱা বাগিচাৰ মেডিকেল অফিচাৰ নগেন ঘোষৰ মুখে মাধৱে শুনিছে যে নবীনৰ মাহে অনায়াসে বিশ হাজাৰ টকা আয় হয়। তদুপৰি চাউল মজুত কৰি থয় কাৰণে শাওণ-ভাদত তাৰপৰা দুগুণ লাভ হয়।

বাৰটা বজাত নবীন লিপিকা হৈচৈলৈ আহিল। মাধৱে আগবাঢ়ি আহি তাক সাঁকোৱালি ধৰিলে। তাৰ পাচত আৰম্ভ হ'ল আহলাদ-আপ্যায়ন, দুয়োৰে নানা আলোচনা, নানা প্ৰশ্নৰ উত্তৰ-প্ৰত্যুত্তৰ আৰু মনৰ বিনিময়। পৰস্পৰে জানি ললে—কাৰ কাৰবাৰ কেনে চলিছে।

মাধৱে সুধিলে, "তই বাৰু আজি ইমান বছৰৰ মূৰত ডিব্ৰুগড়লৈ কিয় আহিলি? নিশ্চয় মোক চাবলৈ অহা নাই!"

নবীনে ক'লে, "চাহ বাগিচাৰ মাজত দোকান দিয়া মানুহটোৰ ইয়াৰ পাচত আৰু কি অভিলাষ থাকিব পাৰে? তয়ে ভাবি চাচোন।"

"নিশ্চয় চিনেমা হল এটা সজা।"

"ওহোঁ নহ'ল।"

"চাহ বাগিচা কিনা?"

"সিমান সাহস হোৱা নাই।"

"লেবাৰৰ ভোটেৰে এম-এল-এ হোৱা?"

"এস্ তই টাউনত থাকিও মানুহৰ মতলব বুজি নাপাৱ। মোৰ এম-এল-এ হোৱাৰ দৰ্কাৰ কি? এম-এল-এ হবলৈ, লোকৰ বাহী চোতাল গচকিবলৈ মোৰ কি চুটখৰে খাইছে? হেৰ, আজিৰ দিনত টকা থাকিলে এম-এল-এ, মন্ত্ৰীক কিনিব পাৰি। মানুহক লাগে কেৱল টকা।"

"বুজিলোঁ। তেনেহ'লে তোৰ মতলব কি?"

"মোৰ নেক্সট্ ষ্টেপ হ'ল চাহ পিছলুৱা আৰু কমলাবনৰ মদৰ মহল

দুটা ডাকি লোৱা। বাগিচাৰ মদৰ মহলত সাংঘাতিক লাভ। তহঁতৰ সেই কটীয়া দুৱৰাটোৰ কথাই ভাবি নাচাৰ কিয়? আগতে তাৰ কি আছিল? এতিয়া সি পুৰণা মটৰত উঠিলে জাতি-কুল নষ্ট হব বুলি ভাবে।"

"তেনেহ'লে তই মদৰ কাৰবাৰত নামি পোনতেই দুটা মহল ডাকি লবি?"

"ভাবিছোঁ। লগতে লেলেও ট্ৰাক এখন লোৱাৰ কথাও ভাবিছোঁ। কিন্তু অফিচলৈ গৈ যি বুজিলোঁ, মদৰ মহল এটা পোৱাও টান হৈ পৰিছে। এক্চাইজ চুপাৰিণ্টেণ্ডেণ্ট্‌টো নহা খেচেৰা। তাৰ মতলব যোৱা বাৰ ডাকি লোৱা মাৰোৱাৰীটোক দিয়াহে। সি ডি. চি.ক সেই মাৰোৱাৰীটোৰ হৈ কেৰাবাৰো কৈছে। মই আজি তাক লগ পাওঁতে সি কথাকে কব নুখুজিছিল। ডি. চি.য়েহে জানে বুলি কৈছিল। ডি. চিকো লগ পালোঁ। সিও একে। মুখ দেখিয়েই বুজিব পাৰি, সি ঘোচখোৰ। কিন্তু সি মোক ধৰ্মাৱতাৰ যেন দেখুৱাই ক'লে—"পুৰণি মহলদাৰক ভাঁটীটো নিদি আপোনাক দিয়া উচিত হব জানো? আপুনিয়েই ভাবি চাওকচোন।"

"এবা দুপইচা সৰকাৰ খুজিলে পোনতে এনেকৈ ওলোটা কথা কয়েই। তোৰ জানো দুয়োটাকে ঘোচ দিবৰ ইচ্ছা নাই?"

"আছে। টকাও লৈ আহিছোঁ। কিন্তু নিৰামিষ খোৱা মাৰোৱাৰীটো জানো সুদা ভকত? যুদ্ধত ঠিকাদাৰী কৰা মাৰোৱাৰী যেতিয়া সি চাগৈ আগতেই সিহঁতৰ মুখ বন্ধ কৰি থৈছে।"

"তেনেহ'লে কি কৰিবি?"

"ভাবি চাচোন,—কি কৰা ভাল হব। কিন্তু কাইলৈৰ ভিতৰতে সকলো নিষ্পত্তি কৰিব লাগিব। পৰহিলৈ শেষ দিন।"

"ঠিক আছে। আজিৰ ভিতৰতে সকলো ঠিক হৈ যাব। শেষ-পাট অস্ত্ৰ প্ৰয়োগ কৰিব লাগিব।"

"শেষ পাট অস্ত্ৰ? টকা দিয়াৰ কথা কৈছে? কথা কবলৈকে নোখোজা মানুহটোক টকা কি সাহসত দিম?"

"টকা দিব নালাগে। কিন্তু তাৰ অলপ টকা খৰচ হব। নিচেই সামান্য। তিনিশমান।"

"তই কি কৈছ মই একো বুজা নাই।"

"নুবুজিবিতো। চাহ বাগিচাৰ মাজত থাকি তই ইহঁতৰ মনবোৰ:



বুজিব নোৱাৰ। বুইছ, এইপাট অস্ত্ৰ ব্যৱহাৰ কৰাৰ পাচতহে ঘোচ দিয়া সহজ হৈ পৰিব।"

"কোন পাট অস্ত্ৰ?"

"ভাল চাই এটা দিব লাগিব।"

"কি? স্কচ্? ব্লেক্ নাইট? অ বুজিছোঁ, একচাইজৰ মানুহকতো এইবোৰ দি লাভ নাই। তেনেহ'লে লগৰটো দিব লাগিব।"

উপায় ওলাল। তিনি দিনৰ আগতে দুকুৰিৰ দেওনা পাৰ হোৱা মাকজনী আহিছিল। ডেৰ কুৰি টকা ধাৰ বিচাৰিছিল। সভ্য ভাষাতে ধাৰ বুলি কোৱা হয় যদিও সেয়া ধাৰ নাছিল! আছিল পাওনা। জীয়েকৰ দেহ-পণ্যৰ পাওনা, এৰাতিৰ পৰিতৃপ্তিৰ খৰচ। সিহঁতৰ ঘৰ এ. টি. ৰোডৰ কাষত। চহৰৰপৰা ন মাইল নিলগত। ঘৰটো গাঁৱৰ যিকোনো এটা সাধাৰণ ঘৰৰ দৰেই। কিন্তু সিহঁতৰ চ'ৰাঘৰত চহৰৰ ড্ৰয়িং ৰুমৰ পয়োভৰ। আৰু মালতীৰ,—সেই নতুনকৈ এই পথ লোৱা জীয়েকজনীৰ—সুকীয়া শোৱনী ঘৰটোৰ কেঁচা ভেঁটিত কাৰ্পেট আছে, তাত দামী ড্ৰেচিং টেবুল আছে, দামী প্ৰসাধন আছে, দামী ষ্টোভ আছে, ডিনাৰ চেট আছে, দাগ কটা গিলাচ আছে। সেই শয়নকক্ষ হ'ল, অৰ্থোচ্ছল পল্লবগ্ৰাহী ভদ্ৰলোকৰ বাসনাতীৰ্থ। মালতী আৰু মাক আজি টাউনলৈ অহা কথা। চিনেমা চাব। হয়তো কোনোবাই চিনেমা দেখুৱাব। সিহঁত টেক্সীৰে আহিছিল আৰু ৰংঘৰ চিনেমাৰ সন্মুখত মানুহ এটাৰে সৈতে নমা দেখিছিল,—দোকানৰ কৰ্মচাৰী নিৰঞ্জন শইকীয়াই। মাধৱে আজিৰ ভিতৰত মালতী বা মাকক দেখা পাইছিলনে নাই বুলি সোধাত প্ৰপ্ৰাইটৰৰ প্ৰবৃত্তিৰ ভু ৰখা নিৰঞ্জনে নুবুজা ভাও ধৰি এই খবৰ দিলে। কথাটো জানি মাধৱৰ লাভ হ'ল। মাধৱ আৰু নবীনে বিয়লিৰ কাৰ্য্যক্ৰম ঠিক কৰিলে। চাৰিটাৰ পৰা সাতটালৈকে মাধৱে নবীনক লৈ চহৰখনত ফুৰিব। আঠটাৰপৰা চাৰে আঠটালৈ দুটা চিনেমা হলৰ সমুখৰ 'জুয়েল ৰেষ্টোঁৰা'ত চিনেমা ভগা সময়লৈকে বহি থাকিব। চিনেমা ভগাৰ সময়ত মানুহৰ মাজত মালতীহঁতক নাপালে টেক্সী লৈ সিহঁতৰ ঘৰ ওলাবগৈ।

দুই বন্ধু ৰাস্তালৈ ওলাল। আজি মাধৱ বৰকটকীৰ একমাত্ৰ ইচ্ছা বহুদিনৰ মূৰত আলহী হিচাবে পোৱা বন্ধুক সহায় কৰা আৰু সকলো প্ৰকাৰে সন্তোষত ৰখা। কিন্তু নবীন সাত বছৰৰ আগতে চাৰি বছৰ থকা চহৰখনলৈ আহি সুকীয়া হৈ পৰিছে। ডিব্ৰুগড়লৈ তাৰ বৰ মোহ

হৈছে, কৌতূহল হৈছে। এতিয়াৰ ডিব্ৰুগড়ৰ,—এই শিক্ষা-সভ্যতা আৰু লাহ-বিলাহত আগবঢ়া আতক-ধুনীয়া সম্ভ্ৰান্ত চহৰখনৰ,—প্ৰতিটো বস্তুৰ বিষয়ে, প্ৰতিটো সম্ভ্ৰান্ত মানুহৰ বিষয়ে, প্ৰতিখন স্কুল-কলেজৰ বিষয়ে প্ৰতিজন ব্যৱসায়ীৰ কাৰবাৰৰ বিষয়ে, উকীল-অধ্যাপক, ডাক্টৰ-হাকিমৰ জীৱন আৰু ৰুচি বোধৰ বিষয়ে, মানুহৰ চাল-চলন আৰু আশা-অভিলাষৰ বিষয়ে জানিবলৈ নবীনৰ অদমনীয় ইচ্ছা হৈছে। তাৰ ভাব হৈছে, সি চাহ বাগিচাৰ অঞ্চলত থাকি যথেষ্ট আয় কৰিছে যদিও যেন মাধৱ বৰকটকীৰ দৰে জীৱনটোক সমৃদ্ধ কৰিব পৰা নাই। চাহ বাগিচাৰ অঞ্চলত থাকি সি ধনৰ লালসাত ভোল গৈ জীৱনক উচিত মূল্য দিব পৰা নাই। বিয়লি উৎকৃষ্ট পোচাক পিন্ধি মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰী চিটি বাচেৰে চহৰলৈ আহিছে, চহৰত যৌৱনৰ পয়োভৰ ছন্দায়িত কৰিছে। বৰ নৈৰ কাষে কাষে ডেকা-ডেকেৰীৰ মন গৈছে চাকৈচকোৱাৰ ব'দ কাঁচিয়লিলৈ,—বগী ধকেধকী চাপৰিলৈ। কিতাপৰ দোকানত খবৰ সন্ধানী আৰু জ্ঞান-পিপাসুৰ সমাগম। মাছ-শাক-পাচলিৰ বজাৰত একান্ত গৃহস্থৰ ব্যস্ততা। ৰিক্সাত হংস-মিথুনৰ সুখী জীৱনৰ প্ৰতিচ্ছবি। ৰেষ্টোঁৰাত, চাহৰ দোকানত আৰু তিনি-আলিৰ চুকে চুকে মানুহ ঠাহ খাইছে, ভাবৰ বিনিময় হৈছে। তাত নিসঙ্গ মনৰ তৃষ্ণা দূৰ হৈছে। আৰু এই বিয়লি, এই—'বিজুৰি উজ্বৰ' সন্ধিয়া, ডিব্ৰুগড় প্ৰাণৰ স্পন্দন লাগি পুষ্পিত হৈছে। নবীনে পাহৰি গৈছে আপোন উদ্দেশ্যৰ কথা, চাহ পিছলুৱাত এৰি অহা জীৱনৰ কথা, ডি. চি. আৰু একচাইজ চুপাৰিণ্টেণ্ডেণ্টৰ ঘৃণাসূচক মুখ দুখনৰ কথা। কৌতূহলে তাক নিজৰ প্ৰতি নিৰাসক্ত কৰিছে। সি যেন পুনৰ নতুন হৈছে। সি যেন আজি কলেজত পঢ়িবৰ কাৰণে প্ৰথম ডিব্ৰুগড়লৈ আহিছে।

কিন্তু নবীনৰ কৌতূহলৰ তুলনাত মাধৱে কোৱা কথাখিনি একেবাৰেই নহয়। সৌ দুখন কিতাপৰ দোকান। এখনত বাতৰি কাকত কিনিবলৈ মানুহ থুপ খাইছে। চহৰত ইমান মানুহ! কিন্তু এই কেইটা মানুহৰে বাতৰি কাকত কিনিবলৈ ইমান খৰধৰ কিয়? দেশত কোনো অদ্ভুত ঘটনা ঘটা নাই। নবীনে অনুমান কৰিছিল, ইহঁত নিশ্চয় ৰাজনীতি-সচেতন আইনজীৱী, যাৰ দেশৰ পৰিবৰ্তনৰ প্ৰতি আগ্ৰহ বেচি। কিন্তু তাৰ ভুল হ'ল। সিহঁত কোন কোন বুলি সোধাত সি মাধৱৰপৰা এটা অপ্ৰত্যাশিত উত্তৰহে পালে। হাফ্ পেণ্ট পিন্ধা 'হ'কাৰ'টোৰ বাদে বাকী



আটাইকেইটা কেৰাণী। কি আচৰিত! দুখত ডাঙৰ হোৱা, বহুত দিন ভৱিষ্যৎহীন স্থবিৰতাত ভোগা নবীনে কেৰাণীৰ বাতৰি কাকত পঢ়িবলৈ থপিয়াথপি লগোৱাৰ মৰ্ম উপলব্ধি কৰিলে: কেৰাণী-জীৱন জলাশয়ৰ জীৱন। গতিহীন গতানুগতিক দুখী জীৱনৰ ওৰ পেলাবলৈ সিহঁতৰ সক্ৰিয় চেষ্টাৰ অভাৱ। সেই নিষ্ক্ৰিয় জীৱন-বিমুখিতা খন্তেকলৈ সিহঁতে পাহৰে, বাতৰি কাকতত আনৰ ক্ৰিয়া-কলাপ দেখি আৰু সিহঁতে তাত বিচাৰে আনৰ চেষ্টাৰে লাভ কৰা এক বৈপ্লৱিক পৰিবৰ্তন। সিহঁত কপট; প্ৰকৃত জীৱনটোক ভুৱা দি ৰাখিব বিচাৰিছে।

এইখন কিতাপৰ দোকানত আকৌ কেৱল বাছিবা কিতাপহে। তাত নবীনে লক্ষ্য কৰিলে, চুটি বগা হাফ্ পেণ্ট পিন্ধা ধুনীয়া স্বাস্থ্যৰ মানুহ এটাই তিনিখন ডিটেকটিভ উপন্যাস কিনিলে। একেলগে পোন্ধৰ টকাৰ কিতাপ কিনা মানুহটোৱে চুটি হাফ্ পেণ্ট পিন্ধি মুখত ধঁপাতৰ পাইপ লৈ চাহাবী কায়দাত কথা কৈছে যদিও নবীনে অনুমান কৰিছিল, সি নিশ্চয় খেলাৰপৰা এই বেশেৰে আহিছে কাৰণে, পুলিচ বিভাগৰ কৰ্মচাৰী বুলি ধৰিবলৈ টান হৈছে। সি পুলিচ বিভাগৰ বিষয়া হ'বই লাগিব। নহ'লে ডিটেকটিভ উপন্যাসত তাৰ ইমান ৰাপ বহিব কেনেকৈ? কিন্তু নবীনৰ এইবাৰো ভুল হ'ল। মাধৱৰপৰা জানিব পাৰিলে এই মানুহটো তিতা-ছেপা চাহ বাগিচাৰ এচিষ্টেণ্ট মেনেজাৰ। এইবাৰো নবীনে এচিষ্টেণ্ট মেনেজাৰে গোগ্ৰাসে ডিটেকটিভ উপন্যাস পঢ়াৰ মৰ্ম উপলব্ধি কৰিলে: এচিষ্টেণ্ট মেনেজাৰো কুলী-মহৰী-কেৰাণী-বৰবাবু আৰু চাহ গছৰ সেউজীয়া বিস্তৃতিৰ মাজত নিজৰ সুশোভন বঙলাত নিঃসঙ্গ, স্থবিৰ, অসন্তুষ্ট। টকাই, চকমকীয়া মটৰ গাড়ীয়ে আৰু জীৱনৰ নিৰাপত্তাই তাক হয়তো চিন্তাশূন্য কৰিছে, কিন্তু ডেকা বয়সত সি এই জীৱনক মনৰ লগত খাপ খুৱাব পৰা নাই। সি বিচাৰিছে ৰোমাঞ্চ, বিভীষিকা, থ্ৰীল, ঘটনাঘন পৰিবেশ। তাকে বিচাৰি পাইছে ডিটেক্‌টিভ উপন্যাসত, যাৰ নায়কত নিজকো বিচাৰি পাইছে। নিজক ভুলাই ৰাখিছে বা ৰাখিব। গতিকে সিও পলাতক!

এইবাৰ আৰু আচৰিত! বিগত যৌৱনা শেঁতা আৰু নিমাখিত চেহেৰাৰ বিবাহিতা তিৰোতা এজনীয়ে 'কড়ি দিয়ে কিনলাম,' নামৰ উপন্যাসখন ষোল্ল টকা দি তৎক্ষণাত কিনি ওলাই গ'ল। মানুহজনী দেখিলেই ধৰিব পাৰি, তাই নিম্ন মধ্যবিত্ত ঘৰৰ শুচি পৰিবেশত থকা বঙালী

বোৱাৰী। তাই ষোল্ল টকা দি উপন্যাস কিনি পঢ়াটো নিশ্চয় ব্যয়বহুল বিলাস হব। তাৰ সলনি তাই তাইলৈ বা ল'ৰা-ছোৱালীলৈ এটা হৰ্লিক্স বা এটা দামী টনিক কিনিব পাৰিলেহেঁতেন। এই দুটা বস্তু বেচি কামত আহিলহেঁতেন। কিন্তু পৰিপুষ্টিৰ অভাৱত ভোগা এই মানুহজনীয়ে সৰতনে সাঁচি ৰখা ষোল্লটা টকাৰে 'কড়ি দিয়ে কিনলাম' কিনিলে কিয়? এই প্ৰশ্ন নবীনে মাধৱক নুসুধিলে। মানুহজনীৰ নিৰ্জীৱ মুখখন দেখিয়েই সি সকলো উত্তৰ পাই গ'ল: তাই জীৱনত একো নাপালে কিবা পালে যদিও পোৱাতকৈ বেচি নিজেহে দিলে। আকাঙ্ক্ষা বনবাসী হ'ল: সুখী হোৱাৰ, স্বচ্ছল হোৱাৰ ছন্দময় গতিৰে জীৱন সাৰ্থক কৰাৰ জীয়াৰী কালৰ সপোন মৰহি গ'ল। এতিয়া তাই ক্ষয়িষ্ণু মধ্যবিত্তৰ সমস্যাৰে জৰ্জৰিত। কিন্তু মনে যে সকাহ বিচাৰে। পিছে চহৰীয়া জীৱনত মনটো ভুলাই ৰাখিবলৈ যিখিনি টকা লাগে সেই টকা তাইৰ নাই। কিন্তু মনটো গুঁজি থবলৈ, মনত অলপ ৰহণ সানিবলৈ, দুখ পাহৰিবলৈ তাইৰ সহজ বিকল্প হ'ল উপন্যাস। ষোল্ল টকা দি কিতাপখন কিনি তাই কেবা সপ্তাহো বাস্তৱৰ চক্ৰান্ত পাহৰি থাকিব পাৰিব। এবা, তায়ো বহুতৰ দৰে আচল জীৱনৰপৰা ফালৰি কাটি থাকিবলৈ বিচাৰিছে।

অলপ আগুৱাই সিহঁত চিনেমা হলৰ সন্মুখত ৰ'লহি। ভিতৰত চিনেমা চলি আছে। কিন্তু পাচৰ 'শ্ব'টোৰ কাৰণে দুয়োটা চিনেমা হলৰ আগত অসংখ্য মানুহ। দ্বিতীয় তৃতীয় শ্ৰেণীৰ কাউণ্টাৰৰ আগত মানুহে দীঘল লাইন দিছে। দুয়োটা চিনেমা হলত খুব ভিৰ হৈছে। লাইনটো শৃঙ্খলাৰে আগুৱাই যোৱা নাই। আগৰ খুব কোলাহল হৈছে। লাইনটো শৃঙ্খলাৰে আগুৱাই যোৱা নাই। আগৰ মানুহ পিচ পৰিছে পিচৰ মানুহ আগ বাঢ়িছে। ফলত কাউণ্টাৰৰ আগত খুব তৰ্কাতৰ্কি হৈছে, ঠেলা-হেঁচা হৈছে, মাৰ-পিটো হৈছে। তাকে দেখি নবীনৰ বেচি আচৰিত লাগিল। মাছৰ বজাৰ, চাউল-বজাৰ আৰু চিটি বাছতকৈ ইয়াত কিয় তৰ্ক-বিতৰ্ক, মাৰ-পিট ঠেলা-হেঁচা বেচি হৈছে? মানুহ কেতিয়াৰপৰা আৰ্টৰ প্ৰতি (চিনেমাও হেনো আৰ্ট গতিকে হিন্দী চিনেমাও কিজানি আৰ্ট) আসক্ত হ'ল? মিছা। সমূহীয়াভাৱে মানুহ আৰ্টৰ প্ৰতি অনুৰক্ত হ'লে দেশৰ আজি এই অৱস্থা নহয়। হিন্দী চিনেমা সি কেতিয়াবা কেতিয়াবা তিনচুকীয়াত চায়। তাত সি কোনো আৰ্ট দেখা পোৱা নাই। দেখিছে অৱাস্তৱ কাণ্ডৰ বলিয়ালি আৰু কুমাৰীৰ দেহ-প্ৰদৰ্শনৰ বেশ্যামি। এবা, সি ভাবে, এই মানুহবোৰক দোষ দিব



নোৱাৰি। দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ টিকেটৰ কাউণ্টাৰৰ আগত থিয় দি থকা এই মানুহখিনি নিশ্চয় চহকী নহয়। কিন্তু সিহঁতেও বিচাৰে উপভোগ, এটকা ডেৰ টকাৰ টিকট কিনি সুন্দৰীৰ নিৰাভৰণ উৰু আৰু উত্তৰ প্ৰদেশ দৰ্শন কৰি কামবিদ্ধ হোৱাৰ, শ্ৰমিকে মিলমালিকৰ দুহিতাৰ লগত প্ৰণয়পাশত বান্ধ খোৱা দৃশ্য দেখি নিজক নায়কোচিত গুণেৰে দেখা পোৱাৰ, নাচ-গান আৰু অবাস্তৱ ৰাজ্যৰ মাজত নিজক খন্তেকলৈ জীয়াই ৰখাৰ আৰু সন্তীয়া ব্যৱস্থা চহৰত নাই। অথচ চিনেমা যদি আৰ্ট আৰু যদি বাস্তৱকে যদি চিনেমাত কলাৰূপ দিয়া হয়, তেনেহ'লে এইখিনি মানুহে নিশ্চয় ইয়াত ভিৰ নকৰিব। এবা, নবীনে ভাবে, এই মানুহবোৰো পলায়নবাদী, ভীৰু, নিষ্ক্ৰিয়, জীৱনবিমুখ।

এইখিনি সময়ৰ ভিতৰতে তাৰ ডিব্ৰুগড়লৈ বিতৃষ্ণা উপজিল। তাৰ নিজৰ উদ্দেশ্য মনলৈ আহিল। সি মাধৱক সুধিলে, "চিনেমা ভাগিবলৈ আৰু কিমান পৰ?"

"প্ৰায় ডেৰ ঘণ্টা।"

"তেনেহ'লে ইমান পৰ কি কৰোঁ?"

"একঠাইলৈ যাওঁ বল। অলপ খাই লওঁ।"

ঠিক আছে। কিন্তু এটা কথা! তাত পোৱা মানুহক মোৰ লগত চিনাকি কৰি নিদিবি আকৌ।"

"বাৰু।"

ৰাস্তাৰপৰা মানুহে খলিহামাৰীৰ দোকানখন সাধাৰণ চাহৰ দোকান বুলিহে ভাবিব। কিন্তু সেই দোকানখনৰ আচল আয় হয় ৰাতি মদ বেচিহে। নবীন আৰু মাধৱে পহিলা কোঠাটো পাৰ হৈ ভিতৰত এটা বেচি আহল-বহল কোঠাত সোমাল। তাত চাৰিখন টেবুলৰ কাষত গিলাচ লৈ মানুহ বহি আছে। মুঠতে নটা মানুহ আছে। নবীন আৰু মাধৱ মাজৰ টেবুল এখনৰ ওচৰত বহিল। বিনা বাক্যব্যয়ে সিহঁতৰ টেবুললৈ মদ আহিল। লগত "পটেটো চ'প্।" মাধৱৰ লগত বাকী কেইটা মানুহৰ দুই এক বাক্য-বিনিময় হ'ল। নবীনে কাৰো ফালে নাচাই মদৰ গিলাচত মুখ দিলে। দেশী যদিও দামী বস্তু,—হাইলেও চীফ্। টেষ্ট ভাল। বোধহয় সিহঁত সোমাই অহাৰ সময়ত মানুহ কেইটাই যি যি আলোচনা কৰি আছিল, সেই আলোচনাবোৰ খন্তেকলৈ বন্ধ হৈছিল। এতিয়া আগৰ কথাৰ পিচৰ ছোৱা চলিবলৈ ধৰিলে। আচৰিত কথা যে

চাৰিওখন টেবুলৰ কাষত ভিন ভিন বিষয়ৰ আলোচনা হৈছে। বিষয়–বোৰো সাধাৰণ নহয়। বোধহয় সকলোবে গাত অলপ-অচৰপ ৰাগীয়ে ধৰিছে। সেয়েহে আলোচনা বেছ জমিছে।

নবীনহঁতৰ সোঁ কাষে বহা মানুহ দুটাই আলোচনা কৰিছে আমেৰিকাৰ-পৰা পোৱা গমৰ বিষয়ে। তাকে লৈ তৰ্ক-বিতৰ্কও হৈছে। দুয়োটাই চৰকাৰী পৰিসংখ্যাও দিছে। এটাই এছ্-কে পাটিলক দোষ দি সুব্ৰমণ্যক শলাগিছে, আৰু আনটোৱে চৰকাৰ, আমেৰিকা আৰু কৃষি-বিভাগক জগৰীয়া কৰি ৰফি আহমদ কিডোৱাইৰ আত্মাক সুঁৱৰিছে। মানুহ দুটাৰ প্ৰত্যেকেই সুন্দৰ সুন্দৰ যুক্তি দিছে। ভাৰত চৰকাৰ আৰু আমেৰিকাক দোষ দিয়া মানুহটোৱে যুক্তিৰে দেখুৱাইছে যে এদিন স্বতন্ত্ৰ পাৰ্টিয়েহে দেশৰ শাসনভাৰ লৈ দেশৰ দুৰৱস্থা দূৰ কৰিব পাৰিব।

নবীনে সিহঁতৰ কথা শুনি অনুমান কৰিছিল যে মানুহ দুটা নিশ্চয় উকীল। সিহঁতে নিশ্চয় ইতিমধ্যে সক্ৰিয় ৰাজনীতিত যোগ দিছে নতুবা অলপ দিনৰ পাচতে ৰাজনীতি ক্ষেত্ৰত নামিব। কিন্তু তাৰ এইবাৰো ভুল হ'ল। সিহঁত কোন বুলি ফুচফুচাই সুধিলত মাধৱে ক'লে যে সিহঁতৰ এটা কৰ বিভাগৰ বিষয়া আৰু ইটো পশু-বিভাগৰ চাৰ্জন।

বাঁও কাষৰ টেবুলত আলোচনা চলিছে খেল সম্পৰ্কে। এটা চিন্তিত হৈ পৰিছে তৃতীয় 'টেষ্ট মেচ'ৰ ফলাফল সম্পৰ্কে আৰু ইটোৱে গুৰুত্ব আৰোপ কৰিছে ক্ৰিকেট সন্থাৰ খেলুৱৈ-নিৰ্বাচনৰ ওপৰত। নবীনৰ ধাৰণা হৈছে যে দুয়োৰে খেল সম্পৰ্কে ভাল জ্ঞান আছে। সি ভাবিছে, এইবাৰ তাৰ ধাৰণা শুদ্ধ হব। ইহঁত নিশ্চয় কোনোবা অসম-বিখ্যাত ক্ৰিকেট খেলুৱৈ। সি মাধৱক ফুচফুচাই সুধিলে, "এওঁলোক কোন?" মাধৱে ক'লে, "প্ৰফেচাৰ।" নবীনে আকৌ সুধিলে, "ভাল খেলুৱৈনে কি?" মাধৱে বিতৃষ্ণ হৈ ক'লে "ক'ত সিহঁতে ক্ৰিকেট খেলে? সিহঁতৰ ক্ৰিকেট খেলিব পৰা স্বাস্থ্য আছেনে কি? অতি বেচি কলেজত ক্ৰিকেটৰ প্ৰফেচাৰ-ইন-চাৰ্জ হ'ব পাৰে। দৰমহা বঢ়াৰ পৰা এই প্ৰফেচাৰবাহৰ এৰিষ্টক্ৰেচি দেখুৱাবৰ ইচ্ছা হবলা। ভাবিছিলোঁ, দৰমহা বঢ়াৰ পাচত ইহঁতৰ মুখত ভাল ভাল কিতাপৰ কথা শুনিম। কিন্তু সিহঁতৰ মুখত শুনো, ক্ৰিকেটৰ কথা, মটৰ গাড়ীৰ মডেলৰ কথা। একোটাযে চাল!"

নবীন বহাৰ পিচফালে থকা মানুহ দুটাই আলোচনা কৰিছে চিনেমাৰ বিষয়ে। সিহঁতে ব্যৱহাৰ কৰা শব্দবোৰ কিজানি টেক্‌নিকেল্। কিজানি



চিনেমা-নিৰ্মাতাৰ মুখতহে এনেবোৰ শব্দ শুনা যায়।....লং শ্বট্, বুমিং, কেমেৰা পেন কৰা, ডিজলভ্, ফেড্ ইন্....চাৰুলতা, পথেৰ পাচালী, গ্ৰিফিথ, সত্যজিৎ,....মণ্টাজ, চফিয়া লৰেণ, টু ৱমেন আদি কিছুমান অদ্ভুত অদ্ভুত শব্দেৰে সিহঁতে চিনেমাৰ বিষয়ে অবিৰাম আলোচনা কৰিছে। দুয়োটা মানুহ চকুত লগা কাৰণে সিহঁতক অসমৰ চিনেমা জগতৰ উল্লেখযোগ্য ব্যক্তি বুলি ভাবিবৰ অৱকাশ আছে। কিন্তু এইবাৰ নবীনে নিজৰ ভুল হব বুলি ভাবি সিহঁতৰ বিষয়ে স্থিৰ সিদ্ধান্তলৈ নাহি মাধৱক সুধিলে, "এওঁলোক কোন?" মাধৱে ক'লে, "এটা কাঠৰ ব্যৱসায়ী আৰু এটা ইঞ্জিনীয়াৰ।" নবীনে আকৌ সুধিলে, "চিনেমাত নামিছেনে কি?" মাধৱে উত্তৰ দিলে, "ইঞ্জিনীয়াৰে চিনেমাৰ বিষয়ে প্ৰবন্ধ লিখে। ইটোৱে মাজে মাজে টকা দি দুই এটা চিনেমা কৰা মানুহক সহায় কৰে।"

নবীনৰ সকলো খেলি-মেলি লাগি গ'ল। এইখনেই চহৰৰ সমাজ। ইয়াত অনুৰাগৰ লগত বৃত্তিৰ মিল নাই। কিজানি বেপাৰী মানুহখিনিৰহে মনৰ লগত বৃত্তিৰ মিল আছে। হয়তো সিহঁতহে আচল জীৱনৰ লগত জড়িত হৈ বাকীবোৰ পলায়নবাদী মানুহৰ মাজত আধিপত্য বিস্তাৰ কৰিব পাৰিছে। বণিকৰ কাৰণে আজি সকলো সহজ এজন; বণিকে খাদ্যত ভেজাল মিহলাই টকা উপাৰ্জন কৰাও ইয়াত সম্ভৱ, আন এজন বেপাৰীয়ে লাভৰ লাখ লাখ টকাৰে কলেজ বিশ্ববিদ্যালয় পাতি দিয়াও অসম্ভৱ নহয়। এৰা, বাকীবোৰ মানুহ পলায়নবাদী, জীৱন-বিমুখ। চিনেমাত ভিৰ কৰা মানুহবোৰ, বাতৰি কাকতত দেশৰ প্ৰগতিৰ লেখ লোৱা কেৰাণী কেইজন, যোল্ল টকীয়া উপন্যাস পঢ়া নিষ্প্ৰভ বোৱাৰী গৰাকী, ডিটেক্‌টিভ পঢ়া এচিষ্টেণ্ট মেনেজাৰ, ৰাজনীতি চৰ্চা কৰা কৰ বিভাগৰ বিষয়া আৰু পশু বিভাগৰ চাৰ্জন, ক্ৰিকেটৰ আলোচনা কৰা অধ্যাপক দুজন, চিনেমাৰ সমালোচক ইঞ্জিনীয়াৰ,—এই সকলোৱেই পলায়নবাদী। এওঁলোক সকলো বিফল-মনোৰথ, হতাশী, নিষ্ক্ৰিয়। এওঁলোকৰ দেহৰ উত্তাপৰ লগত জীৱনৰ উত্তাপ নাই। বাস্তৱৰ লগত মুখামুখি হবলৈ এওঁলোকৰ সাহস হেৰাই গৈছে, জীৱনৰ সহজ বিকল্প বিচাৰি হাবাথুৰি খাইছে।....

বাস্তৱ বুদ্ধিৰে টনকিয়াল হোৱা, নিৰ্ভীকভাৱে নিজৰ ভৰিত নিজে থিয় হব পৰা নবীনৰ এইবোৰ মানুহলৈ করুণা হ'ল। তাৰ দুটা মন। এটা মনত থুপ খাই আছে আজিৰ বণিকসমাজৰ ক্ৰূৰ বুদ্ধি,—ঘোচ দিয়া,

মজুত ৰাখি বেচি লাভ কৰা, ছলে-বলে-কলে-কৌশলে ব্যৱসায় বঢ়োৱা। আনটো মনত তাপ খাই আছে সমাজৰ চিন্তা, দেশৰ ভৱিষ্যৎ। কিন্তু চাহ শিল্পৰ মাজত জীৱনটো কটাই দেশৰ ভৱিষ্যতৰ চিন্তা কৰিবলৈ সি একো আহিলা পোৱা নাই। আৰু তেনে চিন্তাই কাহানিও তাক আজিৰ দৰে ব্যতিব্যস্ত কৰা নাই।

চাৰে আঠটালৈ আৰু পোন্ধৰ মিনিটহে বাকী। চিনেমা হলৰ আগলৈ আকৌ আহিবৰ হ'ল। ডিব্ৰুগড়ৰ আংশিক পৰিচয়ে খন্তেকলৈ স্বকীয়া কৰি পেলালে যদিও নবীন আকৌ তাৰ নিজৰ বিষয়ে সচেতন হৈ পৰিল। পুনৰ ব্যৱসায়িক বুদ্ধিয়ে মনত ঠাই ললে। সি ভাবি পালে, এইখিনি সময় সিও কিজানি পলায়নবাদী আছিল। সেয়েহে তাৰ অলপ অনুশোচনা হ'ল।

পাঁচ মিনিটৰ ভিতৰতে সিহঁত আকৌ 'জুবেল ৰেষ্টোৰাঁৰ, আগত ৰ'ল। যথা সময়ত চিনেমা ভাগিল। দুয়োটা চিনেমা হলৰপৰা ওলোৱা মানুহৰ মাজত সিহঁতে মালতী আৰু মাকক নাপালে। সিহঁতে ভাবিলে, মালতী বা মাক আগতেই চাগৈ ওলাই গ'ল। হয়তো আগতেই কাৰোবাক পাই গ'ল। গতিকে সাত পাঁচ গুণি মাধৱে ঠিক কৰিলে যে এতিয়া টেক্সী এখনেৰে সিহঁতৰ ঘৰ ওলাবগৈ। এক্‌চাইজ চুপাৰিণ্টেণ্ডেণ্ট তাৰ চিনাকি আৰু মালতীৰ ঘৰলৈ অহা-যোৱা থকা চাৰিজনমান বিষয়াও তাৰ চিনাকি। এই কেইজন বিষয়াৰ তালিকাত এক্‌চাইজ চুপাৰিণ্টেণ্ডেণ্ট মীনাধৰ কলিতাৰ নাম নাই। সি এই মাহ অকলে আছে। ঘৈণীয়েক ভনীয়েকৰ বিয়া কাৰণে এমাহৰ আগতেই মাকৰ ঘৰলৈ গৈছে। গতিকে মালতীক তাৰ ঘৰত হাজিৰ কৰাব পাৰিলে সি সন্তুষ্ট হব পাচত তাক দিয়া টকাৰ এটা অংশ ডি, চিক দি সি নিশ্চয় নবীনক মহল দুটা দিব।

টেক্সী মালতীৰ ঘৰৰ ফালে চলিল। ট্ৰাঙ্ক ৰ'ডতে নবীন আৰু মাধৱ নামিল। সৰু বাট এটাৰে মালতীৰ ঘৰ পালেগৈ। গাঁৱৰ এইখিনি ঠাইত কেৱল দুটাহে ঘৰ। বাকীবোৰ ঘৰ প্ৰায় আঠ ন নলৰ নিলগত।

মাধৱে দুৱাৰত টোকৰ দিলে। দুৱাৰ খোল খালে। সিহঁত সোমাই গ'ল। লেমৰ পোহৰত দেখিলে মালতীক। সোত মোচ খোৱা শাড়ীৰ স্বচ্ছতাই তাইৰ দেহৰ লোভনীয় পৰিসীমা প্ৰকট কৰিছে। কামনাৰ জুইৰে ৰঙা কৰা ওঁঠৰ ফাগুনত, গালৰ প্ৰসাধনৰ ওপৰত চুমাৰে সেমেকা অংশত খন্তেক আগতে দেহ সঁপি দিয়াৰ চিন। সঘন উশাহত অসংযম



আৰু অসন্তুষ্টিৰ উঠা-নমা উশাহ-নিশাহৰ লগত তাই দোলকৰ দৰে দুলিছে। তথাপি মালতী নাইবা মাধৱ অপ্ৰস্তুত হৈ পৰা নাই।

মাধৱ—কোনোবা আছেনে কি ?

মালতী—ওঁ।

মাধৱ—কোন ?

মালতী—হাজৰিকা বাবু। তিনি দিন আহি আছে।

মাধৱ—এতিয়া কি কৰিছে ?

মালতী—কবকে নোৱাৰে।

মাধৱ—জ' পাহৰিছোঁৱেই। এওঁ মোৰ বন্ধু—নবীন বৰা। আমাৰ তাবে। দুয়ো এতিয়া শিৱসাগৰৰপৰা টেক্সীৰে আহি আছিলোঁ। এইখিনি পাওঁতে ভাবিলোঁ, এপাক সোমাই যাওঁ।

মালতী আকৌ ভিতৰলৈ সোমাই গ'ল। নিচুকনি গীতৰ দৰে গীত এটি নবীন আৰু মাধৱৰ কাণত পৰিল। মাধৱে ভাবিলে, তেনেহ'লে তাইৰ মনটো ভালেই আছে। তাইক নিব পৰা যাব। মাধৱ অলপ আগুৱাই গ'ল। পৰ্দাৰ ফাকেদি শোৱনি কোঠালৈ ভুমুকিয়াই চাই সি আকৌ আগৰ ঠাইলৈ আহি নবীনক ক'লে, "চাই আহচোন। কি যে কাণ্ড !"

নবীনেও পৰ্দাইদি জুমি চাই দেখিলে, হাজৰিকা বোলা মানুহটো চকীত মূৰটো থৈ মাটিত পৰি আছে। নবীনে জানে যে চকীত বহি বহি মদ খাই থাকিলে নিচাৰ কোবত মানুহটো এনেকৈয়ে চকীৰপৰা সৰি পৰে। লগে লগে সি লক্ষ্য কৰিলে, মালতীয়ে বিছনাৰ ওচৰৰ কাৰ্পেটৰপৰা তাৰ বমিবোৰ গুচাইছে। একে লগে গোটেই অৱস্থাটো দেখি নবীনৰ মনটো কোঁচ খাই গ'ল। সি আগৰ ঠাইলৈ আহি মাধৱক সুধিলে, "এই হাজৰিকা বোলা মানুহটো কোন ?" মাধৱে ক'লে "তই ইয়াক চিনি নাপাৱ ? ইয়াক দেখোন চবেই দেখিছে। মস্ত পলিটিচিয়ান। এইবাৰ এম-এল-এ হবলৈ পাৰ্টিৰ টিকেট নাপাই ইয়াতে দুখৰ আশ্ৰয় লৈছে।"

কথা কেইটা নবীনে অদ্ভুত শুনিলে। এইবাৰহে সি নিৰ্ভুল সিদ্ধান্তলৈ আহিল। সি ভাবিলে, এৰা, আমি সকলো ব্যৰ্থ। দেশবাসীয়ে বাতৰি কাকত পঢ়ি আশা কৰি আছে ৰাজনীতিত নমা মানুহে আমাক উদ্ধাৰ কৰিব। দেশৰ দুৰ্গতিৰ কথা আৰু দুৰ্গতিমোচনৰ কথা শুনিবলৈ নবীনে আশা কৰিছিল হাজৰিকাৰ দৰে পূৰ্বতে চাৰি বছৰ জেল

খটা দেশসেৱকৰপৰা ; কিন্তু আজি শুনিলে কৰ আৰু পশুপালন বিভাগৰ বিষয়াৰ পৰাহে। অথচ এতিয়া এই ৰাজনীতি কৰা মানুহটোৱে কেৱল এম. এল. এ. হবলৈ নাপাৱেই আগৰ অভিজ্ঞতা আৰু দেশপ্ৰেম পাহৰি জীৱনৰ চৰম ব্যৰ্থতা আৰু হতাশাৰ মুখামুখি হৈ নাৰীদেহৰ আৰু সুৰাৰ আশ্ৰয় লৈছে। এৰা, হাজৰিকাৰ দৰে মানুহবোৰহে আচল পলায়নবাদী। আনকি ক্ষমতা পোৱা মানুহখিনিও। কাৰণ, সিহঁতে ক্ষমতাত থাকিও নিজৰ সাৰশূন্য অৱস্থা অনুভৱ কৰিছে।

“কিন্তু হাজৰিকা থাকোঁতে জানো তাইক নিব পৰা যাব ?” নবীনে সুধিলে।

“তাক কোনে কেয়াৰ কৰে ? এনেকুৱা পলিটিচিয়ান আৰু বুঢ়া বাঘ একে।”

এনেতে ভিতৰত ৰুণুক-জুণুক শব্দশুনা গ'ল। কিজানি মালতীয়ে পুনৰ নিজক সজাইছে। হয়তো ড্ৰেচিং টেবুলত বহি কেশবিন্যাস কৰোঁতে হাত দুখন উঠা-নমা কৰিছে। নবীনৰ বাৰে বাৰে মনত ক্ৰিয়া কৰিছে মালতীৰ দেহটোৱে—বিপৰীত দিশেদি। তাইৰ দেহৰ বৃহৎ অংশত কামনাৰ দুৰন্ততাৰ আবেদন। কিন্তু তাইৰ মুখত যেন এক অচিন বিমৰ্ষৰ চিন। এই ৰাতি তাইক সেই কুৎচিত মানুহটোক গতোৱাৰ পাচত তাৰ নামত দুখন মদৰ মহল হ'ব, তাৰ বহুত টকা হ'ব, মটৰ হ'ব। কিন্তু এশ দুশ টকা পোৱাত বাদে তাইৰ কি হ'ব ? সি টকা ঘটিছে যদিও বহুত মূলধন খটোৱাৰ কাৰণেহে তাৰ টকা হৈছে, মজুত ৰখা চাউল ধৰিবলৈ অহা যোগান বিভাগৰ মানুহক ঘোচ দি আঁতৰাব পাৰিছে কাৰণেহে তাৰ দুই তিনি মাহ অধিক লাভ হৈছে। ঘোচ দিয়াৰ বাহিৰে সি ব্যৱসায়ী হৈ বেচি পাপলৈ নমা নাই। কিন্তু মালতীক দেখি, তাইৰ সাধাৰণ ঘৰটোত তাই কাৰ্পেট পৰাৰ প্ৰয়োজন দেখি সি সুকীয়া মানুহ হৈ পৰিছে। কিন্তু সি আন বহুতৰ দৰে পলায়নবাদী হবলৈ বিচৰা নাই। মাথোন এতিয়াৰ দৰে হবলৈ বিচাৰিছে।

মাধৱে খঙেৰে সুধিলে, “কিয় ? সেয়েহে সি ক'লে, “কিন্তু মাধৱ, এইক নিনিয়াই ভাল হব কিজানি।”

নবীনে ক'লে, “এইক গতোৱাৰ পাচত যদি মই মদৰ মহল পাওঁ, তেনেহ'লে এদিন হয়তো লাভৰ কাৰণে মানুহৰ প্ৰাণ মাৰিবও পাৰিম। পাচত হয়তো এদিন নিজেই বুজি নোপোৱা কিবা দুখত মাতাল হৈ এই



মানুহটোৰ দৰে চকীৰপৰা সৰি পৰিব লাগিব। বুইছ, মাধৱ, মই সকলো হবলৈ বিচাৰোঁ,—ধনী হবলৈ বিচাৰোঁ মাজে মাজে দুখীয়া হবলৈও বিচাৰোঁ। কিন্তু কেতিয়াও এই মানুহবোৰৰ দৰে পলৰীয়া হবলৈ নিবিচাৰোঁ। নিজক ফাঁকি দিবলৈ নিবিচাৰোঁ।”

মাধৱে তাৰ কথা বুজি নাপাই হতভম্ব হৈ চাই ৰ'ল। শেষত ক'লে, “তই ভাগ্যৰ বলতহে টকা ঘটিব পাৰিছ দেই। তই তো আজি ব্যৱসায় কৰা মানুহৰ দৰে কথা কোৱা নাই ! থিয়েটাৰত কোৱাৰ দৰে কথা কৈছ।”

মাধৱৰ এই কেইটা কথা শুনি নৱীনে এতিয়াহে তাক প্ৰথম বেয়া পালে। সি অলপ পৰ তভক্ মাৰি ৰ'ল। এনেতে নতুন পোছাক পিন্ধি মালতী ৰজনীগন্ধাৰ কোমলতাৰে সিহঁতৰ কাষত থিয় হ'লহি। নৱীনে তাইৰ ফালে এইবাৰ খুব মনোযোগেৰে চালে। তাইৰ ধুনীয়া বিমৰ্ষ মুখখনৰপৰা আৰু আচৰণৰপৰাও কিবা এটা উত্তৰ বিচাৰি পাবলৈ ব্যগ্ৰ হ'ল। সি মালতীক পানী এগিলাচ লাগে বুলি কৈ তাইক ভিতৰলৈ পঠাই লৰালৰিকৈ মাধৱক ক'লে, “বল, এতিয়াই বল। সোনকালে আঁতৰ হওঁ।”

মাধৱে খংমুৱা হৈ তাৰ ফালে চালে যদিও খংটো নেদেখুৱাই লাহে লাহে ক'লে, “দেখিছোঁ, তোৰ দৰে নিৰামিষ মানুহৰ দ্বাৰা এইবোৰ কাম নহৰ। যাম বাৰু। তই কৈছ্ যেতিয়া যাম। কিন্তু অকণমান পৰ ৰ। পানী গিলাচ খাই ল। তাইকতো অন্ততঃ মাত দি যাব লাগিব।”

নৱীনে আন ফালে চাই তাৰ কথা শুনি ৰ'ল। সি ভাবিলে, মাধৱো পলাতক। তাৰো সীমাবদ্ধ জীৱনে কিজানি এনেবোৰ ঠাইত বৈচিত্ৰ্যৰ অসুস্থ বিকল্প বিচাৰি পায়।

# প্লাষ্টিকৰ ফুল

শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

বিৰূপাক্ষই হাটৰপৰা আহি ক'লে, "চাউলৰ দাম আঢ়ৈ টকা। দুখীয়া
মানুহে কি সাধ্যে কিনিব, কিনিছে পইচা থকাবোৰে। বিক্ৰি হ'ল
পঞ্চাশ টকাৰ।" এই বুলি সুনন্দৰ আগত বিৰূপাক্ষই নোটবোৰ আৰু
পইচাবোৰ মেলি গণি দি ক'লে, "এতিয়া মোক কিন্তু পইচা নালাগে,
চাউলকে দিয়া।"

সুনন্দই হাঁহি ক'লে, "নবৌৱেৰৰ অসুখ। মাখনীকে ক, চাৰি সাজৰ
চাউল লৈ যা। এইবাৰ খেতি কিন্তু তোৰ ওপৰতহে আশা, বোপাই।
মোৰ অসুখটো দেখিছই নহয়।"

বিৰূপাক্ষই উত্তৰ দিলে, "তুমি মই থাকোঁ মানে চিন্তা নকৰিবা।
কিন্তু আনন্দৰ খেতিত মন-কাণ নাই। খালি খোল। চাৰিগাঁৱৰ সিংহাসন
সজা আৰু ভাৱনাৰ মুখা কৰা খনিকৰজনৰ ওচৰতে আজি চাৰি দিন
আছেগৈ। এই প্ৰদীপহে যদি তোমাৰ ল'ৰা ভাল হয়গৈ। তাকে
খেতিত লগাই দিয়া—"

সুনন্দই ক'লে, "ভাবিছোঁ। ল'ৰাই যেনেকৈ খায় খাব, কিন্তু এইক
কি কৰোঁ। কচোন—তাইৰ গাটো বাঢ়িছে দেখিছনে। নোৱাৰাই তোলনী
হোৱা চাৰি বছৰহে হৈছে।"

বিৰূপাক্ষৰ মুখ গম্ভীৰ হৈ গ'ল। তাৰ পাচত ক'লে, "ছোৱালীৰ
ভাগ্যই হে জানে। হেড মাষ্টৰৰ ল'ৰাটোৰে সৈতে জোৰ নহয়, নহয়—"
"সেই অকৰ্মণ্য ল'ৰাটো! তাক থোৱা। মৌজাদাৰৰ ল'ৰাটো



কেনে হয়? সি এইবাৰ পঞ্চায়তৰো সভাপতি হৈছে। বাপেকৰো
মন হৈছে। ব্লক অফিচাৰেও সিদিনা পল্টি চাবলৈ আহোঁতে কৈ
গৈছে।" সুনন্দই কঁকাল মোহাৰি মোহাৰি সুধিলে। বিৰূপাক্ষই উত্তৰ
দিলে, "এতিয়া বাপেকৰ যহত নামটো ফুটাইছে জানিবা। বেয়া নহয়।
আজি ল'ৰাটো তোমাৰ ইয়ালৈ আহিবই হব পায়—লগত প্ৰকিউৰমেণ্টৰ
মানুহ লৈ। অ' সেইটো কথা কবলৈকে আছে। এইবাৰ হ'লে ধান
নিদিলে কিন্তু উপায় নাই দেই।"

সুনন্দৰ খং উঠিল, ক'লে, "বাপেকৰ ঘৰৰ ধান পাইছে নেকি
কুকুৰহঁতে! মই কষ্ট কৰি খেতি কৰিছোঁ আৰু সিহঁতে ১৭ টকাত ধান
নিবলৈ আহিব। কথা চা।"

বিৰূপাক্ষই মাখনীক চিঞৰি এবাটি চাহ আনিবলৈ ক'লে। তাৰ
পাচত সুনন্দৰ কোঠাৰ চালপীৰাত বহি ক'লে, "অইনাই হৈছে বজাৰ।
বজাৰত ধানৰ দৰ ইফালে ৬০ টকালৈ উঠিছে—বেচাই বেচিয়েই আছে।
মৰিছে দুখীয়া গাঁৱলীয়াবোৰ। আমি ২৷৷০ / ৩ টকা দৰত চাউলেই
বা খাওঁ কেনেকৈ? কণ্টিয়ে কালি পাৰ্টিৰ লগত ডেপুটী কমিছনাৰৰ
তালৈ গৈছেগৈ। কি হয় এতিয়া?"

"কাৰ লগত।" সুনন্দই সুধিলে।

"সুধাকৰৰ লগত।" বিৰূপাক্ষই ক'লে, "কণ্টিৰ একো ঠিকেই
নাই। বাপেক মৰিবৰপৰা বহুত দিন তাৰ লগত মাত-বোলেই নাই।
সুধাকৰক মই হ'লে দেখিবই নোৱাৰোঁ। ভোট লোৱা নাই নাই বুলিও
চাৰি বছৰ হ'ল, সি কিন্তু এবাৰো ভুমুকি মাৰিবলৈ নাহিল। ভোট আমি
দিছিলোঁ। জিকিব নোৱাৰিলে, কাৰ গাত দোষ? কিন্তু দেখা দিবলৈ
আহোঁ বুলিও এবাৰ নাহে,—আগেয়ে তোমাৰ ঘৰতে পৰি থাকেহি,
এতিয়া?" তেনেতে মাখনীয়ে খুব গহীনাই হাঁহি হাঁহি এবাটি চাহ
বিৰূপাক্ষৰ আগত থৈ বাপেকলৈ চাই সুধিলে, "আপুনি খাব নেকি
দেউতা?"

"আন। মবকো দে।" সুনন্দই ক'লে, "আৰু এচিলিম ধঁপাত
আৰু তামোলো দিবি বিৰূপাক্ষক।"

মাখনীয়ে ক'লে, "এওঁক নিদিলেও খুজি খাব। কম বুলিছে—"

বিৰূপাক্ষই চাহৰ বাটিটোত মুখ দি হাঁহি কৃত্ৰিম ধমক দি ক'লে,
"হেৰৌ আই, খুৱাবিনো কেইদিন। তইঁত হলি জিৰণীয়া মৌ। কাইলৈ

এবৰলৈ ওলাই যাবি। যিমানে খুৱাবি দুখীয়াক সিমানে পুইন।''

মাখনীয়ে খিল-খিলাই হাঁহিবলৈ ধৰিলে। তাৰ পাচত দৌৰি পাক-ঘৰলৈ পলাল। বিৰূপাক্ষই ক'লে, ''এইৰ পিছে মন এটা আছে দেই, তোমালোকে মন কৰিবাহঁক।''

সুনন্দই একো নামাতি ক'লে, ''বাৰু থচোন তাইৰ কথা। তাইৰ মানুহ চিনি পোৱা বয়স হোৱা নাই।''

দুয়োটাই কথাটো গোপন কৰিলে। চাৰি বছৰৰ আগৰ সুধাকৰৰ প্ৰসঙ্গ উলিওৱাটো কোনেও সমীচীন বোধ নকৰিলে। এই চাৰি বছৰত সুধাকৰে নাই কমেও দহবাৰ এই গাঁৱলৈ আহিছে, কিন্তু এবাৰো সুনন্দৰ ঘৰত ভৰি দিবলৈ অহা নাই। কণ্টিয়ে বাপেক মৰাৰ সময়ত সি নেদেখাকৈ গুচি যোৱা সাধাৰণ অসন্তোষ ইতিমধ্যে পাহৰি পেলালে, কাৰণ ৰাজহুৱা কাম বিশেষকৈ ধানৰ দাম ১৭ টকা বন্ধা লৈ ৰাইজৰ মনত যি ক্ষোভ যি তীব্ৰ অসন্তোষ হৈছিল আৰু ধানখিনি বাহিৰলৈ নিয়াৰ বাবে যি ক্ষোভ হৈছিল তাক প্ৰকাশ কৰিবৰ বাবে কণ্টিহঁতে ইতিমধ্যে দুই তিনিটা শোভাযাত্ৰা আৰু চাৰিটামান ডেপুটেচন চহৰলৈ নিছিল। সেই কেইটাৰ কাম কৰোঁতে দুয়োটাৰে ভিতৰত আকৌ মিল হৈ গৈছে। কিন্তু সুধাকৰ আৰু সুনন্দৰ ভিতৰত এই চাৰি বছৰে কোনো যোগাযোগ হোৱা নাই। সুনন্দই ভালেই পাইছিল, কাৰণ মাখনী থাকে মানে সি সুধাকৰক তাৰ ঘৰত ভৰি দিবলৈ অহাটো বাঞ্ছা কৰা নাছিল। ঘৈণীয়েকৰো একে মত।

বিৰূপাক্ষই ক'লে, ''মৌজাদাৰৰ ল'ৰাটো মৌজাদাৰৰ বৰ চেনেহৰ। গতিকে তাইৰ সুখেই হব। ঘৰে-দুৱাৰে ধনে-ধানে তোমাতকৈ তিনিগুণ আৰু হব।'' বিৰূপাক্ষই চাহ খাই হাতত চৰা। পাচত সিহঁতৰ গুণে মাখনীয়ে ধঁপাতৰ চিলিম আৰু কাৰুমাৰিডাল লৈ যাবলৈ উঠে মানে মাখনীয়ে ওলাই আহিল। চিলিমটো তামোলৰ বটা লৈ বিৰূপাক্ষ-পূজা কৰিবলৈ ওলাই আহিল। চিলিমটো লৈ মুখত দিলত মাখনীয়ে তামোলৰ বটাটো মাটিত ফু মাৰি থৈ ক'লে, ''ককাইটি, চাউলকেইটা গধূলিকৈহে দিব পাৰিম। স্কুলৰ পঢ়া আছে, তাতে মাৰ বেমাৰ, উলিয়াবকে নোৱাৰিলোঁ। মাই কৈছে গধূলি সাজ ইয়াতে খাবাহি। হোলাৰ কাষৰ পুখুৰীটো সিঁচি মাছ এসাজমানৰো আনিবা পাৰিলে।''

বিৰূপাক্ষই হাঁহি কথাৰ কোবতে ক'লে, ''খুৱা আই খুৱা, তেহে যদি মৌজাদাৰৰ পুতেকক দৰা বাছি দিওঁ।''



মাখনী অবাক হ'ল,—তাইৰ খঙো উঠিল। তাই ক'লে, ''তেতিয়া হ'লে মই ভাত ৰান্ধিব নোৱাৰোঁ দেই।''—এই বুলি তাই জোকোৰা মাৰি ওলাই গুচি গ'ল। বিৰূপাক্ষই হাঁহি ধঁপাত চিলিম খাই তামোলখন মুখত ভৰালে। তাৰ পাচত লাহনীখন বিচাৰি আকৌ মাখনীৰ ওচৰ পালেগৈ।

মাখনীয়ে আৰু মাখনীৰ মাকে গুৰ্ গুৰকৈ মেল মাৰিছিল। বিৰূপাক্ষই লাহনী বিচৰাৰ শব্দ শুনি মাখনীৰ মাকে ডাঙৰকৈ মাতিলে, ''তুমি নো এইক কি ক'লা হয়নে বোপা। তোমালোক মতা মানুহবোৰে মেলত বহিলেই সাত আঠখন বিয়া পাতা, কিন্তু কামত এখনো নাই। যা, মাখনী, সেইবোৰ কথাত নালাগিবি।''

বিৰূপাক্ষই হাঁহি একো নামাতি লাহনী হাতত লৈ পুখুৰীলৈ ওলাই গ'ল। মাখনীয়ে চাউল এসোপা উলিয়াই কুলাৰে চাউল জাৰিবলৈ ধৰিলে।

ঠিক এঘণ্টামানৰ পাচতেই ওলালহি মৌজাদাৰৰ পুতেক শোভন, প্ৰকিউৰমেণ্টৰ অফিচাৰ আৰু পুলিচ। খবৰ পোৱা মাত্ৰকেই শয্যা ত্যাগ কৰি বিষৰ গাৰেই সুনন্দ উঠি আহি বাহিৰ পালেহি আৰু শোভন আৰু প্ৰকিউৰমেণ্ট অফিচাৰক সসন্মানে বহিবলৈ দিলে। পুলিচ-কেইটা বাহিৰত আদেশৰ অপেক্ষা কৰি থিয় হৈ ৰ'ল। তাৰ পাচত সুনন্দই মাখনীক মাতি চাহপানী বাকিবলৈ ক'লে। মাখনীয়ে ওলাই আহি শোভনক দেখি মুখ ওফোন্দাই থিয় হৈ ৰ'ল আৰু বাপেকৰ আদেশ লৈ ভিতৰলৈ সোমাই গ'ল। প্ৰথমতে শোভনলৈ চাই ক'লে, ''শোভন বোপা, পঞ্চায়তৰ সভাপতি হৈছা কিন্তু গাঁও ফুৰিবলৈ নাহাইচোন। উপৰি কালৰপৰা তোমালোকৰ লগত আমাৰ আহ-যাহ থাকিলেহে এঠা থাকে।'' শোভনে এটা সুন্দৰ আদি পঞ্জাবী, ধুতি আৰু এযোৰ চেণ্ডেল পিন্ধি গহীন হৈ আহিছিল। গায়ে-গাবিয়ে শুৱনী ডেকা। বৰণটো মোটা যদিও মাখনীৰ লগত স্বাস্থ্যই-পাতিয়ে মিলিব। সি সুনন্দৰ ফালে চাই অকাৰণতে গম্ভীৰ হৈ ক'লে, ''দদাইদেউ, খেতিয়ে-খোলাই গোটেইখন সংসাৰ মোৰ ওপৰত। তাৰ ওপৰত পঞ্চায়তৰ কামত টাকুৰি ঘূৰাদি ঘূৰিয়েই ফুৰিব লাগে। আপোনাৰ কঁকালৰ বিষ ভাল পোৱা নাই হবপায়।'' ''নাই'' বুলি সুনন্দই নিজৰ দুখৰ কথা বৰ্ণালত শোভনে সহানুভূতি প্ৰকাশ কৰিলে। কিন্তু প্ৰকিউৰমেণ্ট অফিচাৰজনৰ এবাঁ চৰিল আৰু ''ঘৰুৱা কথা-বতৰা

পাচত হব, কামৰ কথা পাতোঁ" বুলি মাজতে কথাৰ ধাৰা বন্ধ কৰি দিলে।

সুনন্দয়ো বাধ্য হৈ শোভনৰ লগত কথা পাতিবলৈ এৰি অফিচাৰৰ লগত কথা পাতিবলৈ ধৰিলে। অফিচাৰে সুধিলে,—মাটি কিমান, ধান কিমান পালে আৰু তাৰপৰা ওপৰঞ্চি ধানৰ লেখ উলিয়াই ক'লে "এই ধানখিনি আমাক লাগিব বুজিছে।"

সুনন্দই ক'লে, "ধান আপুনি ধৰিছে যিমান সিমান ধান মই দিব নোৱাৰোঁ। দিলে খাবলৈ নাপাই মৰিম।"

"কিয় নিদিব? আইন মতে যিটো পাওঁ সেইটোহে ধৰিছোঁ। ত্ৰিশ বিঘা মাটিত কমেও আপুনি ৩৬০ মোন পাইছে। আপোনালৈ ৩০০ মোন ধান ৰাখি ৬০ মোন ধান আমাক দিয়ক। আমি ইয়াতেই ৰাখি থৈ যাম আৰু দামটো পাচত দিম। চৰকাৰৰ ৰেটতে ধান পাব।" অফিচাৰজনে গহীনভাৱে কথা কৈ গ'ল। সুনন্দই মানুহজনক ভালকৈ পৰীক্ষা কৰি দেখিলে, তেওঁ গাঁৱলীয়া খেতিয়কৰ কথা ভালদৰে নাজানে। তেওঁ হাঁহি সুধিলে, "আপুনি সৰল মানুহ। গা ঘুণীয়া কৰি আমি ধান কৰিছোঁ। তদুপৰি শোভনে জানে টানে-আপদে আকালত আনকো দুই-এমুঠি দি পুণ্য আৰ্জিছোঁ। চুবুৰীটোত ককাই-ভাই কিঘৰক কামে-কাজে সহায় কৰি দিয়া বাবেও দিব লাগে। ইফালে বছেৰেকটোৰ খোৱা-পিন্ধাৰ খৰচৰ উপৰিও আমাৰ সকাম-নিকাম, পৰ্ব, ডাক্তৰ-দৰবৰ খৰচ আছে—"

সুনন্দৰ কথা শেষ হবলৈ নৌ পাওঁতেই খেতিয়কৰ আৰু গাঁৱৰ অৰ্থনৈতিক অৱস্থাত অনভিজ্ঞ প্ৰকিউৰমেণ্ট অফিচাৰে ধপ কৰে চকীৰপৰা উঠি ক'লে, "এইবোৰ বক্তৃতা বহুত শুনিছোঁ আপোনালোকৰ। এইবোৰ বক্তৃতা মন্ত্ৰীৰ আগত দিব। আমি চাকৰিয়াল হে, যিটো আদেশ পাওঁ, সেই মতে কাম কৰোঁ। ডেপুটী কমিছনাৰৰ আদেশ আছে, প্ৰকিউৰমেণ্ট যেনে তেনে কৰিবই লাগিব, গতিকে বলক ভঁৰালৈ যাওঁ,—মই নটিচ দি থৈ যাওঁ।"

সুনন্দই গম্ভীৰভাৱে উত্তৰ দিলে, "মই ধান তেনেকৈ দিব নোৱাৰোঁ। আপোনালোকে যি কৰে কৰক।" খং আৰু অপমানত তাৰ চকু-মুখ ৰঙা পৰি গ'ল। শোভনো বিবুদ্ধি হ'ল। অফিচাৰজনৰ লগত সি এই প্ৰথম ওলাইছে। তেওঁ এনেকুৱা অবুজন বুলি তাৰ ধাৰণা নাছিল। সি ক'লে, "চাৰ, আপোনালোকৰ আদেশ আছে হয়, কিন্তু আদেশখন



জধে মধে খটুৱালে নহয় নহয়। এখেতৰ কথাটোও বিবেচনা কৰক। ধান দহমোনমান ধৰিলে কেনে হয়? এখেতৰ ঘৰতে মানুহ পাঁচটি। তদুপৰি ককাই-ভাইকো সহায় কৰে, ইফালে খেতিৰ খৰচ, খোৱাৰ খৰচ আৰু সকাম-নিকামৰ খৰচ আছেই—গতিকে ইমান বেচিকৈ নধৰিব।"

প্ৰকিউৰমেণ্ট অফিচাৰৰ মুখত ক্ৰুৰ হাঁহি ফুটি ওলাল। সি পেণ্টৰ জেপত হাত সুমাই গম্ভীৰভাৱে ক'লে, "এইবোৰ কথা এম-এল-এক কব। মোক কৈ লাভ নহয়। ধান মই ললোঁ। কালিলৈ মানুহ পঠিয়াই দি নিয়াম। ১০২০ টকা পাব ধানৰ দাম। আন মানুহে কেনেকৈ খাব। নগৰত অতবোৰ মানুহ আছে—চাহ বাগানত আছে—সকলোকে খুৱাব লাগিব নহয়।" এই বুলি তেওঁ এখন চীল মৰা কাগজ উলিয়াই তাত তেওঁৰ ধান লোৱাৰ আদেশ লিখি পুলিচ এটাৰ হাতত দি ভঁৰালত মাৰি দিবলৈ ক'লে।

সুনন্দৰ খং উঠিল। সি ক'লে, "আমি দেহক পানী কৰি ধান আৰ্জিছোঁ সেই চহৰৰ কেলেহুৱাবোৰক খুৱাবলৈ নেকি? সিহঁতে কি কৰিছে আমাক? আমাক শোষণ কৰাৰ বাহিৰে আন চিন্তা তাহাঁতৰ আছে নে? চাওক, মই ধানৰ চোৰাং বেপাৰ কৰা নাই আনৰ দৰে। আনে মহাজনক বেচি শেষ কৰিলে। কিন্তু এতিয়া আৰু সেই কথাই কথা নহয়। চৰকাৰৰ যেতিয়া এনে অত্যাচাৰ হৈছে তেন্তে আমিও বহি নাথাকোঁ—"

শোভনৰ মুখ ক'লা পৰি গ'ল। সি অফিচাৰজনক ক'লে, "আপুনি এনেকৈ মানুহৰপৰা ধান তুলিব নোৱাৰিব। মানুহৰ লগত মিলি-জুলি চলিলেহে আমি সহযোগ কৰিব পাৰোঁ।"

তেনেতে মাখনীয়ে এখন ট্ৰেত চাৰি কাপ চাহ লৈ চ'ৰা ঘৰ ওলালহি। তাই মেজত দুকাপ চাহ থৈ বাকী দুকাপ পুলিচক দিবৰ বাবে বাহিৰলৈ গ'ল। কিন্তু পুলিচকেইটাই চাহ খোৱাৰ আগ্ৰহ নদৰ্শালে। এখন তুল আনি মাখনীয়ে তাতে চাহ দুকাপ থৈ আকৌ নিৰৱে ভিতৰ সোমাই গ'ল। শোভনে এবাৰ তাইক মাত লগাবলৈ চল বিচাৰিছিল, কিন্তু তাই চল নিদিলে। কিন্তু তাইৰ ৰূপৰ চিকমিকনি আৰু মেখেলাৰ খমখমনিয়ে তাৰ গাত এছাটি বিজুলী মাৰি থৈ গ'ল। সি আকৌ ক'লে, "চাওক ভাবি-চিন্তি, এখেতৰ দৰে সৎ মানুহ এজনৰ আলৈ-অথানি হোৱাটো মই মুঠেই কামনা নকৰোঁ।"

অফিচাৰজনৰ মুখ বিব্ৰত হ'ল, কিন্তু তেওঁ নিবৰে থাকি পুলিচ-কিটালৈ মাথোন চালে। পুলিচকেইটাই তেওঁৰ মনোভাব বুজি চাহৰ কাপকেইটা তাতে এৰি থৈ ভঁৰালৰ ফালে আগবাঢ়ি গ'ল। শোভনে চাহৰ কাপ তুলি লৈ খঙত তললৈ মূৰকৈ খাবলৈ ধৰিলে। কিন্তু অফিচাৰ-জন থিয় হৈ ৰ'ল, চাহ খোৱাৰ আগ্ৰহ প্ৰকাশ নকৰিলে। কেউফালে কাগজে-পত্ৰই সমালোচনা হৈছে—অফিচাৰৰ দুৰ্নীতিৰ বাবেহে ধানৰ সংগ্ৰহ হোৱা নাই। চৰকাৰে চোৰাং বজাৰ বন্ধ কৰিবলৈ সমৰ্থ হোৱা নাই। গতিকে ডেপুটী কমিছনাৰৰ কাৰা আদেশ, বলেৰে হ'লেও ধান সংগ্ৰহ কৰিবই লাগিব। এই আদেশৰ তেওঁ অন্যথা কৰিব নোৱাৰে। আৰু ৩৬০ মোৰ ধানৰ ৬০ মোন ধান নিয়াটো তেওঁৰ চকুত অন্যায় যেন বোধ নহ'ল। সুনন্দহঁতৰ খাবৈয়া কম, গতিকে ৬০ মোন ধান নিয়াটো একো বেয়া কথা নহয়; তদুপৰি তেওঁ যি খবৰ পাইছে সুনন্দহঁতে হাটত ২৷৷ টকা কিলোত চাউল বেচে। গতিকে সুনন্দক যিমান সৎ বুলি কোৱা হৈছে, সিমান সৎ সুনন্দ নহয়।

বহুত সময় নিবৰে গ'ল। পুলিচকেইটা উভতি আহিলত অফিচাৰ-জনে শোভনলৈ চাই ক'লে, "বলক, আন এঠাইলৈ যাওঁ।" শোভনে উঠাৰ কোনো লক্ষণ নেদেখুৱালে। অফিচাৰজনে সুধিলে, "নাযায় জানো?" শোভনে ক'লে, "এনেকুৱা ধৰণৰ প্ৰকিউৰমেণ্ট হ'লে গাঁও জ্বলি যাব।" সুনন্দৰ খুব খং উঠি আছিল, সি ক'লে, "এনেকুৱা জোৰ-জুলুমৰ হোৰ তুলিব নোৱাৰোঁ যদি মই সুনন্দ নহওঁ। চাই থাকিব। মাটি মোৰ, ধান মোৰ, স্বত্ব মোৰ, এইবোৰ চৰকাৰী দিন-ডকাইতি সহ্য নহয়। আমি খুৱালে গাঁৱৰ মানুহক খুৱান, নগৰৰ ধোদবোৰক খুৱাবলৈ কিহে পাইছে! মই হ'লে কলোঁ দেই, ধান ইয়াৰপৰা নিয়া টান হব।" অফিচাৰজনে হাঁহি ক'লে, "আপুনি জানো হলাৰত চাউল উলিয়াই চাউল বেচা নাই ২৷৷ টকা দৰত। আমি খবৰ পাইছোঁ। আমাক দিবলৈ ইমান টান পাইছে কিয়?" সুনন্দই ক'লে, "চৰকাৰে জানো উচিত দাম দিছে?" এমোন ধান উৎপাদনৰ খৰচেই কুৰি টকা—ৰোৱনী-দাৱনীৰ খৰচ ধৰি। তাৰ উপৰি ৰখা-মেলা, চপোৱা, মৰণা মৰা এইবোৰ আছেই। কিমান দিন ৰাইজে কৈ আছে ধানৰ দাম বঢ়াই দিবলৈ দিছে জানো? আৰু চাউল বেচাৰ কথাত যে ধৰিছে—চাউল বেচিয়েই আমি খাওঁ, তাক পাহাৰি গৈছে নেকি?"



অফিচাৰজনে হাঁহি ক'লে, "দামৰ কথা মই কব নোৱাৰোঁ। চৰকাৰক কওক। এম-এল-এক কওক। কিন্তু আমি চাকৰহে—", এই বুলি তেওঁ উঠিল, আৰু শোভনলৈ চাই ক'লে, "আপুনি যেতিয়া নাযায় তেন্তে আমিয়েই দুই-এঘৰ ফুৰি যাওঁগৈ। আপোনাৰ ধান নিবলৈ মই কাইলৈ মানুহ পঠাম।" এই বুলি অফিচাৰজন গোঁ গোঁ কৰে উঠি গুচি গ'ল। সুনন্দই গোৰ গোৱাই উত্তৰ দিলে, "আহকচোন চাওঁ, নিয়কহি।" শোভনে ক'লে, "দদাইদেউ, আপোনাৰ ধান ইহঁতি নিবই। মই ৰখাৰ একো উপায় দেখা নাই।" সুনন্দই একো নামাতিলে! অলপ পৰ বৈ সি ক'লে, "তোমালোকৰ ধানবোৰ কি কৰিলা?" "একেই দশা। আমি জানিবা বহুত বেচিলোঁ। আমাৰ ফালে এতিয়া যোৱা নাই। গ'লে এনেকুৱাই হব।" শোভনৰ মুখো বিষণ্ণ হৈ গ'ল। "তাৰ পাচত দেউতাই এটা ভঁৰাল বিয়ালৈ থৈছে।"

সুনন্দই হঠাতে সেই প্ৰসঙ্গ বন্ধ কৰি সুধিলে, "কাৰ বিয়া?"

শোভনৰ লাজত মুখ ৰঙা পৰিল; সি উত্তৰ দিলে, "এইবাৰ বহাগত মোৰ বিয়াখন পাতিব হব পায়।"

"ছোৱালী?" সুনন্দৰ মুখত এটা ঔৎসুক্য।

শোভনে উত্তৰ দিলে "ছোৱালী বহুত পাইছে, কিন্তু দেউতাৰ ওচৰে-পাজৰে বিয়া কৰাবৰ মন।"

সুনন্দ এই উত্তৰত সন্তুষ্ট হ'ল। সি থোৰতে কথাটো উলিয়াই ক'লে, "দেউতাৰে বেয়া ভবা নাই কথাটো। চকুৰ আগতে দেখা ছোৱালী বোৱাৰী কৰিলে সকলো ফালে সুবিধা। দূৰ হ'লে জঞ্জালো আছে, পস্তাবলৈও আছে—", এই বুলি সুনন্দই মাখনীক চিঞৰি মাতি ক'লে, "এওঁ বোপাক তামোল এখন দেহি। এওঁলোক আমাৰ বৰ আপোন মানুহ বুজিছ।" মাখনীয়ে বাপেকৰ আদেশ পোৱাৰ আগতেই তামোল কাটি থৈছিল; বটাত তামোল আনি শোভনৰ হাতত দি তাই কাপকেইটা লৈ আকৌ ভিতৰলৈ সোমাই গ'ল। ভিতৰত বিৰূপাক্ষৰ চাউলখিনি জাৰিবলৈ তেতিয়াও বাকী আছিলগৈ। ইফালে বেলি পৰি আহিছিল।

শোভনে মাখনীক আগতেও দেখিছে, কিন্তু এইবাৰ দেখি দস্তুৰমত মুগ্ধ হ'ল। পকা ধানৰ বৰণেই বৰণ, কিন্তু দেহটো নাহৰ পুলিৰ দৰে শুৱনি। আৰু গাৰ ছাল কলগছৰ দৰে বগাল, সতেজ। তাৰ মনৰ সন্তুষ্টিৰ কথা ধৰিব পাৰি সুনন্দ অত্যন্ত আনন্দিত হ'ল আৰু ক'লে, "মোৰো

গা বিষালী হ'ল, এইক সোনকালে গতাব পাবিলেই কৰবাত বক্ষা পাওঁ।"

শোভনে মিচিকিয়াই হাঁহি ক'লে, "মই এতিয়া উঠোঁহে দদাইদেউ।" এই বুলি সাউত কৰে উঠি বাহিৰ ওলাল।

গধূলি বিৰূপাক্ষ আহিলত সুনন্দই শোভনৰ সন্মতিৰ কথা জনোৱাৰ লগে লগে বিৰূপাক্ষই ক'লে, "তেন্তে কাইলৈকে মই মৌজাদাৰৰ তালৈ যাম।" সুনন্দই ক'লে, "কাইলৈ নালাগে। কাইলৈ কনুটি আৰু কাক পাব লৈ আহি ধানকেইটা বাখি দিব লাগিব বোপাই। মোৰ দেহা ঘুণীয়া।" বিৰূপাক্ষই ক'লে, "বাৰু কনুটিক মই সুধি আহোঁ।" এই বুলি সি ওলাই গ'ল বাহিৰলৈ। বেমাৰী দেহাৰে মাখনীৰ মাকে মাছৰ জোল বহাইছিল। মাখনীয়ে পটাত মচলা বাটিছিল। পুখুৰীত এসাজৰ মাছেই পাইছিল বিৰূপাক্ষই, কিন্তু তাৰে কেইটামান সুকীয়াকৈ মাখনীয়ে থৈ দিছিল আনন্দৰ বাবে। মাখনীয়ে মচলা বাটি থাকোঁতে শোভনৰ লগত বিয়া সোমোৱাৰ কথাটো ভাবি মনত বৰ অশান্তি পাইছিল, আৰু সেই বাবে অমনোযোগী হৈ পৰিছিল। সেই সুযোগতে মেকুৰী এটা আহি মাছ এটা মুখত লৈ দৌৰ মাৰিলে। মাখনীয়ে তথাপি কব নোৱাৰিলে। কিন্তু বাহিৰত প্ৰদীপে মেকুৰীটো দেখি চিঞৰ-বাখৰ লগালত ঘৰ গোটেই-খনৰে গা লৰিল আৰু আটাইবোৰ মেকুৰীটোৰ ওপৰত জঁপিয়াই পৰিল। মেকুৰীয়ে পিচে মাছ খাই তেতিয়া মানে শেষ কৰিলে। কাঁইটবোৰহে বাকী আছিল।

মাখনীৰ মাকে খঙতে ক'লে, "তই নো আজি ইমান কি ভাবি আছিলি অ?"

মাখনীৰ মুখত কথা নোলাল। তাই মচলাখিনি থৈ মাকৰ ওচৰলৈ গৈ আমন-জিমনকৈ বহি ৰ'ল। মাকে তাইৰ মুখলৈ চাই এইবাৰ হাঁহি ক'লে, "কি হ'ল কচোঁন।" মাখনীয়ে ক'লে, "তহঁতে মোক সোনকালে বিয়া দি দিব খুজিছ, কিয়?" মাকে হাঁহিবলৈ ধৰিলে। তাৰ পাচত ক'লে, "ছোৱালী জনম ললি যেতিয়া লোকৰ ঘৰলৈ যাবই লাগিব। দেউতাৰহঁতে তোৰ ভাল ঠাইতে দিব খুজিছে।" কিন্তু মাখনী উচাট মাৰি তাৰপৰা গুচি গ'ল। কিয় বিয়া সোমাবলৈ নাৰাজ তাক তাই পৰিষ্কাৰকৈ নক'লে।

ৰাতি ভাত খাবৰ সময়ত মাকে কথাটো উলিয়ালত বিৰূপাক্ষই ক'লে, "নৰৌ, তাই দুদিনমান তেনে কৰিবই। তাৰ পাচত ভাল হব। আমি



কিবা তাইৰ অনিষ্ট কৰিম নে?" কিন্তু মাকৰ মন পাতল হোৱা নাছিল, তেওঁ ক'লে, "মোৰ কিন্তু অলপ সন্দেহ হৈছে—তাইৰ মন পোৱা নাই।" ভাত-পানী খাই বিৰূপাক্ষ ঘৰলৈ গ'লত, ঘৈণীয়েকে আকৌ কথাটো উলিয়ালে। সুনন্দই পিচদিনা ধান ৰখাৰ চিন্তাত মগ্ন হৈ আছিল। বিৰূপাক্ষৰ কণ্ট্ৰিহঁতৰ সমৰ্থন আনিলে এটা চৰ্তত। সুনন্দই ধানৰ দাম বেচি লৈ ধানখিনি প্ৰকিউৰমেণ্টক দিব লাগিব। সেই চৰ্তত সুনন্দ ৰাজী হ'ল। লগতে সি ক'লে—সেইখিনি ধান লাগিলে মই গাঁৱতে দুখীয়াক বেচিম। কণ্ট্ৰিহঁত তাতে ৰাজী হৈছে। সি ঘৈণীয়েকৰ কথা শুনি ক'লে, "কি সন্দেহ হৈছে?"

"তাইৰ মনটো সুধাকৰে খাই থৈ গ'ল। মই জানো। হতচিৰী হোৱাটোৱে ছোৱালীজনীৰ মূৰ খাই নহাই হ'ল।" মাকে দুখ কৰি ক'লে। সুনন্দই হাঁহি ক'লে, "অসম্ভৱ। চাৰি বছৰে তাই তাকেই ভাবি আছে নে।" "অ। আপুনি কাগজ পঢ়োঁতে মন কৰিবচোন, সুধাকৰৰ নাম কৰবাত ওলালে তাক উৰাই-ঘূৰাই পঢ়িব, যেন তাৰ খবৰ-টোহে একমাত্ৰ খবৰ।" মাকৰ মনত তীব্ৰ অসন্তোষ ফুটি উঠিল। সুনন্দই ভাবি-চিন্তি ক'লে, "সুধাকৰ ল'ৰাটো বেয়া নাছিল, কিন্তু একেবাৰে ল্লাওলোৱা। আৰু স্বাস্থ্য-পাতিও ভাল নহয়। যতে ততে খাই ফুৰি পেট গেলালে। তাইক তুমি বুজোৱা। মই শোভনকে তাইক গতাম।"

শুবৰ সময়ত মাকে মাখনীক স্পষ্টভাৱেই ক'লে, "তই সুধাকৰৰ কথা ভাবি সময় নষ্ট কৰিব নোৱাৰ, মই নিদিওঁ। সি তোৰ সেই দিনা কম অনিষ্ট কৰিব খুজিছিল। ভাগ্যে এবাঁ ছোৱালী বুলিহে ৰক্ষা পালি।" মাখনীয়ে মাকৰ মুখলৈ চাই ক'লে, "কিন্তু মোক নহ'লে তেওঁ কিয় চুমা খাই পাপত লিপ্ত কৰিলে?" মাকে ক'লে, "সেইটো পাপ তোৰ নহয়। তাৰহে। তদুপৰি সেই বয়সত পাপ বুলিব নোৱাৰি।" মাখনীয়ে ক'লে, "কিন্তু তেওঁ মোৰ কথা মাজে মাজে সোধে কণ্ট্ৰিক।" "সুধিব নোৱাৰিছে, আচলতে সিহে পাপী", মাকে ভোৰ ভোৰাই উঠিল, "তদুপৰি দেউতাৰে কৈছে তাৰ বোলে স্বাস্থ্য বৰ বেয়া, তোৰ গলগ্ৰহ হ'ব।" মাখনীয়ে আকৌ সুধিলে, "পাপ তেনে নহয়?" "ওহোঁ। কোনে ক'লে তোক পাপ হ'ব বুলি।" "মোৰ মনে।" মাখনীয়ে লাহেকৈ ক'লে।

মনৰ ওপৰত কোনো মূল্য দিবলৈ ৰাজী নহ'ল মাখনীৰ মাক।

ছোৱালীৰ মনৰ গতি সদায় একেদৰে নাথাকে, সংসাৰত সোমালেই সকলো ঠিক হৈ যায়। এই কথা কৈ মাখনীৰ মাকে তাইক সেই দিনা বহুত উপদেশ দিলে, যিবোৰৰ সাৰমৰ্ম হ'ল এয়ে যে শোভনক বিয়া কৰোৱাৰ বাহিৰে মাখনীৰ আন গতি নাই। মাখনীয়ে তাকে নিজ ভাগ্য বুলি মানি ললে।

পিচদিনা ৰাতি নৌ পুৱাওঁতেই আহি পুলিচ ওলালহি। সুনন্দক পাটীৰপৰা জগালে স্বয়ং শোভনে। শোভনে আন্ধাৰে-মুধাৰে সুনন্দক ঘৰৰ এচুকলৈ মাতি নি ক'লে, "আৰু উপায় নাই, আপুনি যদি ধান নিদিয়ে তেন্তে ইহঁতে আপোনাক গ্ৰেপ্তাৰ কৰিব। জিলাৰ বৰচাহাবৰ হুকুম। লৰচৰ কৰিবৰ সাধ্য নাই। মই কালি ৰাতি এম-এল-একো গৈ সুধিলোঁগৈ চহৰত। তেওঁ আজি ডেপুটী কমিছনাৰক লগ ধৰিম বুলিছে, কিন্তু তাৰ আগতেই পুলিচে মোক জগাই লৈ আহিছে। মোৰ মুখলৈ চাই আপুনি হকা-বধা নকৰিব।"

সুনন্দৰ খং উঠিল, ক'লে, "তুমি সিংহৰ পোৱালী সিংহ হ'ব লাগিছিল। কিন্তু তাৰ বদলি হ'লা শিয়াল। মই প্ৰাণ থাকে মানে ধান নিবলৈ নিদিওঁ" এই বুলি সুনন্দই শোৱা কোঠাৰ গাৰুৰ তলত থকা সিত দাখন উলিয়াই আনি পোন চাটেই ভঁৰালৰ দুৱাৰমুখত থিয় হৈ ললেগৈ আৰু ক'লে, "চাওঁ কাৰ শক্তি আছে ধান নিয়া ইয়াৰপৰা। কাটি দোছোৱা কৰিম।"

কিন্তু পুলিচ ওচৰতেই আছিল। পুলিচ চাব-ইঞ্চপেক্টৰ শইকীয়া আহিছিল, তেওঁ মাত লগাই ক'লে, "বে-আইনী কাম নকৰিব দেই। মই আপোনাৰ চিনাকি মানুহ। এতিয়া ধান নিবলৈকে দিয়ক। পাচেপৰে শোভনে কিবা এটা কৰি দিব। যদি গণ্ডগোল কৰে মোক হ'লে দোষ নিদিব পাচত। মই চৰকাৰী চাকৰিয়াল।"

সুনন্দই শইকীয়াৰ মাত শুনি অলপ পৰ দৰক ললে, তাৰ পাচত লাহেকৈ মাত লগালে, "শইকীয়াই আহিল নে কি? একো কথা নাই। আপুনি আপোনাৰ কৰ্তব্য কৰক। মই মোৰ কৰোঁ।" শইকীয়াই পুলিচকেইটাক কিবা ক'লে। পুলিচকেইটাই সুনন্দক তাকে ক'লেগৈ। সুনন্দই তাকে শুনি ক'লে, "বেছ তেন্তে বলাহঁক, মই চোলাটো পিন্ধি লওঁগৈ।" কঁকালৰ বিষত সুনন্দই কেঁকাই-গোঠাই আছিল। চোলা পিন্ধিবলৈ যাওঁতে শইকীয়াই ক'লে, "খাই-বৈ ওলাওক। বেমাৰী মানুহ কষ্ট পাব। আপোনাক নিনিওঁ মানে মই ধান নোছোওঁ। ভয় নকৰিব।"



সুনন্দই খাই-বৈ ঘৈণীয়েকক বিদায় লৈ ওলাই আহিল আৰু প্ৰদীপৰ হতুৱাই বিৰূপাক্ষলৈ এটা খবৰ পঠালে। কিন্তু বিৰূপাক্ষ আহি পাই মানে সুনন্দহঁত পদূলি পাৰ হৈ ভালেমান পালেগৈ। সি আহি শোভনক দেখি ক'লে, "তুমি পঞ্চায়তৰ সভাপতিটো হৈ এইটো কি কাণ্ড কৰিলা। ককাই-দেউক নিবলৈ কেলেই দিলা। তাৰ সলনি ময়েই যাব পাৰিলোঁহেঁতেন।" বিৰূপাক্ষই পুৱাৰ পোহৰত ভঁৰালৰ ফালে চকু দিলে। এটা পুলিচ তাত থিয় হৈ আছে। পদূলিমুখত এখন গৰুগাড়ীত এটা গাবোৱানে টোপনিয়াই হামিয়াইছে। ওলমি থকা জলন্ত লেমটো নুমাবলৈও সি পাহৰিলে। বিৰূপাক্ষই ক'লে, "এতিয়া বলা শোভন নগৰলৈকে যাওঁ। ভাত খোৱাৰ আগতে মানুহটোক ঘৰ পোৱাবহি লাগিব।" শোভনে ক'লে, "যাওঁ বলা বাৰু।" কিন্তু তাৰ অন্তৰ দুৰু দুৰু কঁপিবলৈ ধৰিলে। তথাপি সি ক'লে, "মই ঘৰলৈ গৈ ওলাওঁগৈ। দেউতাৰো পৰামৰ্শ লওঁগৈ।" এই বুলি শোভন তাৰপৰা লাহে লাহে আঁতৰি গ'লগৈ।

মাখনীয়ে শুই উঠি আহি কাণ্ড দেখি অবাক হৈ ৰ'ল, তাৰ পাচত তাই ক'লে, "কণ্‌টি কাইটিহঁতক মাতাচোন। কণ্‌টি কাইটিয়ে এই-বোৰৰ বেচি আও-ভাও পায়।" কিন্তু তেনেতে কণ্‌টি অহা মাখনীয়ে দেখিলেই। পিচে পিচে আৰু কেইটামান। কণ্‌টিয়ে আহি চোতালতে পীৰা এখন পাৰি বহি লৈ ধীৰে সুস্থে গোটেই ঘটনাটো শুনি বিৰূপাক্ষক ক'লে, "মই নগৰলৈ আজি যাব নোৱাৰোঁ। বিৰূপাক্ষই যা। সুধাকৰক লগ ললে সোনকালে কাম হ'ব।"

বিৰূপাক্ষই ক'লে, "শোভনো যাওঁ বুলিছে।"

শোভনৰ নাম শুনি কণ্‌টিয়ে আপত্তি নকৰিলে যদিও মৌজাদাৰৰ ঘৰৰ আৰু বিপক্ষৰ লোক বুলি সন্তুষ্টও নহ'ল। কিন্তু শোভনৰ প্ৰতিপত্তি আছে নগৰত। এম-এল-এ জনো সিহঁতৰ পক্ষৰ। গতিকে সি ক'লে, "ভালেই হৈছে। যা। মই বাৰু দোকানৰ কাম কৰি যাব লগা হ'লে পিচবেলা যাম।"

কণ্‌টি গুচি গ'ল। বিৰূপাক্ষই সুনন্দৰ পুখুৰীতে জোবোৱা মাৰি গাটো ধুই লৈ সুনন্দৰে সাজ-পোছাক এযোৰ পিন্ধি মাখনীয়ে যতনাই দিয়া জলপান এটা খাই প্ৰদীপকে মাখনীকে স্কুললৈ যাবলৈ হাক দি ঘৰৰ গৰু আৰু আন কাম চম্ভালিবলৈ ক'লে। তাৰ পাচত সি লাঠি এডাল লৈ ওলাই গ'ল।

দুপৰীয়া মাখনীৰ মাকে ভাত ৰান্ধি বৈ আছিল। বিৰুপাক্ষহঁত আহিব বুলি আশা কৰি বাৰে পতি পদূলিমুখলৈও অহা-যোৱা কৰিলে। কিন্তু দুপৰীয়া সুনন্দ অহাৰ পৰিবৰ্তে ওলালহি আকৌ পুলিচ আৰু প্ৰকিউৰমেণ্ট ইঞ্চপেক্টৰ। আহিয়েই ভঁৰাল খুলি ধান উলিয়াবলৈ ধৰিলে। কিন্তু কণ্টিয়ে গম পাই মানুহ-দুনুহ গোটাই ক'লে, "ধান তোমালোকে উলিয়াব পাৰা, কিন্তু গাঁৱতে বেচিব লাগিব। গাঁৱৰ ধান নগৰত খুৱাবলৈ নিলে ঘটনা বেয়া হব।" মানুহ ভালেমান দেখি প্ৰকিউৰমেণ্ট ইঞ্চপেক্টৰে ধান উলিওৱা বন্ধ কৰিলে, আৰু ভঁৰালত তলা মাৰি তাত পুলিচ ৰাখি পুনৰ ডেপুটী কমিছনাৰৰ তালৈ কোৰ ললে। কণ্টিয়ে নিজেও চোলা-কাপোৰ পিন্ধি টাউনলৈ গ'লগৈ।

কিন্তু ৰাতিলৈকে নগৰৰপৰা কোনো নোলালহি। ল'ৰা-ছোৱালী হালক ভাত-পানী খুৱাই মাকে লঘোনেই থাকিল। ওবে নিশা কাৰো টোপনি নাহিল। শেহ নিশা ওলালহি আনন্দ। সি খনিকৰৰ ঘৰৰপৰা টাউনলৈ গৈ বাপেকক হাজোতত লগ পাই আহিছে। মহ আৰু চেৰে-পাৰ কামোৰত বাপেকে বৰ কষ্ট পাইছে। শোভন, সুধাকৰ, এম-এল-এ সকলোৰে ৰাতিলৈকে যত্ন কৰি একো কৰিব পৰা নাই, কাৰণ ডেপুটী কমিছনাৰ চাহাব চিলঙলৈ গৈছে, কাইলৈহে পাবহি। কাইলৈ কিবা এটা হ'ব।

আনন্দই গা ধুবলৈ পুখুৰীলৈ গৈ তাত জোবোৰা মাৰি থাকোঁতে মাখনী উঠি আহিল; আনন্দই জোবোৰা মাৰি উঠি আহোঁতে তাই বিহ্বল-ভাৱে সুধিলে, "দেউতাৰ গা বাৰু নে?"

"বাৰু। কিয়?" আনন্দই গামোচাৰে গা মচি মচি ক'লে।

"বৰ বেয়া সপোন এটা দেখিলোঁ।" মাখনীয়ে উত্তৰ দিলে।

"কি সপোন?" আনন্দই জেওৰাত থোৱা ধুতি এখন সলাই লৈ কৌতূহলবশতঃ সুধিলে।

মাখনীয়ে ক'লে, "বুঢ়ী আইতাই দেখা দি ক'লে—ঘৰখনত কলি লাগিছে মাখনী। দেউতাৰক কবি। আৰু মোক ক'লে—বৰ হেনো ভোক লাগিছে। কি সপোন বাৰু এইটো? মাক নুসুধিলোঁ। মাৰ মন বেয়া।"

আনন্দই হাঁহি ক'লে, "সপোনটো জটিল। বস্ত্ৰ কৰা যাবৰপৰা সপোনৰ ভেদ ভাঙিব পৰা মানুহ আৰু নোহোৱা হ'ল। দেউতা আহক। ভকতক এসাজ পকা জলপান খুৱাব লাগিব।"



"দেউতা জানো আহিব?" মাখনীয়ে সুধিলে।

"আহিব। সুধাকৰে কৈছে পুৱাই যাব পাৰিব। তেওঁ খুব খাটিছে। তোৰ কথাও সুধিছিল।" আনন্দই ক'লে।

"কি সুধিছিল? এতিয়া সুধিলে আৰু কি হব?" মাখনীয়ে ক'লে।

"কিয় মাখনী?"

মাখনীৰ চকু ঢুলঢুলীয়া হ'ল, একো নামাতিলে। আনন্দই অবাক হৈ তাইলৈ চাই বল। কিন্তু তাৰ বুজিবলৈ দেৰি নহ'ল কিয় তাইৰ চকু ঢুলঢুলীয়া হৈছে। আনন্দই ক'লে, "তেওঁ তোলৈ কিবা এটা দি পঠাইছে, চাগৈচোন যা, মোৰ বেগতে আছে।"

মাখনীয়ে বেগটো খুলি দেখিলে এপাহ ৰঙ-চঙীয়া ধুনীয়া প্লাষ্টিকৰ থলপদ্ম ফুল। তাইৰ চকুলো বৈ আহিল।

# এখন চিঠি ঃ সম্পাদকলৈ

## শ্ৰীনিৰোদ চৌধুৰী

সম্পাদক ডাঙৰীয়া,

'অসম বাণী'ৰ নিয়মিত পূজা সংখ্যাৰ বাবে মোৰপৰা গল্প এটা বিচৰা বাবে আন্তৰিক ধন্যবাদ গ্ৰহণ কৰিব। ব্যক্তিগতভাৱে মই এই কাকতৰ সতে জড়িত থকা সত্বেও সকলো সময়তে এইখন কাকতে মোক দেখুৱা মৰমৰ বাবে কৃতজ্ঞ। পূজা সংখ্যা বিভিন্ন আলোচনীৰ বাবে মই ইতিমধ্যে কেইবাখনো উপন্যাস, কেইবাটিও গল্প লিখিলোঁ। যথেষ্ট মানসিক কষ্ট আৰু অশান্তিয়ে সেইবোৰ লিখাক কি কৰি তুলিছে নাজানো। তথাপি পূজাৰ নিৰ্মল আনন্দত সেইবোৰ লিখাই কাৰোবাক এধানি আনন্দ দিব পাৰিলেই আমাৰ লিখাৰ সাৰ্থকতা। পূজা-বিহুত গল্প-উপন্যাস লিখা বাবে দুই-এক উন্নাসিক ব্যক্তিয়ে কয়, আমি হেনো বাবোৰাবী হাৰত লিখোঁ। আপুনি নিজে অভিজ্ঞ লোক, লিখা-মেলা কৰা কথাটো বজাৰৰ ধাননে যে মিলত দিলেই চাউল হৈ ওলাব ? এনে ওজৰ-আপত্তি বহুতৰে।

যক এইবোৰ কথা। আচল কথাটোলৈ আহোঁ।

'অসম বাণী'লৈ এইবাৰ আপুনি বিচৰা তাৰিখৰ ভিতৰত মই গল্পটো দিব নোৱাৰিম। তাৰবাবে আগতীয়াকৈ মই ক্ষমা বিচাৰিছোঁ। লিখা-মেলা কৰিবলৈ হাত্মলেই কোৱা যি 'ধ্যানস্থ আত্ম নিমজ্জিত' ৰূপৰ প্ৰয়োজন সেই কথা বাদেই দিলোঁ। আমাৰ দেশত সেই ৰূপ হ'ব ক'ৰপৰা ? অসমীয়া সাহিত্যত তো আৰু নাই। আগতে অলপ আছিল, আজিকালি নাই। গতিকেই একেজনে লিখকেই গল্প, কবিতা, গীতৰপৰা



আৰম্ভ কৰি সাহিত্যৰ প্ৰতি শ্ৰেণীতে চপলিয়াই ফুৰিবলগীয়া হয়। ফল কি হয় আপুনি জানেই।

মই নিজে সিমান ডাঙৰ কথালৈ যোৱা নাই। অতি সাধাৰণ আৰু মোৰ সতে ব্যক্তিগতভাৱে তেনেদৰে সম্পৰ্ক নথকা ঘটনা এটাৰ **শোকাবহ** পৰিণতিৰ বাবে মোৰ মনটো বৰ বেয়া। আজি বাতিপুৱা বাতৰি কাকতত আপুনিও দেখিছে বাতৰিটো। প্ৰথম পৃষ্ঠাতে ওলাইছে। ষ্টাফ ৰিপ'টাৰৰ বাতৰি।

বাতৰিটো সাধাৰণ। তেনে বাতৰি নিতৌ ওলাই থাকেই। বাতৰিটোৰ টুকুৰাটো মই ইয়াতে কাটি লগাই দিলোঁ :

> **ৰেলৰ আগত পৰি**
>
> **আত্মহত্যা**
>
> ( ষ্টাফ ৰিপ'টাৰ )
>
> গুৱাহাটী, অক্টোবৰ ৫
>
> আজি সন্ধিয়া গুৱাহাটী ষ্টেচনৰপৰা দুই ফাৰ্লংমান আঁতৰত উজনিমুৱা আসাম মেইলৰ সমুখত পৰি এজন ব্যক্তিয়ে আত্মহত্যা কৰে। মানুহজনৰ দেহ সম্পূৰ্ণ ছিন্ন-বিছিন্ন হৈ যোৱাত কোন মানুহ আছিল চিনাক্ত কৰিব পৰা নগ'ল। উল্লেখযোগ্য কথা যে যোৱা পোন্ধৰ দিনৰ ভিতৰত ৰেল আলিত পৰি আত্মহত্যা কৰা এইটো চতুৰ্থ ঘটনা।

আপোনাৰ বা আৰু অন্যান্য পাঠকৰ বাবে সেইটো এটা সাধাৰণ বাতৰি। কিন্তু মই আজি ৰাতিপুৱা 'অসম বাণী'ৰ গল্প লিখিম বুলি ভাবি কলম কাগজ লৈ বহি হঠাতে সেইটো বাতৰি দেখি, একে জাঁপে উঠি ৰিক্সা এখন লৈ ষ্টেচনলৈ গৈছিলোঁ। ৰাতিপুৱাৰ পাতল মানুহৰ ভিৰৰ মাজেদি গৈ প্ৰায় জনশূন্য প্লেটফৰ্মৰ ভেণ্ডৰ এজনক সুধি দুৰ্ঘটনা হোৱা ঠাইখিনিলৈ গৈ দেখিছিলোঁ, একো চিন-চাবেই নাই। চিকচিকীয়া ৰেল লাইন দুটা সুদীৰ্ঘ সাপ এডালৰ দৰে একাটি হৈ যেন পৰি আছে। ওচৰতে থকা আৰ-পি-এফৰ মানুহ এজনে সুধিছিল, মই কি চাইছোঁ ? অলপ লাজ পাই উভতি আহিছিলোঁ মই।

আহোঁতে মোৰ বুকুখন গধুৰ গধুৰ লাগিছিল। ঠিক এইমাত্ৰ মই যেন বৰ ডাঙৰ অন্যায় এটা কৰি উভতি আহিছোঁ। প্লেটফৰ্মৰ ওপৰেদি আহি আহি এটা নিৰ্দিষ্ট ঠাইলৈ মই চকু দিলোঁ। ঠাইখিনি শূন্য।

এইবাৰ মই বেচি ভয় খাই প্ৰায় দৌৰি ষ্টেচন এৰি পলাই আহিছিলোঁ। আৰু আহি এয়া, এটা বন্ধ কোঠালীত এই চিঠিখন আপোনালৈ লিখিব লৈছোঁ। বন্ধ দৰ্জাখনলৈ সভয়ে চাই চাই মই যিকোনো মুহূৰ্তত কোনোবা এজন আহিব বুলি ভাবি আছোঁ। যদি কোনোবা আহে, মই মুক্তি পাওঁ। যদি কোনো নাহে ?

মোৰ এই মানসিক অৱস্থাত গল্প লিখোঁ কেনেকৈ ? আপোনাক কথাটো কওঁ, নহ'লে হয়তো আপুনিও ভুল বুজিব,—আজিকালি ভুল বুজা মানুহৰে সংখ্যা যিহেতু বেচি।

ৰেল আলিত পৰি যিজন মানুহে আত্মহত্যা কৰিলে, সেইজন মোৰ এই লিখাত উল্লেখ থকা মানুহজন নহ'বও পাৰে। যদি নহয় ভালেই, যদি হয় ? গোটেইটো ঘটনা জনালে আপুনি বুজিব মোৰ মনোকষ্টৰ কাৰণ।

মোৰ সম্পৰ্কীয় খুৰাদেউ এজনৰ ভাৰাঘৰ এটা আছে শিলপুখুৰীত। খুৰাদেউ চিলঙৰ ফ্লাড কণ্ট্ৰোল অফিচৰ হেড্ এচিষ্টেণ্ট। প্ৰচুৰ টকা-পইচা কৰিছে, ইমান বেচি কৰিছে যে কেতিয়াবা অসহ্য হৈ কয় : 'টকা ইমান নোহোৱাহেঁতেনেই ভাল আছিল।' আটাইবোৰ দৰ্মহাৰ টকা নহয়। খুৰীদেৱে জাপে জাপে মথাউৰিৰ ঠিকাদাৰে দিয়া নোটৰ জাপ একোবাৰ ঘৰৰ একোণতে থকা কেলেণ্ডাৰৰ লক্ষ্মীৰ ফটোত লগাই সযতনে বাকচত থয়। মই বিয়া-বাৰু নকৰাই ঘৰ-বাৰী নোহোৱাকৈ এনেদৰে টিঘিলঘিলাই থকা কথাটো টানি কেতিয়াবা মোৰ বিয়াৰ কথা ক'লে খুৰীদেউক কওঁ : 'টকা-পইচা নাই, বিয়া কৰাও ক'ব পৰা ?' শেষ বাক্যটো খুৰীদেৱে আৰম্ভ কৰে তেওঁৰ অভাৱৰ মহাভাৰত। অন্যায় কৰেঁ৷ এনেধৰণৰ হয় : 'তোমাৰ খুৰাদেউৰা জানো কম মানুহ, অন্যায় বোলাহেঁতেন কি কৰিব পাৰিলেহেঁতেন।' মই জানো। নকৰাকৈ খুৰাদেৱে চিলঙত দুটাকৈ ঘৰে-মাটিয়ে কৰিব নোৱাৰে, গুৱাহাটীতে চিৰিয়াখানাৰ ফালে প্ৰকাণ্ড প্লট এটা ল'ব নোৱাৰে।

শিলপুখুৰীৰ যিটো ঘৰ, সেইটো আসাম টাইপৰ সৰু ঘৰ। বহুবছৰ আগতে সজা। তাৰ পাচত খুৰাদেৱে চিলঙৰ নতুন চাকৰি পাই ঘৰটো ভাৰা দি গুচি যায়। প্ৰথমে ভাৰা দিছিল ডি-চি অফিচৰ কেৰাণী এজনক। তেওঁ কিবা কাৰণত চাকৰি এৰি নাহৰকটীয়ালৈ গুচি যোৱাত সেইটো ঘৰত থাকিবলৈ লয় মদন দত্ত নামৰ মানুহ এজন।



মদন দত্ত শিৱসাগৰৰ ফালৰ মানুহ। খাদী বৰ্ডৰ অফিচত কাম কৰে। ঘৰত মানুহ বুলিবলৈ দত্ত, দত্তৰ পৰিবাৰ আৰু চাৰি বছৰীয়া ছোৱালী এজনী। খুৰাদেউৰ সেইটো ঘৰত থকাৰ প্ৰায় ডেৰ বছৰ মান পিচৰ ঘটনা। এদিন খুৰাদেৱে মোক আহি ক'লে যে শিলপুখুৰীৰ ভাৰা-ঘৰটোৰ দত্তই যোৱা ডেৰ বছৰৰ এপইচাও ভাৰা দিয়া নাই। আজি দিম, কালি দিম কৰি থাকে, কিন্তু কোনো মাহতে নিদিয়ে। নানান অসুবিধাৰ হিচাব যেতিয়াই তেতিয়াই দাঙি ধৰে। সদায় তাগাদা দিয়াটো তেওঁৰ পক্ষে সম্ভৱো নহয়, চিঠি দিলেও কোনো ফল নধৰে ; গতিকে মই যদি মাজে সময়ে গৈ দেখা দিওঁ, তেন্তে চক্ষু লজ্জাত অন্ততঃ চাউল সিজিব পাৰে।

মই প্ৰস্তাৱটো বৰ ভাল নাপালেও খুৰাদেৱে অন্য ধৰণে ভাবি লব পাৰে বুলি মান্তি হ'লোঁ। খুৰাদেউ চিলঙলৈ যোৱাৰ পাচত মই আকৌ কথাটো পাহৰি থাকিলোঁ। তাৰ পাচত খুৰাদেউৰ চিঠি এখন পাই এদিন আবেলি অফিচৰপৰা বাহিৰে বাহিৰে গ'লোঁ।

শিলপুখুৰীৰ ভিতৰত আজিকালি অসংখ্য ঘৰ হ'ল। সদায় নতুন নতুন ঘৰ। ধুনীয়া ঘৰ দেখিলে মই ৰ' লাগি চাই ভাবোঁ : কিমান টকাৰে তেনে এটা ঘৰ সাজিব পাৰি ? খুব যে প্ৰয়োজন সেইটো নহয়, কিন্তু হ'লে বেয়ানো কি ?

খুৰাদেউৰ ঘৰটোলৈও মই বহুদিন অহা নাই। আগফালে পকা-দেৱাল কেতিয়া উঠিছে মই দেখাই নাই। কিন্তু ঘৰটো জীৰ্ণ-শীৰ্ণ ৰূপ, চূণ-তেলো সম্ভৱতঃ বহুদিন পৰা নাই।

প্ৰথম দিনা গৈয়ে দুৱাৰত শব্দ কৰিলোঁ। কোনো ওলাই নাহিল। ময়লা পৰ্দা এখন ওলমি আছিল। ভিতৰলৈ সোমাই যাব খোজোঁতেই পাঁচ বছৰীয়া মান ছোৱালী এজনী ওলাই আহি অলপ সময় মুখলৈ চাই ভিতৰলৈ লৰ মাৰিলে। মই বিবুদ্ধিত পৰিলোঁ। উপায়হীন হৈ দত্তৰ নাম কৈ ঘৰত আছেনে সুধিলোঁ।

মানুহ এজনী সোমাই আহিল। লগে লগে সৰু ছোৱালীজনী। মই নমস্কাৰ জনাই সুধিলোঁ দত্ত আছে নে নাই।

মানুহজনীয়ে পৰি যোৱা ওৰণিখন সামান্য টানি ক'লে : 'তেখেত অফিচৰপৰা অহাই নাই।'

বিফল হৈ মই উভতি আহিবলৈ সাজু হওঁতেই মানুহজনীয়ে সুধিলে : 'বিশেষ কাম আছিলনেকি বাৰু ?'

মই ক'লোঁ যে তেনে বিশেষ কাম একো নাই, মই পাচত এদিন আহিম বুলি নমস্কাৰ জনাই মই আহিব খোজোতেই মানুহজনীয়ে ক'লে : 'আপোনাক মই চিনি নাপালোঁ।'

মই নাম কৈছিলোঁ, পৰিচয় দিছিলোঁ।

লগে লগে মানুহজনীয়ে আনন্দত উৎফুল্লিত হৈ কৈছিল যে মোৰ গল্প তেওঁ পঢ়িছে, বৰ ভাল লাগে, মৰা হাতীৰ গল্পটো এতিয়াও মনত আছে ইত্যাদি। মনটো মোৰ আনন্দত ভৰি উঠিছিল। প্ৰায় ওলাই আহিব খোজা মোক প্ৰায় জোৰ কৰিয়ে বহিবলৈ দি তামোল-চালিৰ যোগাৰ কৰিবলৈ গ'ল। মাক সোমাই যোৱাৰ পাচতো ছোৱালীজনীয়ে অসৰা গুটিটোৰ দৰে চকু দুটা কৰি মোলৈ চাই ৰ'ল। ওচৰলৈ মাতোঁতেই দৌৰি আহিল, সৰসৰাই নাম ক'লে, কোনোবা মোৰ পৰিচয়ৰ বাহিৰত দুজনীমান ছোৱালীৰো কথা ক'লে, ঘড়ীটোৰ গ্লাছখন নখেৰে চিকুটি মোৰ হাতখন কাণত লগাই শব্দ শুনিলে আৰু তাৰ পাচত মোৰ মুখলৈ চাই সুধিলে : 'তুমি মোলৈ লৰী প'প নানিলা কিয় ?'

তামোলৰ সলনি চাহ একাপ এটা অম্লেট লৈ সোমাই আহিছিল মিছেচ দত্ত। ছোৱালীজনীলৈ চাই অলপ কঠিন সুৰত ক'লে : 'পিঙ্কু, ছিঃ নাপায় নহয়।'

হাঁহি থকা কোমল মুখখনলৈ চাই মই কিবা কোৱাৰ আগতে পিঙ্কুৱে মাত দিলে : 'এয়া মামা নহয়নেকি মা ?'

মিছেচ দত্তই চাহকাপ যতনাই দি কৈছিল : 'এইৰ বাবে অচিনাকি মানুহ মাত্ৰই মামা।'

দুয়ো হাঁহিলোঁ। চাহ কাপ খাই থাকোঁতে মই বিশেষ কথা নক'লোঁ, মিছেচ দত্তই ক'লে বেচি। কথা প্ৰসঙ্গত মই কৈ পেলালোঁ যে ঘৰৰ গিৰীহঁত মোৰ খুড়াদেউ। মিছেচ দত্তই এক মুহূৰ্তৰ বাবে নিৰৱ হৈ ৰৈ তাৰ পাচতে ক'লে : 'ভালেই হ'ল। চিনাকি হোৱা নাছিল বাবেহে। আপুনি মাজে সময়ে আহি থাকিব।'

সেইদিনা মই সিমানতে বিদায় লৈছিলোঁ।

ঘৰটো পাৰ হৈ অহালৈ পিঙ্কুৱ টা টা চিঞৰে মোক ব্যতিব্যস্ত কৰিলে। দুৱাৰৰ মুখতে পৰ্দাখনৰ আঁৰত আধা লুকাই থকা মিছেচ দত্তৰ মুখখনো মোৰ বহুদূৰলৈ চকুত পৰিল। বাটতে ভাবিলোঁ, তেনে এটা পৰিৱেশত ঘৰ ভাবাৰ কথা উলিওৱাটো কেনে কুৎসিত কথা। নোকোৱাই ভাল হ'ল।



সাতদিনমান মই কথাটো পাহৰি আছিলোঁ, এনেতে এদিন দুপৰীয়া অফিচলৈ আহোঁতে চিটিবাচৰপৰা নমা মিছেচ দত্তক দেখি মনতে ভাবিলোঁ, মদন দত্তৰ তালৈ যোৱাই হোৱা নাই ? খুৰাদেউলৈও চিঠিখন লিখা হোৱা নাই। যাব লাগিব।

গৈছিলোঁ সন্ধিয়া সময়ত।

সেইদিনাও মদন দত্ত ঘৰত নাছিল। অফিচৰপৰা আহিয়ে হেনো খৰধৰকৈ ওলাই গ'ল, কেনি গ'ল নাজানে। কেতিয়া আহিব বুলি সোধাত সেইটোও ক'ব নোৱাৰেঁ। বুলিয়ে ক'লে। মই বিবুদ্ধিত পৰা যেন পাই মিছেচ দত্তই সুধিলে : 'কিবা বিশেষ কাম আছিল নেকি ?'

মই ক'লোঁ যে সৰু কথা এটা সুধিবলগা আছিল।

মিছেচ দত্তই ক'লে : 'মোকেই কৈ যাওক।'

মই ভাবিলোঁ, ঘৰভাৰাৰ কথা মানুহজনীৰ আগত কিয় কওঁ ? নক'লোঁ।

সেইদিনাও মিছেচ দত্তই মোক তৎক্ষণাত আহিবলৈ নিদিলে। পিঙ্কুৰ তো কথাই নাই। 'মামা' বুলি একেজাঁপে ওচৰ চাপি ইটো সিটো কথা সুধি হঠাতে মাতটো সৰু কৰি সুধি দিছিল : 'মোৰ লৰী প'প ?'

সামান্য আহত হ'লোঁ মই। আহোঁতে পিঙ্কুৰ কথা মই একেবাৰে পাহৰিলোঁ। গতিকেই পকেটৰপৰা টকা এটা উলিয়াই ক'লোঁ : 'ইয়াৰ পাচত আনিমেই, এইটোৰে কিনি ল'বা।'

তাই খপিয়াই টকাটো লৈ থ'লে।

মিছেচ দত্তই চাহ একাপ আৰু পিৰিচ এখনত সজোৱা বিস্কুট তিনিখন লৈ সোমাই আহিছিল। মই ক'লোঁ যে এনেদৰে সদায় আলহী সোধাৰ কোনো অৰ্থ নহয়। মিছেচ দত্তই মিঠাকৈ হাঁহিলে।

লেম্পৰ পোহৰত মানুহজনীক বৰ ধুনীয়া লাগিল। ওৱণি লোৱা নাছিল। মুখখন বৰ মৰম লগা। চকু দুটাই অনবৰত হাঁহি থাকে। চাহ খাই থাকোঁতে আঁৰ চকুৰে মই কেইবাবাৰো মানুহজনীলৈ চালোঁ। প্ৰয়োজন নাথাকিলেও ইটো সিটো কথা উলিয়ালোঁ। টেবুলখনৰ কাষতে থকা বেতৰ চকীখনত বহি কথা পতা মিছেচ দত্তই মাজতে লেম্পটোৰ পোহৰকণ 'বৰ চকুত লাগে' বুলি সামান্য কমাই দিলে। মই উঠিব খোজাতো বাৰে বাৰে ক'লে : 'অলপ বহি যাওকচোন। আকৌ বা কেতিয়া আহে।'

তৎক্ষণাত মুখৰপৰা ওলাল : 'কিয়, আহি থাকিমেই।'
কথাষাৰ কৈয়ে মই অনুভৱ কৰিলোঁ সম্ভৱতঃ উত্তৰটো বৰ সুবিধা-
জনক নহ'ল। গতিকেই মই লগে লগে কথাৰ সুৰটো সলনি কৰি
ক'লোঁ : 'মানে আহিব লাগিবই। দত্তক মই লগ পোৱাটো নিতান্ত জৰুৰী।'
মিছেচ দত্তই ক'লে : 'পৰহিলৈ সন্ধিয়া আপুনি আহিব। মই
দত্তক যেনেতেনে থাকিবলৈ ক'ম।'
সেইদিনালৈ মই গুচি আহিলোঁ। আহোঁতে পিঙ্কুক দেখা পোৱা
নাছিলোঁ। পিচলৈ উভতি চাই দেখিছিলোঁ, মিছেচ দত্তই পৰ্দাৰ আঁৰৰ-
পৰা মোলৈকে চাই আছে।
দুদিন গৈ উভতি অহাৰ পাচত মোৰ উচিত আছিল বিৰক্ত হোৱাৰ,
খং উঠাৰ। খুৰাদেউলৈ চিঠি এখন লিখি জনাই দিয়াটো যে মোৰ ওপৰত
অৰ্পিত দায়িত্বৰ ফলাফল শূন্য। কিন্তু তাৰ সলনি মোৰ দেখোন মদন
দত্তৰ তালৈ গৈ বেয়া নলগা হ'ল। কিহৰ আকৰ্ষণ ?
মিছেচ দত্ত চতুৰ মাইকী মানুহ।
মই দুদিনমান পাচতে গম পাইছিলোঁ যে মানুহজনীয়ে মই কি উদ্দেশ্য
লৈ তেওঁলোকৰ তালৈ গৈছিলোঁ, সেইটো নিশ্চয় আন্দাজতে উমান পাইছিল।
গতিকেই নানান ৰসাল কথাৰ আলোচনাৰে মোৰ সতে হাঁহি-মাতি কথা
পাতি থাকে আৰু এটা সময়ত বিদায় লৈ মই গুচি অহাৰ বাহিৰে
উপায় নাথাকে। ইফালে খুৰাদেৱে চিঠি এখনত আকৌ সুধি পঠিয়াইছে,
ঘৰটোৰ কি হ'ল ? মই যদি যোৱা নাই তেন্তে গৈ মদন দত্তক লগ
ধৰি এটা সিদ্ধান্তলৈ অহাটো। বাৰ মাহত দিবলগীয়া ভাৰা প্ৰায় এহেজাৰ
আছে। তদুপৰি ঘৰটো ৰিপেয়াৰ কৰি এটা কম বয়াই অলপ নতুনো
কৰিব লাগে।
উপায়হীন হৈ আকৌ গৈছিলোঁ মদন দত্তৰ তালৈ।
আকৌ মদন দত্তক নাপালোঁ।
মিছেচ দত্তই ক'লে : 'আপোনাৰ ভাগ্যই বেয়া, বাৰে বাৰে মোকহে
পায় ; অথচ যাক বিচাৰে নাপায়।'
কথাষাৰ ইঙ্গিতপূৰ্ণ যেন লাগিল। হয়তো মানুহজনীয়ে সম্পূৰ্ণ
সচেতন হৈয়ে সেইষাৰ কথা কৈছে।
মই ৰগৰ কৰি ক'লোঁ : 'দত্তক মই অফিচতো লগ ধৰিব পাৰোঁ।'
মানুহজনীয়ে হাঁহিলে।



প্ৰথমৰ ফালে যি সঙ্কোচ আছিল, সেয়া ক্ৰমাত নোহোৱা হৈছিল।
মুকলিমূৰীয়াভাৱেই মোৰ সতে কথা-বতৰা পাতি গৈছিল।

এদিন শিলপুখুৰীয়েদি আহোঁতে হঠাতে ৰাতিপুৱা সময়ত মদন দত্তৰ
তাত সোমালোঁ।

মদন দত্তক পালোঁ।

আদহীয়া মানুহ। ক্ষীণ চেহেৰা। মূৰৰ চুলি প্ৰায় গৈ গৈ অৱশিষ্ট ৰৈছে।

হঠাতে সেই সুন্দৰ নোদোকা মানুহজনীৰ লগত দত্তক মোৰ বিসদৃশ
যেন লাগিল। তুলনা কৰা উচিত নাছিল, কিন্তু কৰিছিলোঁ।

বাহিৰৰ কমটোতে বহি চিগাৰেট হুপি আছিল।

মই অভ্যাসবশতঃ সহজভাৱেই সোমাই গৈ পিঙ্কুৰ নাম ধৰি মাতি
সমুখতে অপৰিচিত মানুহজন দেখি থতমত্ খাইছিলোঁ। সেইজন যেন
সেই মানুহজনীৰ গিৰীয়েক হ'বই নোৱাৰে !

দত্তই সুধিলে : 'কাক বিচাৰিছে ?'

মই উত্তৰ বিচাৰি নৌ পাওঁতেই পিঙ্কুৱে 'মামা' বুলি দৌৰি আহিছিল।

পকেটতে অনা লজেঞ্চ-টফীৰ টোপোলাটো কেড়বাৰী দুটুকাৰৰ সতে
তাইৰ হাতত তুলি দিলোঁ।

মিছেচ দত্ত সোমাই আহিছিল, সম্ভৱতঃ কাপোৰ ধুই আছিল।
চুলিখিনি আউলি বাউলি, মেখেলাখনৰ এটা অংশ কঁকালত খুচি লোৱা।
তিতা হাতদুখন চাদৰৰ আঁচলত মচি মচি সোমাই আহি মোক দেখি
থতমত্ খাইছিল।

মোৰ ফালে মিঠাকৈ হাঁহি ক'লে : 'থিয় হৈ আছে কিয়, বহক।'
বহিছিলোঁ।

পিঙ্কুৱে ইতিমধ্যে টোপোলা খুলি লজেঞ্চ খোৱা আৰম্ভ কৰি দিছে।

মদন দত্তই নিৰ্বিকাৰ ভঙ্গীত বহি চিগাৰেট হুপি থাকিল। মিছেচ
দত্তই গিৰীয়েকক উদ্দেশ্য কৰি ক'লে : 'মই যে কৈছিলোঁ আপোনাক,
এখেতেই।'

তেতিয়াহে মদন দত্তই নমস্কাৰ জনাই অলপ সহজ হ'ল।

কথা-বতৰা পাতিলোঁ। মোৰ চাকৰি কৰা কিমান বছৰ হ'ল,
কেতিয়া বি-এ পাছ কৰিছোঁ, ঘৰত কোন আছে, প্ৰেছৰ চাকৰি কেনেকুৱা
ইত্যাদি আজে বাজে কথা। কিন্তু আচল কথাটোৱেই নহ'ল।
ঘৰ ভাৰাৰ কথা।

ক'ম ক'ম বুলি মই যেতিয়া প্ৰস্তুত হৈছিলোঁ, ঠিক তেতিয়াই মিছেচ দত্ত সোমাই আহিছিল। চাহ, দোকানৰ গৰম চিঙৰা।

সম্ভৱতঃ গা ধুই আহিছিল। গাৰ চাবোনৰ গন্ধ নাকত লাগিছিল।

চাহ খাই এটা সময়ত মই উঠিব খোজোঁতেই মিছেচ দত্তই ক'লে: 'আপোনাৰ কথাটো কোৱা হ'লনে নাই?'

বিপদ আছিল সেইটোৱে! মোৰ ওঁঠৰ আগত ফুটো ফুটো কৰি থকা কথাকেইটা অৱস্থাৰ পটভূমিত ক'ব পৰা নাছিলোঁ। ভদ্ৰতাজ্ঞান অলপ থকা উচিত, কথা নাই, বতৰা নাই চাহপানী খাই ঘৰভাবাৰ তাগিদা দিয়াটো কাবুলীৰ শ্ৰেণীত পৰিব লাগিব।

মই হাঁহি কৈছিলোঁ: 'ক'ম পিচে পৰেও।'

আকৌ হাঁহিলে মিছেচ দত্তই। মিঠাকৈ।

যিটো খুব সাধাৰণ আৰু সহজ কাম আছিল, সেইটোৱেই মোৰ বাবে বিৰাট সমস্যা এটা হৈ উঠিল। মোৰ উচিত আছিল, মদন দত্তৰ তালৈ গৈ স্বাভাৱিক সৌজন্যসূচক পৰিচয় বিনিময়ৰ পাচত আচল কথাটো কৈ পেলোৱাৰ। তাকে নকৰি এনে এটা মধুৰ সম্পৰ্ক গঢ়ি উঠিল যে তাৰ পাচত ঘৰৰ ভাৰাৰ কথা (তাতেই আকৌ মোৰ ঘৰ নহয়!) উত্থাপন কৰাটো মোৰ বাবে অন্ততঃ বৰ বিসদৃশ লাগিল।

আনহাতে উপায়ো নাছিল। কাৰণ মদন দত্তৰ তালৈ মই যোৱাৰ প্ৰথম কাৰণ হিচাবেই কোৱা হৈছিল, 'জৰুৰী কাম এটা আছে' বুলি। অথচ সেই কামটোৰ কথাকে যদি মই নকওঁ, তেন্তে মিছেচ দত্তই বা কি ভাবিব? মদন দত্তইবা ভাবিব কি?

কিন্তু মিছেচ দত্তৰ আগত মই সেইবোৰ কথা কোনোমতে ক'ব নোৱাৰোঁ, অন্ততঃ মই মানসিক দিশৰপৰা সেই কথা কোৱাৰ বাবে প্ৰস্তুত নহয়।

গতিকে সিদিনাও কথা-বতৰা পাতি ওচি অহাহে হ'ল, আচল কামটো নহ'ল।

মোৰ এটা ধাৰণা হ'ল যে মদন দত্তৰ ঘৰখনৰ মাজত ক'ৰবাত এটা বিৰাট শূন্যতা আছে। কিন্তু সেই শূন্যতা যে কি মযো ধৰিব পৰা নাই। মিছেচ দত্তৰ অমায়িক ব্যৱহাৰ, সুন্দৰ আপ্যায়ন মৰম লগা, কিন্তু মদন দত্ত গোটেইটো মানুহেই যেন মোৰ বাবে দুৰ্বোধ্য, এনে লাগিল।

তাৰ পাচত আৰু এদিন গৈ মই মদন দত্তক নাপালোঁ।



আৰু সেইবাৰেই মই স্থিৰ সিদ্ধান্ত কৰিলোঁ যে কথাষাৰ মিছেচ দত্তক হ'লেও কমেই।

কৈছিলোঁ।

বাহিৰত সেই দিনা বৰষুণ আছিল। মই যেতিয়া মদন দত্তৰ ঘৰ সোমাইছিলোঁ, বৰষুণ তেতিয়া নাছিল, কিন্তু অলপ পাচতে হৰহৰাই বেচ জোৰেৰে বৰষুণ এজাক নামি আহিল। বৰষুণজাকেই মোক কথাটো কোৱাৰো সুবিধা দিলে।

বাহিৰৰ ৰুমটোতে বহি মই পুৰণি আলোচনী এখন চাই আছিলোঁ। পিঙ্কুৱে ভিতৰতে চিঞৰ-বাখৰ কৰি আছিল। মিছেচ দত্ত সম্ভৱতঃ চাহ কৰিবলৈ গৈছিল।

বাহিৰত সজোৰে বৰষুণ পৰিছিল।

এনেতে চাহ একাপ লৈ সোমাই আহিছিল মিছেচ দত্ত।

মই দেখিলোঁ, মানুহজনী তিতিছে। চুলিৰ আগেদি বিন্দু বিন্দুকৈ পানীৰ টোপালবোৰ সৰি আছে।

যথেষ্ট সংযত হৈ চাহ কাপ যতনাই দি ক'লে: 'খাওক।'

মই ক'লোঁ: 'আপুনি দেখোন তিতি বুৰি.....'

মোৰ কথা সম্পূৰ্ণ কৰিব নিদিয়াকৈয়ে মিছেচ দত্তই কৈছিল: 'নকব আৰু, পাকঘৰটোৰ টিনবোৰ পুৰণি হৈ ফুটা হৈ গৈছে, এফালেদি সোঁসোৰাই পানী পৰে।'

ছেগ বুজি মযো ক'লোঁ: 'ঘৰটো যথেষ্ট পুৰণি, মেৰামতি কৰাৰো সময় হৈছে। কথা এটা কোৱা হোৱাই নাই।'

মই সাজু হ'লোঁ।

মিছেচ দত্তই হাতেৰে তিতি থকা চুলিখিনি ঠিক কৰি চাদৰৰ আঁচলেৰে মুখ মচি সুধিলে: 'কি কথা?'

মই ক'লোঁ। ক'লোঁ যে খুবাদেৱে চিঠি এখন লিখিছিল ঘৰটো খালী কৰি দিবলৈ। কাৰণ এই মাহৰ ভিতৰতে বিপেয়াৰৰ কামখিনি কৰিব। তদুপৰি....

মিছেচ দত্তই ক'লে: 'বুজিছোঁ। ভাৰাও বহু কেমাহৰ বাকী আছে। আপুনি চা'খিনি খাওক।'

মই চাহ কাপৰ কথা পাহৰিয়ে গৈছিলোঁ।

সেইদিনা কথা-বতৰাত বৰ বিশেষ আৰু আনন্দ নাপালোঁ। এট

সময়ত মই বিদায় লৈ গুচি আহিছিলোঁ। ইমান দিনে যিটো কথা ক'বলৈ নাপাই মোৰ গধুৰ গধুৰ লাগি আছিল, আজি সেই কথাটোকে কৈ মোৰ মন পাতল নহৈ বেচি গধুৰহে হ'ল। যেন অবাঞ্ছিত আৰু বৰ ব্যৱসায়ীসুলভ মোৰ শেষ নিবেদনটোৱে আমাৰ মধুৰ সম্পৰ্কৰ মাজত যতি পেলালে। আমাৰ দৰে অনুভূতিৰ দাস মানুহবোৰৰ চাগে এনেকুৱাই হয়।

তাৰ পাচত মই কেইদিনমান মদন দত্তৰ তালৈ যোৱা নাছিলোঁ।

ইতিমধ্যে খুৰাদেউৰ লগত অন্য কথা ফোনত পাতোঁতে মোৰ মিছন সাফল্যৰ ইঙ্গিত দিয়াত অধিক উৎসাহিত হৈ তেওঁ ক'লে: 'কোনলাই নিদিবা। ঘৰৰপৰা উলিয়াইহে এৰিবা। টকাৰ কথা পাচত হ'ব।'

ফোনটো মই সশব্দে থৈছিলোঁ। খুৰাদেউৰ কথাখিনি বৰ নিষ্ঠুৰ যেন লাগিল। দিব পৰা নাই বাবে চাগে পইচা দিয়া নাই, থাকিবলৈ ঘৰ নাই বাবেহে ভাৰাঘৰত আছে! এয়া অৱশ্যে মোৰহে মনোভাৱ।

পোন্ধৰ দিনমান পাচত আকৌ গ'লোঁ। পইচা বিচাৰি নহয়, এনেয়ে। পিঙ্কুৰ বাবে কাজুৰ পেকেট এটা ললোঁ।

মিছেচ দত্ত আছিল। দত্ত নাই।

মোক বহিবলৈ দিয়ে ক'লে: 'মই আকৌ ভাবিছিলোঁ আপুনি নাহিবই।'

: 'কিন্তু কিয়?'

মিছেচ দত্তই কৈছিল: 'সদায় সদায় আপোনাক বিমুখ কৰিবলগীয়া হৈছে।'

মই সচকিত হ'লোঁ। মই অহাৰ জানো অৰ্থ মাত্ৰ একেটাই? এনেয়েতো আহিব পাৰোঁ? যেনেদৰে মই এয়া আহিছোঁ।

অলপ খঙো উঠিছিল। মানুহৰ যিটো কথা মই ব্যক্তিগতভাৱে বেয়া পাওঁ, সেইটোৱে মোক খেদি এনেদৰে লগ দিয়েহি।

মই সঁচাকৈয়ে মানুহজন অলপ কঠিন হ'লোঁ। কৈ পেলালোঁ: 'দত্তক ক'ব অহা শনিবাৰলৈ ঘৰটো খালী কৰি দিব। টকা-পইচাৰ কথা পাচত হ'ব বাৰু।'

মিছেচ দত্তক কোনো কথা কোৱাৰ সুযোগ নিদি মই উঠিলোঁ। মিছেচ দত্তই ক'লে: 'আপুনি মিছাকৈয়ে খং খাইছে। মই কথাষাৰ আপোনাক আঘাত দিবলৈ ঠিক কোৱা নাছিলোঁ।'



মই উত্তৰ নিদিলোঁ। 'আহোঁ' বুলি গুচি আহিছিলোঁ। পিঙ্কুৱে 'মামা' 'মামা' বুলি দুবাৰমান চিঞৰি মাতিছিল, মই উভতি নাচালোঁ। পকেটখন গধুৰ পাই গম পালোঁ, কাজুৰ পেকেটটোও পিঙ্কুক দি থৈ অহা নহ'ল।

ইচ্ছা কৰিয়ে গোটেই ঘটনাটোকে পাহৰি থাকিলোঁ, যদিও মানুহজনীৰ কৰুণ মুখখন মোৰ মনৰ মাজত জিলিকি ৰ'ল। দুদিনমান পাচত হঠাতে আহি ওলাল মদন দত্ত। মই আচৰিত হ'লোঁ, সম্ভৱতঃ অলপ বিৰক্তও হ'লোঁ।

বিশেষ কথা নাই। কবলৈ আহিছে, শনিবাৰে ঘৰটো এৰি দিব। মই সেই সময়ত এবাৰ গ'লে ভাল হয়।

মই সুধিলোঁ: 'আপুনি নতুন ঘৰ পালে জানো?'

এক মুহূৰ্ত মদন দত্তই কিবা ভাবিলে, তাৰপাচত ক'লে: 'পাইছোঁ।'

প্ৰয়োজন নাছিল, তথাপি সুধিলোঁ: 'ক'ত?'

: 'বিহাবাৰীৰ ভিতৰত। ঘৰটো এইটোতকৈ ভাল।'

কথাখিনি যথেষ্ট তিক্ততামিহলি। মদন দত্তই আৰু ক'লে যে এইটো ঘৰৰপৰা বয়-বস্তুবোৰ এতিয়াই নিনিয়ে, তাৰে এটা কমতে বন্ধ কৰি থ'ব। লাহে লাহে আটাইখিনি লৈ যাব। কাৰণ সিটো ঘৰত হেনো প্ৰয়োজনীয় পালেং চকী মেজ আদি আছেই।

মদন দত্তই যোৱাৰ সময়ত ক'লে: 'আপোনাক পিঙ্কুৱে বৰ বিচাৰি আছে। এবাৰ যাব।'

দত্ত গ'লগৈ।

পিচ কালৰপৰা কঙ্কাল এটা খোজকাঢ়ি যোৱাৰ দৰে লাগিল। মনটো মোৰ অজানিতেই বেয়া লাগিল।

শনিবাৰে মই যেতিয়া মদন দত্তৰ ঘৰ পালোঁ তেতিয়া দত্ত পৰিয়াল যাবলৈ সাজু। মই আচৰিত হ'লোঁ তেনেই যৎসামান্য কাপোৰ-কানি আৰু বাকচ লৈ ওলোৱাত। দত্তই ক'লে: 'দুদিনমান সম্পৰ্কীয় ভাগিন ন'বা এটাৰ তাত থাকি পাচত নতুন ঘৰটোলৈ যাম।'

পিঙ্কু দৌৰি আহি মোৰ ওচৰ চাপিছিল। মই তাইৰ হাতত বিস্কুটৰ টিন এটা দিছিলোঁ। দত্তই ক'লে: 'মূৰৰ কমটোতে বয়-বস্তুবোৰ বন্ধ কৰি থৈছোঁ, দৰ্কাৰ হ'লেই লৈ যাম।'

বিক্ষা দুখন ৰৈ আছিল।

লেম্পটো বাহিৰৰ কমতে জ্বলোৱা আছিল। মদন দত্তই ক'লে : 'মই এইমাহৰ ভিতৰতে যি পাৰোঁ কিছু পইচা দিম, আপুনি চৌধুৰীক কথাটো জনাব।'

মই ক'লোঁ : 'কোনো কথা নাই। সেইবোৰ পাচতো হ'ব।'

মিছেচ দত্ত ওলাই আহিছিল।

মোৰ হাতত ডাঙৰ তলা আৰু বটীৰে ওলোমাই থোৱা চাবি এপাট দি ক'লে : 'সমুখৰ দুৱাৰৰ তলা।'

মই হাত পাতি লৈছিলোঁ। আৰু একো কথা নোকোৱাকৈ তিনিও বিক্সাত উঠিছিল। পিঙ্কুৱে চিঞৰি আছিল—'টা টা মামা', 'টা টা।'

হাত ময়ো জোকাৰিছিলোঁ। আন্ধাৰত এটা সময়ত বিক্সা দুখন হেৰাই গ'ল। বিয়াৰ পাচত শূন্য ৰভাতলীৰ মূক নিৰৱতাৰ দৰে আৰু এক নিৰৱতাই কোঠালীটো গ্ৰাস কৰিলে। মই খৰধৰকৈ লেম্পটো নুমুৱাই তলাটো মাৰি চাবিপাট হাতত লৈ ওলাই আহিলোঁ।

গোটেই ঘটনাটোৱেই মোৰ বিসদৃশ লাগিল। কি দৰ্কাৰ আছিল এনেদৰে নলগা জেওত লাগিবলৈ। সংসাৰ এইবোৰ কাৰণতে ভয় লগা। দুৰ্গন্ধ এটা নাকত লাগিছিল। সম্ভৱতঃ নৱগ্ৰহ শ্মশানত মানুহ পুৰিছে। হাতৰ চাবিপাট মুঠি মাৰি ললোঁ। মিছেচ দত্তৰ মুখখন বাৰে বাৰে মনলৈ আহিল।

এই ঘটনাটোৰ দুদিন পিচৰ কথা। ইতিমধ্যে খুৰাদেউলৈ গোটেই কথাটো জনাই চিঠি দিলোঁ। লগতে লিখিলোঁ, পইচা আদায় কৰাত মই আৰু নাই!

সেইদিনা মই গৈছিলোঁ ষ্টেচনৰ হুইলাৰ্চৰ কিতাপৰ দোকানৰপৰা আলোচনী কাগজ আদি আনিবলৈ। প্ৰায়েই যাওঁ। সন্ধিয়া তেতিয়া হৈছে মাত্ৰ। এসোপা আলোচনী কাকত কিনি মই প্লেটফৰ্মেৰে যেতিয়া আহি আছিলোঁ কোনোবা এটাই মোৰ পাঞ্জাবীতে টানি ধৰিলে। উভতি চালোঁ।

পিঙ্কু।

আচৰিত হৈ সুধিলোঁ : 'তুমি ক'ৰপৰা ? মা' কতা ?'

পিঙ্কুৱে হাতত ধৰি টানি লৈ গ'ল। প্লেটফৰ্মৰ এটা মূৰে দেৱাল এখনৰ গাতে আউজি বহি আছে মিছেচ দত্ত।

মোক দেখি উচাপ্ খাই উঠিল।



মই সুধিলোঁ : 'ক'ৰবালৈ যায় নেকি ?'

অলপ বৈ ক'লে : 'নগাঁৱলৈ।'

: 'কিন্তু এতিয়া জানো ট্ৰেইন আছে ?'

: 'আছে বুলিয়ে ক'লে।'

মই ভাবিলোঁ, সম্ভৱতঃ কিবা প্ৰয়োজনীয় কাম আছে গতিকেই কাইলৈ বাবে বাচলৈ নৰৈ ট্ৰেইনত যাব খুজিছে। কেতিয়া উভতিব সুধি দত্তৰ কথা সুধিলোঁ। কেনিবা যোৱা বুলি ক'লে।

পিঙ্কুক লৈ মই প্লেটফৰ্মৰ ওপৰৰ মনোহাৰী দোকানৰ ওচৰ চাপিব খুজিলোঁ। মিছেচ দত্তই ক'লে : 'থ'ক তাইক সেইবোৰ কিনি নিদিব, দিনটো খায়েই আছে।'

মই বুজিছিলোঁ, এয়া প্ৰতিশোধ।

বিৰক্ত নকৰিলোঁ। পিঙ্কুৱে 'মামা মোক লজেঞ্চ দিবানা' বুলি চিঞৰিলে। মই একো উত্তৰ নিদি গুচি আহিলোঁ।

মই ভাবিলোঁ, ক'ৰবাত মোৰ হিচাবত ভুল হৈছে।

পিচদিনাখন মই ইচ্ছা কৰিয়ে আকৌ ষ্টেচনলৈ গৈছিলোঁ। মোৰ মনৰ মাজত ভয়াবহ সন্দেহ এটা সোমাইছিল। সন্দেহটো সঁচা নোহোৱা-হেঁতেনেই মই ভাল পালোঁহেঁতেন, কিন্তু সঁচা হ'ল।

প্লেটফৰ্মৰ সেই একেটা ঠাইত মিছেচ দত্ত বহি আছে। ওচৰতে পিঙ্কু। কাগজ এখনৰপৰা কিবা এটা খাই আছে।

তাৰমানে মই ভৱা কথাটোৱে সঁচা। দত্ত পৰিয়াল ষ্টেচনৰ প্লেটফৰ্মত আছে ? বিহাবাৰীৰ নতুন ঘৰ, ভতিজা ল'ৰাৰ ঘৰ এইবোৰ চব মিছা ?

অসহ্য খণ্ডত মোৰ নিজকে দোষী দোষী লাগিল। একো নাভাবি আগবাঢ়ি গ'লোঁ সেইটো মূৰলৈ য'ত মিছেচ দত্ত বহি আছিল।

অপ্ৰত্যাশিতভাৱে মোক দেখি দত্ত চমকি উঠিল। হয়তো লাজো পালে। পিঙ্কু দৌৰি আহি মোৰ ওচৰ চাপিছিল। মিছেচ দত্তই মোৰ মুখলৈ চাই বৈ থাকিল। তাৰ পাচত প্ৰায় অধীৰ হৈ কান্দি দি কৈছিল : আপোনাৰ আগত মিছা কৈ লাভ নাই। পিঙ্কুৰ দেউতাকৰ আজি সাত মাহে চাকৰি নাই। অফিচত হিচাপ-পত্ৰৰ গন্দগোল কৰি চাকৰিটো হেৰুৱালে। আমি কেনেকৈ চলিছোঁ নিজেই নাজানো। মোৰ হাত কাণ সকলো শুদা হ'ল। ঘৰটো এৰি দিবলৈ তেওঁ সন্মত হোৱা নাছিল, ময়ে জোৰ কৰিছিলোঁ। কিন্তু হাজাৰ হওক মই মাইকী মানুহহে,

এই মুকলি ষ্টেচনৰ প্লেটফৰ্মত দিনে ৰাতিয়ে মই পৰি থাকোঁ কেনেকৈ ?
গল্পৰ নায়িকাৰ দৰে লাগিছিল মিছেচ দত্তক। কি কৈছে এইবোৰ ?
মই সুধিলোঁ : 'দত্ত ক'ত ?'
: 'কেনিবা ওলাই গৈছে।'
মই ক'লোঁ : 'দত্ত অহাৰ লগে লগে মোৰ অফিচলৈ পঠিয়াই দিব।
ঘৰটোৰ চাবিপাট মোৰ তাতেই আছে। লৈ আহিব। মই আহিছোঁ।'
পলাই আহিব পাৰিলে যেন মই ৰক্ষা পাওঁ। অসহ্য লাগিছিল
সেই পৰিবেশ। কি নীচ এই শ্ৰেণীৰ মানুহ। যি আত্ম অভিমানত
মিছাকৈয়ে গম্ভাটোপ ফুলা দি ফুলি থাকে, অথচ ভিতৰি শূন্য। পিঙ্কুৱে
চিঞৰিছিল 'মামা' বুলি। মই উভতি চোৱা নাছিলোঁ। অফিচলৈ
আহি চাবিপাট পকেটতে লৈ থলোঁ। কি ঠিক দত্ত যিকোনো মুহূৰ্তত
আহিব পাৰে।

দত্ত নাহিল। তাৰ সলনি আজি ৰাতিপুৱা বাতৰি কাকতত মই
আগতে উল্লেখ কৰা বাতৰিটো দেখি বলিয়া মানুহৰ দৰে লৰি গৈছিলোঁ।
আপুনি বিশ্বাস কৰক, মই মনে মনে আশা কৰিছোঁ, মৃত্যু হোৱা
সেইজন মানুহ যেন মদন দত্ত নহওক। প্লেটফৰ্মত মিছেচ দত্ত আৰু
পিঙ্কুক নেদেখি মোৰ মনোকষ্ট দুগুণে বাঢ়িছে। তেওঁলোক গ'ল
ক'লৈ ?

তাৰেপৰা উভতি আহি মোৰ গল্প লিখাৰ মানসিক প্ৰস্তুতি আৰু
নাই। এয়া এটা উদাহৰণহে, অভাৱৰ সংসাৰত কিমান মদন দত্ত,
মিছেচ দত্তই এনেদৰেই নিজকে ফাঁকি দি হাঁহি মাতি আছে তাৰ খবৰ
ৰাখিছে কোনে ?

এতিয়াও মই আশা ৰাখিছোঁ, ৰেল আলিত পৰি আত্মহত্যা কৰা
মানুহজন মদন দত্ত নহয়। কিন্তু হোৱাতোও আচৰিত নহয় ! যদি
নহয়, মই কৈফিয়ৎ দিব লাগিব খুৱাদেউক।

যদি মৃত মানুহজন মদন দত্তই হয়, তেন্তে মই কাৰ ওচৰত কৈফিয়ৎ
দিম ? আপুনিয়ে জানো নকৰ এই মৃত্যুত মোৰো হাত আছে বুলি ?
আশা কৰোঁ সকলো কথা জানি উঠাৰ পাচত মোৰ অক্ষমতাক আপুনি
ক্ষমা কৰিব। বিহু সংখ্যাত গল্প এটা দিয়াৰ প্ৰতিশ্ৰুতিৰে নমস্কাৰ
ল'ব। ইতি—



# এখন নদীৰ মৃত্যু

## শ্ৰীমহিম বৰা

ধনেশ্বৰে জালখন চোতালত মেলি দি মাছৰ পাচিটো পিৰালি কাঁথিতে
থৈ চোতালত তাঁলৈ থৈ দিয়া পানী কলহ হুৰমুৰাই মূৰত ঢালিলে।
গাটো হাত দুখনেৰে খলপ খলপ শব্দ কৰি দুৰাৰমান পখালিলে। ভোলৰ
জাল এটাৰে আঁঠুৰপৰা ভৰিহাল যিমান পাৰে জোৰেৰে ঘঁহিলে। কলহৰ
অৱশিষ্ট পানীখিনি কঁকালৰপৰা ভৰিহালত ঢালি ওচৰৰ তাঁৰত থকা
গামোচাখনেৰে গাটো মাজে মাজে টুকি লৰালৰিকৈ শুকান চুৰিয়াখন
পিন্ধি তিয়নি সলালে।

তথাপি ভৰিৰ খজুৱতি আৰম্ভ হ'লেই। বিৰক্তিত তাৰ উজলা
দাঁতকেইটা আৰু উজ্জ্বল হৈ ওলাই আহিল।

লৰালৰিকৈ দুখোজমান ভিতৰৰ ফালে গৈ চিঞৰিলে ঘৈণীয়েকক,
"হেৰ চাওঁ, চাকি এটা লৈ আহচোন, কেৰাচিন তেল অলপকে ঘঁহি দিওঁ,
খজুৱতি আহিলেই।"

ঘৈণীয়েকে লৰালৰিকৈ চাকি এটা লৈ আহি আগবঢ়াই দি ক'লে,
"এতিয়া হাতত কেৰাচিন লগালে ভাত খাবানো কেনেকৈ ?"

ধনেশ্বৰৰ মুখখনে বিৰক্তিত যিটো ভাঁজ ধৰি আছিল, সেইপিনেই
পানীয়ে খোৱা খজুৱতিৰ যন্ত্ৰণাটো হেঁচা মাৰি ধৰি আছিল। এতিয়া
ঘৈণীয়েকৰ কথাৰ উত্তৰ দিবলৈ গ'লে মুখৰ ভাঁজটো সলাই লৈ নতুন
ভাঁজ এটা দিব লাগিব। সিও কম যন্ত্ৰণাৰ কাম নহয়। লগতে তেনে
কৰিবলৈ গ'লেই ভৰিৰ যন্ত্ৰণাখিনি গৈ মূৰত উঠিব। লাভৰ ভিতৰত

সামান্য কথাতে ঘৈণীয়েকে লপা-থপাটো খাব লাগিব। গতিকে মুখৰ সেই ভাঁজটো ৰাখিয়ে যিমান পাৰে জোৰেৰে ভেকাহি এটা মাৰি চাকিবপৰা তেলখিনি ৰাকি লৈ দুয়োখন হাতেৰে ভৰিহালত ঘঁহিবলৈ লাগিল। যন্ত্ৰণাৰ সামান্য উপশম হোৱাত মাটি অলপেৰে দুয়োটা হাত ঘঁহিবলৈ ধৰিলে। ঘৈণীয়েকে আকৌ ভেকাহি খোৱাৰ ভয়ত লৰালৰিকৈ পানী এঘটি আনি তাৰ হাতত ৰাকি দিলেহি।

তাৰ পাচত আৰম্ভ হ'ল তাৰ গালি: এনেকুৱা মূৰ্খমতি দেশ থাকেনে? জীয়া নদী এখন কোনোবা দেশত এনেকৈ মাৰি পেলায়নে? কটাৰ-পো কটা খোৱাহঁতে ইয়ালৈকে দেশখন স্বাধীন কৰি লৈছিলেনে? আধাঘণ্টা পানীত থিয় হ'লেই গোটেইখন বখলাবখল হয়।

ঘৈণীয়েকে মাছৰ পাচিটো বাহিৰৰপৰা ভিতৰ চোতালেদি আনি তাঁতশালৰ চালিখনৰ তলতে থলে। ওচৰৰ দুই-এজনী তিৰোতাও গোট খালেহি, উদ্দেশ্য মাছ কিমান পালে চোৱা। সিহঁতৰ ঘৰৰ মুনিহবিলাকো গৈছিল, কোনোৱে হয়তো কেইটামান নাৰ মাছ, কোনোৱে অলপ পুঠীমাছ, কোনোৱে চেলেকণা মাছ কেইটামান পাই আনিছে।

ধনেশ্বৰৰ এই কথাত বৰ আপত্তি। বিশেষকৈ ভদ্ৰে বোলা ওচৰ ঘৰৰ নালীয়াৰ ঘৈণীয়েকজনীক সি দুচকু পাৰি দেখিব নোৱাৰে। সেই মানুহজনীৰ নজৰ বেয়া, তাইক মাছ মাৰিবলৈ ওলাই যাওঁতে দেখিলে তাৰ সেইদিনটো অথলে যায়। কেবাবাৰো প্ৰমাণ পাই থৈছে। আকৌ যিদিনা সি দুটামান মাছ পায়ো, নালীয়াৰ ঘৈণীয়েকে দেখি যেনেকুৱা উস-আস আৰম্ভ কৰিব, ৰতন বুঢ়াৰ ওচৰত সিকি এটা তামোল-পাণ দুখন দি জালখন জৰাই নললে মাছ পোৱা হ'ল আৰু! গিৰীয়েকে যিমান পাওক ধনেশ্বৰৰ মাছ সদায় সৰহ, তাৰ মাছ বেচি চিকুণ, আৰু মোৱা মাছবিলাকো, তাইৰ মানত পুঠী মাছ একোজনীৰ সমান। তথাপি সি খংটো হেঁচি উমৈহতীয়াকৈ কোৱাদি ক'লে, "পোহাৰলৈ নিওঁতে দেখিবিয়ে নহয় কি বৌ-বাহু মাৰি আনিছোঁ। ঘৰে ঘৰে তহঁতৰ যি মাছ পাইছে সেই দৰিকণা মোৱা-পুঠীয়ে। এতিয়া এইখন কলং নদী হৈ আছেনে, এইখন গেলা পুখুৰী। মাছ আহিব ক'ৰপৰা, পানীয়েই নাই। এনেখন স্বাধীন দেশ হ'ল ঐ, জীয়া কলংখন মাৰি পেলালে। এই কলংপাৰৰ মাছুৱৈ ৰাইজখনকো যে লগতে মাৰি পেলালে এই চকু থকা খেন্দেলাহঁতে দেখা নাইনে কি?"



ধনেশ্বৰে পাকঘৰলৈ খাবলৈ বুলি সোমাই গৈও আকৌ ওলাই আহি হাত-মূৰ জোকাৰি কথাকেইটা ক'লে। মাছ চাবলৈ বুলি গোট খোৱা মানুহ কেইজনীয়েও প্ৰথম ধমকত মাছৰ পাচিটো চাবলৈ গৈ অলপ অসন্তুষ্ট হৈ ৰৈ গৈছিল যদিও এতিয়া সকলোকে ছুই যোৱাৰ সমস্যাৰ **বিষয়ে** ধনেশ্বৰৰ বক্তৃতা শুনি মনৰ অসন্তোষ তৎক্ষণাত জাৰি পেলাই তাৰ কথা-খিনিলৈ কাণ দি তাৰ ফালে একেথৰে চাই ৰ'ল।

ধনেশ্বৰে এনে শ্ৰোতাৰ দল এটা পাই পেটৰ ভোক আৰু গোটেই পুৱাবেলাটো জাল মৰাৰ ভাগৰ খন্তেকলৈ পাহৰি গ'ল। সি পাকঘৰৰ দুৱাৰডলিত থিয় হৈ সিহঁতৰ ফালে সম্পূৰ্ণভাৱে মুখ ঘূৰাই আক্ৰোশ মিহলি সুৰত কৈ গ'ল:

"আন নালাগে, বোপাইৰ দিনৰ কথাও নালাগে, আজি তিনি বছৰৰ আগলৈকে এই কলঙতে নাঙিজান ঘাটজান দূৰৰ কথা তিনিবাৰ খেৱালি মাৰিয়ে তিনিদিনৰ চাউল-পাত, লোণ-তেলৰ খৰচ মই নিজে, এই অমুকায়ে উলিয়াইছিলোঁ। তেতিয়া নাৰ মাছ নোসোধেই, পাচিয়ে পাচিয়ে টেঙা গছৰ গুৰিতহে মানুহে পুতিছিল। কাৰণ তেতিয়া সেইখন আছিল জীয়া নৈ এখন। গতিকে লুইতৰপৰা জাকে জাকে মাছ বানত আহি কলঙত ৰৈ গৈছিল। আজি পুৱাৰপৰা থিয় দুপৰলৈ জাল মাৰি সোৱা, সৌ কেইটা পাচিৰ তলতে মাছ। তাকো বাকৰ ঘুলিত অলপ পানী আছিল গুণেহে। অহাবাৰৰপৰা মটৰ চাইকেল চলাব পৰা হ'ব। বিহমেটেকাৰে গোটেইখন অটব্য হ'ল। ঝাওবনে কলঙৰ বুকু পুতি পেলালে। এনেকৈ এখন নৈ মাৰি পেলায় নেকি? লগে লগে এটা জাতিকো মাৰি পেলোৱা নাইনে এই চৰকাৰে? এই কলঙৰ পাৰৰ নদীয়াল ৰাইজে আজি কিহেৰে জীৱিকা উলিয়ায়? যাৰ দুকঠা মাটি আছে বাৰু খেতি কৰিলে, যাৰ মাছৰ ব্যৱসায়েই জীৱিকাৰ উপায় সেইবিলাকে কি কৰিব?"

হঠাৎ ধনেশ্বৰ ৰৈ গ'ল। কি হব, ঘৰৰ ভিতৰত এই তিৰোতা মানুহৰ সভাত বক্তৃতা দি কি হব? নামঘৰত কতবাৰ সি নিজেই কথাষাৰ উলিয়ালে, পঞ্চায়তৰ মেম্বাৰৰ হতুৱাই আঞ্চলিক পঞ্চায়তত প্ৰস্তাৱ দিয়ালে, কিন্তু কথা চৰকাৰৰ কাণত পৰাৰ আগতে চৌ ইয়াতে মাৰ গ'ল। কলঙৰ বানপানীয়ে সিপাৰৰ ৰাইজৰ অপকাৰ কৰে, নগাঁৱৰ টাউনৰ বৰ বৰ মানুহৰ ঘৰৰ ভেঁটি নখহায়; গতিকে সেইবিলাক বৰ বৰ লোকে এইবিলাক সাধাৰণ মানুহৰ দুখৰ কথালৈ কাণসাৰ কিয় কৰিব? গতিকে সি কিবা এযাৰ

কৰলৈ গৈও মুখখন জোৰকৈ জপাই 'ওঃ' ধৰণৰ ক্ষোভজনিত এটা উচ্চাৰণ কৰি কান্ধৰ গামোচাখন এবাৰ লৰাই লৈ ভিতৰ সোমাল। ভাত—অৱশ্যে বাতিৰে পঁইতা ভাত। এসাজ সিহঁতে নাখায়েই। সিহঁতে কিয়, বহুতেই, বহুতেই কিয় এই গাঁওখনৰ সকলোৱেই এসাজ নাখায়, কিছুমানে দুসাজৰ সূৰত এসাজ খায়। তাৰ নিজৰ কাৰণে দুখ নালাগে, স্কুললৈ যোৱা ল'ৰা-ছোৱালীকেইটাই পঁইতা ভাতকে খাই যাব লাগে,—স্কুলৰপৰা আহিও খাবলৈ নাপায় একো, সিহঁতে টান টান পঢ়াবোৰ কেনেকৈ পঢ়িব পাৰিব? বুঢ়াই মাটিয়ে-বাৰীয়ে ভাতে-তাতোকৈ দুখ লাগে তাৰ বুঢ়া বাপেকলৈ। বুঢ়াই মাটিয়ে-বাৰীয়ে ভাতে-ভঁৰালে খাই সমাজত সন্মানৰ স্থান গোসাঁই ঘৰৰ সাতোলাৰ বাব লৈ, ভাও-নাৰ সূত্ৰধাৰ হৈ গাঁৱত, সমাজত, মানভাগ খাই শেষ বয়সত দৰিদ্ৰতাৰ কবলত পৰিল। মাক ঢুকোৱাৰ পিচৰপৰাই বুঢ়াও হাটি গ'ল। বুঢ়াৰ দিনত মাছ, গাখীৰ, দৈ, মাখনৰ উভৈনদী, এতিয়া চাহৰ লগতো গাখীৰ একণ নাই।

সি কণামুণাকৈ ভাত খাবলৈ বহিল।

তিৰোতাৰ দলটোৱে তাৰ কথাখিনি যেন মৰ্মে-মৰ্মে অনুভৱ কৰিলে। সকলোৱে ডুখৰি পীৰা পাৰি লৈ বহিল। ধনেশ্বৰৰ ঘৈণীয়েকৰ সমবয়সীয়া বা লগৰীয়া আৰু ওচৰ চুবুৰীয়া তেওঁলোক। পথাৰত ভুঁই কৰবৰ কাৰণে বা ধান দাবৰ কাৰণে বা চাপৰিৰ মাহ-সৰিয়হ তুলিবৰ কাৰণে সিহঁতে একে লগে হাজিৰা কৰিবলৈ যায়। মাছ বেচিবৰ কাৰণেও গাঁৱলৈ গ'লে সিহঁত দুই-তিনিজনী একেলগ হৈ যায়। গতিকে ঘৰলৈ আহিলে সিহঁতক বহ বুলি পীৰা পাৰি দিব নালাগে, তামোলৰ বটাটোও যোগাৰ কৰি দিব নালাগে, সকলোখিনি সিহঁতে ঘৰৰ দৰেই কৰি লয়।

ধনেশ্বৰ ভিতৰ সোমাই যোৱাৰ লগে লগে নালীয়াৰ ঘৈণীয়েক ভদ্ৰে বোলা জনীয়ে নিজকে কোৱাদি ক'লে, "মাটি-বাৰী থকা বোলোঁতে আমাকে বুজাইছে যদিও আমাৰ মাটিৰ মুদা মাৰি থৈ আহিছে। নিমখ-তেল, বজাৰ খাজানাত লাগি মহাজনকেই মাটিখিনি বেচি দিয়াৰ ঠিক কৰিছে। বাম মাটি, আগেয়ে কলংখন বৈ থকাত এই অঞ্চলৰ পথাৰ-বিলাকত জিপ আছিল, খেতিও হৈছিল। কলং শুকাই যোৱাৰ লগে লগে খেতি একেবাৰেই নোহোৱা হ'ল। নামত মাটি থাকি যদি খাজানাটোৱেই নোলায় তেনেহ'লে মাটিগিৰী হৈ লাভ কি? তাকে আমাৰ ল'ৰাহঁতৰ দেউতাকে কৈছে, মাটি-বাৰী বেচি এই গাঁও এৰি উত্তৰপাৰৰ ফালেহে উঠি যাব লাগিব।"



প্ৰথমেই অনুচ্চ সুৰত কথাখিনি আৰম্ভ কৰিছিল যদিও ক্ৰমে সেই সুৰ স্বাভাৱিক উচ্চতালৈ গৈ মূৰচ পালেগৈ আৰু শেহৰ ফালৰ প্ৰশ্নসূচক কথাষাৰ পাতৈৰ ফালে চাই শেষ কৰিলে।

পাতৈয়ে তামোল এখন মুখত সুমাই আমঠুৰ খোলাটোৰপৰা মুখত-খোৱা ধঁপাত অলপ চিকুটি একৰাই অলপ সময় পাগুলি থাকি মুখ ভৰি পৰা পিক্খিনি বাহিৰত পেলাবৰ কাৰণে উঠি যাবলৈ ধৰোঁতেই ভদ্ৰেই তাইলৈকে প্ৰশ্নটো কৰাত আৰু পাতৈৰো এই সম্পৰ্কত কবলগীয়া উত্তৰ থকাত লৰালৰিকৈ মুখখন টিপি ধৰি ভদ্ৰেৰ ফালে চাই মূৰ জোকাৰি সোঁহাতখনেৰে 'ৰবি', 'ৰবি' ধৰণৰ ইঙ্গিত এটা কৰি পিচফাললৈ গৈ পিক্-খিনি পেলাই তাৰপৰাই নিজৰ উত্তৰটো আৰম্ভ কৰাৰ চেষ্টা কৰিলে।

"ৰবিচোন, ৰবি, সিদিনা যে মই ঢেঁকীয়া-কচু কেইডাল লৈ গাঁৱলৈ গৈছিলোঁ, মোৰা মাছ কেইটামানেৰে সৈতে, কোনেও ধান দিব নোখোজে, পইচাহে যাচে। কাৰো খাবলৈ ধান নাই। বামুণ গাঁও, গোসাঁই গাঁও কলিতা গাঁও, কোচ গাঁও, দয়াল ৰবিগাঁও, বামতামুলী, কাৰো ঘৰত ধান নাই। কাচিৎ দুই-এঘৰতহে। সকলোৱে কয় যে কলংখন বন্ধ কৰি দিয়াৰপৰাই পথাৰবিলাকত ৰস নাইকিয়া হ'ল, ধান খেতি নোহোৱা হ'ল।"

কেবাজনীয়েও একেলগে কিবা এটা কবলৈ গৈছিল, এনেতে আগ-ফালৰ দুৱাৰ মুখত কাহ এটাৰ শব্দ শুনি সকলোৱে কথা বন্ধ কৰি ওৰণি-বিলাক টানি টানি ললে। বুঢ়াই অৰ্থাৎ ধনেশ্বৰৰ দেউতাকে চিলিমটো বোৱাৰীয়েকৰ ফালে আগবঢ়াই দি ক'লে, "আঙঠা দিলেই হব। ধঁপাত আছেই। জয়ধন আহিছে।" বুঢ়াই অৱশ্যে সকলোবোৰ আলোচনা শুনি আছিল।

বোৱাৰীয়েকে চিলিমটো লৈ আনবিলাক তিৰোতা মানুহলৈ চাই ক'লে, "যিহে খৰি, অঙঠাবিলাক তৎক্ষণাত মৰি মৰি যায়। আগৰ দৰে ভাল খৰি এডালো পাবলৈ নাই; ভাত ৰন্ধাত যিহে কষ্ট।"

এইটোও সকলো তিৰোতাৰে সমান তিতা লগা অভিজ্ঞতা। গতিকে সকলোৱে একেলগে সমৰ্থন কৰি চিঞৰি উঠিল, "কৈছহে", "কব নালাগে দে।" "চুলি পুৰিহে ভাত ৰান্ধিব লাগিব কেতিয়াবা।"

বুঢ়াই দুখোজমান আগবাঢ়ি আহি সিহঁতৰ সন্মুখীন হৈ গহীনভাৱে থিয় হৈ ৰ'ল। চুলিবিলাক চুটিকৈ কটা, চুলি নুবুলি আই সৰাহত দিয়া পিঠাগুড়িৰ পাত এখনহে বুলিব পাৰি। চকুৰ চেলাউৰি, ভোম, কাণৰ

কাষত থকা দীঘলীয়া নোমখিনি, হাতৰ নোম, সকলোবিলাকেই পিঠাগুড়িৰ দৰে বগা।

বুঢ়াই ওৰণি লোৱা মুখকেইখনলৈ এপাক ঘূৰি চাই ল'লে; তাৰ পাচত হাতৰ অঙ্গী-ভঙ্গীৰে সকলোকে কোৱাদি কৈ গ'ল:

শস্য হৰিব, মৎস্য হৰিব, হৰিব বিবিধৰ গুটি।
বৰ বৰ মানুহৰ, বাক্য লৰিব, লৰিব ধৰমৰ খুটি॥

খৰি ক'ত পাবি? গছ আছে জানো এডালো? শস্য আছেনে, মৎস্য আছেনে, ধৰম আছেনে? কলিত আৰু কি হব আৰু কি হৈছে, মহাপুৰুষে কি লিখি গৈছে দোৱাদশত?

পৰিবে দুৰ্ভিক্ষে ভাতে মৰিবেক প্ৰজা
কৰৰ নিমিত্তে তাতে পীড়িবেক ৰজা
ৰাজ ভৃত্য সকলে কৰিব হুলস্থূল
নুগুচিব মনুষ্যৰ মনত আকুল।....
শুখাইবে শৰীৰ একো নাপাইবে আহাৰ
হইবেক কলিত লোক পিশাচ আকাৰ।....
মিছা মাতি সাউদে কৰিবে কিনা-বিকা
জীৱেক সম্পদ কৰি নিন্দিত জীৱিকা।
কৰিবে দুৰ্জন লোকে ধনতেসে গয়
খতিধন দিলে হৈবে অন্যায়তো জয়। ....
আতি অণু প্ৰমাণ হৈবেক যত ধান
ছোট ছোট হৈব বৃক্ষ সমিধ প্ৰমাণ।....

আৰু মাধৱদেৱ পুৰুষে কি লিখিছে?

পিতৃৰ বচন পুত্ৰে নুশুনিব
কনিষ্ঠে জ্যেষ্ঠজনৰ
স্বামীৰ বচন ভাৰ্য্যা নুশুনিব
ভৃত্যজনে ঈশ্বৰৰ।....
কলিযুগে কন্যা- গণে কৰিবেক
সঘনে পুত্ৰ প্ৰসৱ।....
ষোড়শ বছৰ ভৈলে যুৱতীৰ
পৰিবে তৰ যৌৱন।....

বুঢ়াই সুৰ ধৰি গোৱা নাছিল। আঙুলি জোকাৰি কথা কোৱাদি



প্ৰত্যেকটো শব্দকে গভীৰকৈ উচ্চাৰণ কৰি কৈ গৈছিল—"তেনেহ'লে কি হোৱা নাই, আৰু কি হবলৈ বাকী আছে। চকুৰ আগতে নৈখন বন্ধ কৰাও ৰাজ-পীড়ন নহয়নে? তেনেহ'লে?"

ধনেশ্বৰে ইতিমধ্যে খোৱা শেষ কৰি বাহিৰত মুখ ধুই গামোচাৰে হাত আৰু মুখ মচি মচি সোমাই আহিছিল। ঘৈণীয়েকে চিলিমটো ফুৱাই ফুৱাই শহুৰেকৰ ফালে আগবঢ়াই দিছিল। এনে অৱস্থাত সকলো অবাক হৈ ৰৈ গ'ল। বুঢ়াৰ মুখৰপৰা সৰ্ সৰ্ কৰে শাস্ত্ৰৰ বাণীবিলাক ওলাবলৈ ধৰিলে। তেনেকুৱা শাস্ত্ৰৰ বচন কতবাৰ কত ঠাইত শুনিবলৈ পোৱা যায়, কিন্তু সেইবিলাক ইমান গাজত লগা সচা হৈ কেতিয়াও তেওঁলোকৰ কাণৰ ভিতৰত নোসোমাইছিল। শাস্ত্ৰত কোৱা ভৱিষ্যৎ-বাণীবিলাক আজি কলিৰ শেষত, কলংপাৰৰ সৰু গাঁও এখনৰ জীৱনলৈ, সৰু গাঁও এখন কিয়, দুখন, তিনিখন, এশখন, হাজাৰখনৰ হাজাৰ-বিজাৰ মানুহৰ জীৱনলৈ সচা হৈ আহিল। চাওঁতে চাওঁতে এই গাঁওখন শুকাই গ'ল, এই মানুহবোৰ শুকাই গ'ল, তেওঁলোকৰ দুৱাৰমুখৰ এই কলং নৈখন শুকাই যোৱাৰ দৰে। নৈত পানী নাই, পানীত মাছ নাই, পথাৰত ধান নাই, বাৰীত শাক নাই, গৰুত গাখীৰ নাই, সকলো হৰি গ'ল। কলিয়ে হৰি নিলে, কালে হৰি নিলে। মনৰ বেদনা ওৰণি তলৰ কৃত্রিম গাম্ভীৰ্য্যই কাবো ঢাকি ৰাখিব নোৱাৰিলে, ইজনীয়ে সিজনীৰ মুখলৈ চাই নিজৰ অজ্ঞাতসাৰেই ডাঙৰ মাতেৰে বুঢ়াৰ কথাখিনি সমৰ্থন কৰি গ'ল আৰু সম্ভৱ ক্ষেত্ৰত দোহাৰি গ'ল।

ধনেশ্বৰে বটাৰপৰা তামোল এখন মুখত ভৰাই পিচ চোতালেদিয়ে আগফাল ওলাল। বুঢ়াই ধঁপাতৰ চিলিমটো ফু-দি বাহিৰলৈ লৈ গ'ল। ধনেশ্বৰৰ ঘৈণীয়েকে লৰালৰিকৈ মাছকেইটা পাচিত ভৰাই বন বাছি, সৰু সৰু শামুকবোৰ আঁতৰাই কলপাত এখনৰে ঢাকি তাৰ ওপৰত আন এটা পাচিৰে ঢাকি দিলে। দুপৰীয়া হ'লেও এতিয়াই মাছখিনি বেচিবলৈ নিনিলে পাচলৈ লৰি যাব আৰু মানুহে লবলৈ এনগেনাব। ভদ্ৰেও লগতে যাব, কাৰণ ভদ্ৰেৰ গিৰীয়েকেও মাছ বেচি পোৱা নাই, গতিকে বজাৰত বিক্ৰি কৰিবলৈ নিনিয়ে।

ধনেশ্বৰে আকৌ এবাৰ উভতি আহি কৈ গ'ল, ধানৰ বাহিৰে পইচালৈ মাছ যাতে ঘৈণীয়েকে নসলায়। তাৰ পাচত শোৱা কোঠালী সোমাই

গেঞ্জীটো গাত সুমাই হাতত তাচযোৰ লৈ ওলাই গ'ল।

মৈণীয়েকে পিচফালৰপৰা চিঞৰ ধৰিলে, "তাচ খেলিয়ে কলং পাৰত বেলিটো শেষ নকৰিবা। ঘৰত কিন্তু নাটিতেল, খাইতেল আৰু নিমখ এজেবাও নাই।"

ধনেশ্বৰৰ খংটোৱে টিঙিচ কৰে কোৰ মাৰি দিছিল, খালি নাই, নাই, —সি কৰপৰা আনি দিব লাগে। নাই নাখাৰ, চাউল কিটা পালেই হ'ল। তথাপি খংটো হেঁচি উজলা দাঁত দুটা আৰু দীঘল কৰি উলিয়াই ক'লে, "মাছ কিন্তু পইচালৈ নেবেচিবি, এভাগত কুৰিটামান মোৰা পুঠী দিবি আৰু ভাগত এমুৰীয়াকৈ ধান লবি।"

"বাৰু, বাৰু",—মৈণীয়েকে এইবাৰ শান্তভাৱে উত্তৰ দিব নোৱাৰিলে। গেজেৰা মাৰি কৈ উঠিল, "এমুৰীয়া কিয়, এদোনকৈ দিব নহয়। মানুহে ধান পেলাই থৈ দিছে কুৰিটা মোৰা মাছত এমুৰীয়াকৈ দিব। তুমি নিজে যাবাচোন। এভাগ মাছৰ কাৰণে মানুহৰ লগত কিমান পেৰাপেৰি কৰিব লাগে। গ'লেহে বুজিবা।"

"মোৰা মাছৰ কিলো যদি চাৰি টকা হয়, তেন্তে এভাগত এমুৰীয়া ধান কিয় নহব। বজাৰলৈ নিলে এনে কায়দাত দগা-পাল্লা ধৰিম যে গ্ৰাহক বেটাহঁতে তকিবই নোৱাৰিব, কুৰিটা মোৰা মাছত আঢ়ৈশ গ্ৰাম তাৰৎ এটকা দাম হৈ যাব।"

"হব হব, কিয় নহব, তেতিয়াহ'লে মোৰা মাছৰ পেটত শিলগুটি ভৰাই নিলেহে হব।"

"সেইটোনো কি ডাঙৰ কথা। টাউন চহৰত ডাঙৰ ডাঙৰ ৰবালি মাছ গোটেই বেচিবৰ হ'লে পেটত সেইদৰে ৰাস্তাৰ শিলগুটি-পাথৰ সুমুৱাই বেচে। চাউলৰ বেপাৰীয়ে এমোন চাউলত পাঁচ সেৰ ধান আৰু পাঁচ সেৰ মিহি শিলগুটি মিহলায়। সেইখিনি নকৰিলে 'বেৰচাই' নচলে নহয়। মোৰা মাছত শিলগুটি ভৰাব নালাগে, কিন্তু শামুকবোৰ বাছি পেলালি কিয়? সেইবিলাক সৰু সৰু শামুক মাছৰ লগত থাকেই, জালৰ লগত অহা বস্তু, আমি আনি দিয়া নহয় নহয়।"

"সেইবিলাক অইনায়ে দেশখন খালে। সেয়েহে আজি মানুহৰ বিলৈ নোহোৱা হৈছে।" —শহুৰেকৰ কথাখিনিলৈ মনত পেলাই ক'লে মৈণীয়েকে।

"ওলালহি এইজনী ধৰ্ম যুধিষ্ঠিৰণীজনী। শাস্ত্ৰৰ বচনৰে দেশ নচলে



নহয়।"—বুলি সি আৰু কিবা কৰলৈ গৈ মুখখন জপাই ফোঁ ফোঁ কৰে কোৰ মালে। কথাত কথা বাঢ়ে, গতিকে তৰ্ক কৰি লাভ কি। শাস্ত্ৰৰ কথা কয় সকলোৱে, কিন্তু ৰাখে কেইটাই?

মৈণীয়েকেও গাত চাকা বিহা এখন মেৰিয়াই কঁকালত খোচোনাটো আঁটি বান্ধি, মূৰত এধাৰিটো লৈ মাছৰ পাচিটো বাহিৰলৈ দাঙি আনিলে আৰু দুৱাৰখন জপাই পাচিটো মূৰত তুলি লৈ ওচৰৰ ভদ্ৰেক মাত দিলে, "হঁয়ে ভদ্ৰে, ওলালিনে, ব'।"

ওচৰৰ আন আন ঘৰৰপৰা দুই-এজনী ওলাল আৰু সামান্য মাছ-খিনিকে পাচিত লৈ তেওঁলোক গাঁৱৰপৰা ওলাই গ'ল—দুমাইলমান আঁতৰৰ গাঁৱলৈ। ধান থকা গাঁও ওচৰত নাই, যি দুই-এঘৰৰ ধান আছেও তেওঁলোকে মাছলৈ সলাব নোখোজে।

অলপ পাচত জয়ধন বুঢ়াৰ ওচৰৰপৰা ওলাই আহিল। ধনেশ্বৰক আগে আগে যোৱা দেখি বিং এটা মাৰিলে। ধনেশ্বৰ ব'ল। জয়ধন আদহীয়া মানুহ, ধনেশ্বৰে 'দেদাই' বুলি মাতে। কেইদিনমানৰপৰা দুপৰীয়া ধনেশ্বৰ নালীয়াহঁতৰ লগ লাগিছে। ধনেশ্বৰ, নালীহঁতে কলং-পাৰৰ কেন্দুগছ এজোপাৰ ছাঁত বহি দুপৰীয়াৰ সময়খিনি 'টুৱেণ্টি নাইন' খেলে। জয়ধনে খেলিব নাজানে যদিও ওচৰতে বহি চাই থাকেগৈ।

সকলো গৈ কেন্দুগছৰ তল পালেগৈ।

"বুঢ়াৰ স'তেনো দুপৰীয়া কি কথা পাতিলি?" —ধনেশ্বৰে গাৰ গামোচাখন বনৰ ওপৰত পাৰি তাচযোৰ তাৰ ওপৰত থৈ জয়ধনক সুধিলে।

নালীয়া, পদো, ধনী আদি লগৰীয়া কিজন মুখামুখিকৈ চাৰিওকাষে বহিল।

"সেইবিলাক কথা আৰু কি শুনিবি? মাটি যি কিডবা আছিল মহাজনকে বেচিলোঁ। এতিয়া ঘৰৰ ভেঁটিটো আৰু বাৰীখন বাকী। তাকো বিক্ৰি কৰিলে মহাজনেই লওঁ বুলিছে। তাকে দেউতাৰ কাণ ছোৱাই থলোঁ, গাঁৱৰো মানী মানুহ, খেলৰো বুঢ়া।"

"ঘৰ-বাৰী বেচি ক'ত উটি-বুৰি ফুৰিবি?" তাচটো কাটি দি বিলাবলৈ পদোৰ ফালে আগবঢ়াই দি ধনেশ্বৰে সুধিলে।

বাকী কিজনেও তাচ-পাত হাতত লৈ জয়ধনৰ মুখলৈ চাই ৰ'ল। সেই জয়ধন, যাৰ আটিল গা আৰু দীঘল চুলিকোছা এসময়ত সকলো ডেকাৰ ঈৰ্ষাৰ বস্তু আছিল আৰু যি সেই দুটাৰ ঘহতে ভাওনাত ভীম বা

অসুবৰ ভাও লৈ আহিছিল যোৱা কুৰি বছৰ ধৰি—গাঁওখনৰ গৌৰৱ সেই জয়ধন দেদাই আজি গাঁও এৰি যাবলৈ ওলাইছে এপাল ল'ৰা-ছোৱালী আৰু এজনী বিয়া দিবলগীয়া গাভৰু ছোৱালীক লৈ। জয়ন্তী গাভৰু ছোৱালী, আনবিলাক ছোৱালীৰ মাজত জাকত জিলিকা। তাইৰ বিয়াৰ কথাও মাজতে কাৰং-কুৰুং হৈছিল।

"কিয় জয়ন্তীৰ বিয়াৰ কি কৰিলি? মাজতে কোনোবা দুযোৰামান আহিছিল নহয়?"—ধনীয়ে সুধিলে।

"সাতে পাঁচে"—জয়ধনে কাণত খোঁচ মাৰি থোৱা আধা খোৱা বিড়িটো জ্বলাই লৈ দুহোপামান ঘনাই হুপি ক'লে, "বিয়াখন পাৰিলে বোপাইৰ ভেঁটিতে পতাৰ ইচ্ছা। ঘৰ-বাৰী বেচি যি ধন পাওঁ তাৰে বিয়াখনত খৰচ কৰি বাকীখিনি লৈ উত্তৰ পাৰলৈ (ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰ) উঠি যোৱাৰ ব্যৱস্থা কৰিছোঁ। লুইতৰ পাৰত থাকিলে পৈত্ৰিক জাতিগত ব্যৱসায়টো চলাই থাকিব পাৰিম। ইয়াত তাৰ মুদা মৰিল নহয়। জাল-বিলাক জহি-পচি গ'ল।"

জয়ধনে অলপ আঁতৰত কলঙৰ নিচেই কাষত উবুৰি খাই জৰাজীৰ্ণ ৰূপত পৰি থকা নাও এখনলৈ সতৃষ্ণ দৃষ্টিৰে চাই ৰ'ল। তাচ খেলুৱৈ কিজনেও হাতত তাচপাত লৈ ডাক দিবলৈ পাহৰি গ'ল। সকলোৱে জয়ধনৰ দৃষ্টিয়েদি নাওখনলৈ একেথৰে চাই ৰ'ল। সেই পৰি থকা নাওখনেই আজি দহ বছৰৰ আগতে শেষ হৈ যোৱা জয়ধনৰ ব্যস্ততা ভৰা অতীতটোৰ অচলাৱস্থা ঘোষণা কৰিছে। এই কেন্দু তলতে আছিল কলঙৰ পাৰঘাট। তেতিয়া ইয়াত চৰকাৰী নাও চলিছিল, গুটীয়া নাও, মাৰ-নাও। জয়ধন আছিল সুদক্ষ গুৰিয়াল। মটৰগাড়ী, গৰুগাড়ী, কত মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী, মেলাৰ যাত্ৰী, স্কুলীয়া ল'ৰা, মাষ্টৰ, কত ধৰণৰ কিমান মানুহ এইপিনে পাৰ হ'ল। জয়ধন গুৰিয়ালৰ দক্ষতাৰ কোনো দিনেই একো দুৰ্ঘটনা নহৈছিল। এই ঘাটটোৱেই স্থানীয় কেবাজন ডেকাৰো পেটৰ ভাতৰ যোগান ধৰিছিল। যিদিনা ইয়াত প্ৰথম খুটাটো পুতি ভয়ানক গধুৰ যন্ত্ৰটোৰে প্ৰথম কোবটো মাৰিছিল সেইদিনা জয়ধনৰ কলিজাত সেই কোবটো পৰিছিল। এই কেন্দুগছ জোপাতে তেতিয়া মাৰনাও বান্ধিছিল।

দেশ স্বাধীন হোৱাৰ কাৰণেহে কলঙত দলং হবলৈ পালে। দলং হ'ল বাৰু, ইয়াৰ যাত্ৰীবোৰৰপৰা এপইচাকৈও টেক্স লগোৱা হ'লে, চাই-



কেলবিলাকৰপৰা দুপইচাকৈও টেক্স লোৱা হ'লে, মটৰবিলাকৰপৰা আঠ অনাকৈও টেক্স লোৱা হ'লে চৰকাৰৰ দলং সজাৰ খৰচো ওলাল-হেঁতেন আৰু (টেক্স লোৱা কামটো অৱশ্যে তাকে দিব) তাৰো চাকৰিটো ৰ'লহেঁতেন।

জয়ধনে বিড়ি হুঁপি হুঁপি কি ভাবি গ'ল লগৰ কেইজনে যেন চিনেমাৰ দৰে চকুৰ আগত সেইখিনিকে দেখি গ'ল। সকলোৱে তাচপাত পেলাই বিড়ি একোটা জ্বলাই ললে। খেল আজি জমাৰ আশা নাই। সিহঁতৰ সন্মুখত কলং নামৰ এখন নদী আছিল। এতিয়া তাৰ বুকু ঢাকি ধৰিছে বিহমেটেকাই। মাজে মাজে ঝাওবন, নল-খাগৰিৰ গছ জোপোহা হৈ উঠিছে। অ'ত ত'ত দুই-এটা ঘুলি আছে, তাকো বিহমেটেকাই ছাটি পেলাইছে। আজিকালি চৰকাৰী নলী-নাদ, কুঁৱা গাঁৱে গাঁৱে। কলঙৰ পাৰৰ জীয়াৰী-বোৱাৰীয়ে পানী নিবলৈ পুৱা-সন্ধিয়া হাতত-কাষত গাগৰী-কলহ লৈ নাহে আৰু। দুপৰীয়া চৰণীয়া গৰুৰ জাকে পানী বিচাৰি কলঙৰ বুকু টুকি ফুৰে, সেই পানী খাই গৰুৰ হয় নানা ধৰণৰ বেমাৰ। বহাগৰ বিহুত ভালেমান দূৰৰপৰা গাঁৱৰ বাইজে জাকে জাকে গৰু গা ধুৱাবলৈ এই কলঙলৈ অনাৰ অপূৰ্ব দৃশ্য এই কলঙৰ পাৰৰ ভৱিষ্যতৰ ল'ৰা-ছোৱালীহঁতে আৰু দেখিবলৈ নাপায়! কলঙৰ বানপানীয়ে গাঁৱৰ পথাৰত পলস নেপেলায় আৰু ব্ৰহ্মপুত্ৰৰ নানা ধৰণৰ মাছে এই কলং পাৰৰ এখন জিলাৰ ৰাইজক পুষ্টিকৰ খাদ্যৰ যোগান আৰু নিদিয়ে, আৰু তাতোকৈ ডাঙৰ কথা হ'ল এই কলঙৰ পাৰত সাতাম পুৰুষ ধৰি বসতি কৰি পৈত্ৰিক ব্যৱসায় চলোৱা এটা সম্প্ৰদায়ৰ অন্ন-বস্ত্ৰৰ মূল খুঁটিটোকে এই জীয়া নৈখনৰ লগতে ডিঙিত টিপি মাৰি পেলালে।

"আমাৰ এই সম্প্ৰদায়টোৰ উন্নতি হবনে বাৰু? ধ্বংস হৈ নাযাবনে আমাৰ এই সম্প্ৰদায়টো?"—ধনেশ্বৰে নৈখনত দৃষ্টি নিবদ্ধ ৰাখিয়ে উমৈহতীয়াকৈ প্ৰশ্নটো সুধিলে।

জয়ধনে বিড়িৰ টুকুৰাটো দলিয়াই দি আন এটা বিড়ি জ্বলাই ললে। প্ৰত্যেকৰ মনৰ মাজত একেবিলাক ভাবেই পানীমেটেকাৰ দৰে ছাটিমাৰি ধৰিছে, প্ৰত্যেকৰে মনত একে প্ৰশ্নৰে উদয় হৈছে।

"কলং যেতিয়া জীয়াই আছিল তেতিয়া এনেকুৱা হাজাৰ-বিজাৰ পানীমেটেকা জাঁজি হৈ কোবাল সোঁতত উটি গৈছিল। পাৰত খামুচি ধৰি কোনোটো জাঁজি কেতিয়াবা ৰবলৈ চেষ্টা কৰে, কিন্তু পাৰে

জানো ? একোবত সোঁতে একলগাই লৈ যাবই । কিন্তু সোঁত যেতিয়া নাথাকিল, এতিয়া অৱস্থা কি হ'ল ? আজি আমাৰ গাঁৱৰ ল'ৰাহঁতলৈ নাচাব কিয় ? কোনটো ল'ৰা পঢ়া-শুনাতে ভাল বা কাম-কাজতে ভাল ? পটলুং পিন্ধি ঘূৰি ফুৰে ; নহ'ল হালৰ, নহ'ল ফালৰ । আমাৰ গাঁও কিয়, আন আন গাঁৱৰ ল'ৰাবোৰনো কি ? মেল মাৰি, আড্ডা দি, চাহৰ দোকানত বহি তাচ-পাশা খেলি পুৰা-গধূলি ঘূৰি ফুৰিছে । নাই হালত, নাই বেহা-বেপাৰত, নাই বিদ্যাত, নাই হাকিম-হুকুমৰ এপাচি দৰ্মহা খোৱা চাকৰিত । চৰ্কাৰী আলিত ক'ৰ বিদেশৰপৰা অহা মুনিহ-তিৰোতাই আলিত শিলগুটি কেইটামান ছটিয়ায়ে দিনটোত ছটকা হাজিৰা ঘটিছে । আমাৰ কোনোবাটো গৈছে যদিও আনবিলাকে উৎসাহ দিয়ক ছাৰি টিট্‌কাৰীহে দিছে । কাম এৰি যেতিয়া সকলোৱে কথাত ধৰিলোঁ, হেৰাই গ'ল আমাৰ একে বাতিতে গড় বন্ধা শক্তি ।...সোঁত নোহোৱা নদীক জাঁজিয়ে, বিহমেটেকাই, অথবা গছে ছাটি ধৰিবই ।

তাচৰ পাতবিলাক কেতিয়াবাই সিহঁতৰ হাতৰপৰা সৰি পৰিছিল । খেলত আজি কাৰো স্পৃহা নাই । উদাস আৰু হতাশভাৱে নৈখনৰ বুকুলৈ চাই ৰ'ল প্ৰত্যেকটোৱেই । অকাল বৈধব্য আৰু অকাল বাৰ্ধক্যৰ স্থবিৰতা লৈ স্থিৰ, নিশ্চল হৈ পৰি আছে কলং নৈখন, সিহঁতৰ ঠিক চকুৰ আগতে ।



# বালিচন্দা

শ্ৰীমোহিনীকুমাৰ কাকতী

"মা কমলদা আহিছে ।"

বাৰবছৰীয়া প্ৰদীপৰ এই মাতষাৰিয়ে ঘৰৰ ভিতৰত বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰে । অধিক কি, এই মাতষাৰিকে শুনিবলৈ ভিতৰত উদগ্ৰীৱ হৈ ৰৈ থাকে চাৰিটা প্ৰাণী । মাতষাৰি শুনাৰ লগে লগে এক খদ্‌মদ্‌ লাগি যায় ভিতৰত । এই খদ্‌মদ্‌ লগাৰ কাৰণ যদিও একেটাই, স্বাৰ্থও একেটাই, তথাপি মাক-দেউতাকৰ আশাও বেলেগ, সন্ধ্যা-বন্তিৰো বেলেগ ।

মাতষাৰ শুনাৰ লগে লগে মাকে এৰিব পৰা হাতৰ কাম হ'লে তাতেই এৰি থৈ কমলৰ আগলৈ আহিব । অলপ বেলি কথা-বতৰা পতাৰ পাচতো সন্ধ্যা আৰু বন্তি যদি নোলায়হি, তেনেহলে মাতিব, "তহঁত কলৈ গলি হয়নে ? নোলাৱনো কেলৈ ?"

ওলাবলৈ জানো দুয়োৰে মন নাই ! ভিতৰত হুৰমুৰ লাগি গৈছে বেগতে ওলাবলৈ । ওলাই অহাৰ প্ৰস্তুতিতহে মাথোঁ বেলি হৈছে । অৰ্থাৎ আৰ্চীৰ আগত থিয় দি দুয়ো বেলেগে বেলেগে গোপনে সন্ধিয়াৰপৰা প্ৰসাধন কৰি অপেক্ষা কৰি থাকোঁতে ম্লান হৈ যোৱা প্ৰসাধনৰ ওপৰতো আলফুলকৈ আকৌ অলপ প্ৰসাধন কৰি দুয়ো ধীৰে ধীৰে ওলাই আহিবলৈ বিচাৰিছে ।

যদি সাধাৰণতে অহা সময়ত কমল আহি নোলায়, তেতিয়া এক যেন অধীৰ অপেক্ষা সকলোৰে ।

ৰঙ্গা-ৰঢ়া কৰি থকাৰ মাজতে মাকে চ'ৰাঘৰলৈ আহি পঢ়ি থকা প্ৰদীপক চাই যাব। তেওঁ ভুমুকিয়াই যোৱাটো পোনপটীয়া। সন্ধ্যাৰ বা বন্তিৰ ভুমুকিওৱা কিন্তু আওপকীয়া। মিছা একোটা কাম উলিয়াই চ'ৰাঘৰ পাবহি। কেতিয়াবা কোনেও নজনাকৈ মনে মনেও। কিন্তু এনেকৈ চোৰাটো এটা জনাজাত গোপন কথাত পৰিণত হৈছে।

এনেদৰে বৈ বৈ থকাৰ পাচতো যদি কমল কোনোবা দিনা নাহে, ইজনীৰ সিজনীৰ ওপৰত অহেতুক খং উঠে। গোপন খং কেতিয়াবা হুতা মাতেৰে প্ৰকাশ কৰে। মাকে দুয়োজনীকে ভালকৈ কথাও শুনায়।

আৰু যদি দুদিনমান একে লেথাৰিয়ে কমল নহাকৈ থাকে, তেতিয়া এক গোমোঠা ভাবে ঘৰৰ পৰিবেশ এনেদৰে আবৰি ধৰেহি যে মাকে সন্ধ্যা-বন্তিক সুধিবলৈ বাধ্য হয়, "তহঁতে কমলক কিবা জগৰ লগালি নেকি ?" বাৰ্ধক্যৰ বাবে শয্যাশায়ী হৈ থকা দেউতাকে মাকক সোধে, "কমল যে অতদিনে অহা নাই, তুমি সোধ-পোছ কৰাত কিবা হীন-দেঢ়ি কৰিলা নেকি ?"

তাৰ পাচত যেতিয়া এদিন কমল ওলায়হি, ঘৰৰ গোমোঠা ভাবটো খণ্ড-বিখণ্ড হৈ যায়। কমলে সন্ধ্যা-বন্তি আৰু মাকৰ ভালেমান উত্তৰ দিবলগীয়া হয়।

যেনে মাকে ক'ব : এনেদৰে ইমান দিন নো নহাকৈ থাকিব লাগে নে ? যিহে দিন-কাল পৰিছে, মই বোলোঁ কিবা অসুখ-বিসুখেই হ'ল নে ? তাতে অকলশৰে থকা কথা। কাৰোবাক যে খবৰ কৰিবলৈ বা ! পঠিয়াম, তাৰো সুবিধা নাই। কাইলৈ মানে মইয়েই যাম বুলি ভাবিছিলোঁ।

সন্ধ্যা বা বন্তিয়ে ক'ব : আমি ভাবিছিলোঁ, বোলোঁ আমাৰ ঘৰৰ পিনে অহা বাটটো হেৰাই গ'ল নেকি ! আমি কিবা জগৰ নলগালে এনেদৰে নহাকৈ থাকে নে ! তাৰ পাচত দুয়োৰে হাঁহি।

দেউতাকৰ কথা কিন্তু কাণত সিমানকৈ নপৰেহি। কবলগীয়াবোৰ আনবদ্ধাৰাই সৰহ ভাগ কোৱায়।

প্ৰদীপ একমাত্ৰ ল'ৰা। কমলৰ অহা-নহালৈ সিমানকৈ তাৰ মূৰ ঘমাবলগীয়া একো নাই। তাৰ কৰ্তব্য, কমল আহিলে তেনেদৰে ভিতৰত কৰগৈ। তাৰ পাচত পুনৰ সি আহি পঢ়িবলৈ বহিব। কমল ভিতৰৰ কোঠালী সোমাবগৈ।

অৱশ্যে কেতিয়াবা এনেয়ে প্ৰদীপ কমলৰ ওৰিত গৈ থিয় নিদিয়া



নহয়। থিয় দিলেই সন্ধ্যা বা বন্তিৰ কোনোবা এজনীয়ে কব : তই ইয়াত কি কৰিছহি ; যা পঢ়গৈ।

প্ৰদীপৰ পঢ়া-শুনালৈ প্ৰকৃততে কোনো এজনীয়ে মূৰ ঘমোৱা নাই। কমলক মাথোন দুয়োজনীয়ে অকলে অকলে পাবলৈ বিচাৰে। ইজনীয়ে কেতিয়াবা ভাবে, সিজনীক মাকেনো কিবা কৰিবলৈ ভিতৰলৈ নামাতে কেলৈ ? সিজনীয়ে হয়তো ভাবিব, ইজনীৰ কথা পাতি পাতি মুখ বিষোৱা নাই নে ? অকমান ভিতৰলৈ গৈ জিৰণি নলয়নো কেলৈ ?

ভিতৰি ভিতৰি দুয়োজনীৰ মাজত যি এক প্ৰতিদ্বন্দ্বিতা চলিছে, সেই প্ৰতিদ্বন্দ্বিতাৰ ভাব প্ৰথমে অব্যক্ত হৈ আছিল যদিও এতিয়া আৰু সকলো সময়তে অব্যক্ত হৈ নাথাকে। সাধাৰণ কথাতে কোনোবা এজনীয়ে হয়তো ঈৰ্ষাত কৈ উঠিব : মই মৰিলেতো তই ভালেই পাৱ।

এনেদৰে দেখ দেখ কৈ দুগৰাকী বাই-ভনীৰ মাজত প্ৰতিদ্বন্দ্বিতা চলিব নালাগিছিল। বাই-ভনীতকৈ বান্ধৱী ভাবাপন্নহে দুয়ো বেচি আছিল। কাৰণ দুয়োৰে বয়সৰ পাৰ্থক্য মাত্ৰ ডেৰ বছৰ। সন্ধ্যা ডাঙৰ। বৰ্তমানে তাই ২৭ বছৰত ভৰি দিছে। কিন্তু আশ্ৰয় বিচাৰোঁতে, নিজৰ সুখ, নিৰাপত্তা আৰু ভৱিষ্যত বিচাৰোঁতে দুয়ো এক মৌন প্ৰতিদ্বন্দ্বিতাত নামি পৰিল। ইয়াৰ প্ৰধান কাৰণ ভাটী দিবলৈ ওলোৱা যৌৱন আৰু ঘৰুৱা পৰিবেশ।

মেট্ৰিক পাছ কৰি দুয়ো দুখন বেলেগ পাঠশালা স্কুলত শিক্ষয়িত্ৰী হৈ সোমোৱাৰ ৫।৬ বছৰ পিচলৈকো তেওঁলোকৰ মাজত এনে অৱিয়া-অৱিৰ বীজ সোমোৱা নাছিল। সৰুৰেপৰা দুয়ো একেলগে খেলিছে-মেলিছে, স্কুললৈ গৈছে, উভতিছে, এজনীৰ কিবা কাৰণত যাব নোৱৰা হ'লে আনজনীয়ে বৰ অকলশৰীয়া অনুভৱ কৰিছে। কেতিয়াবা ইজনীয়ে কৈয়েই দিয়ে : ময়ো আজি স্কুললৈ নাযাওঁ দে। কিনো অকলে যাবি!

মাকে ধমক দিয়ে : ইজনীক উলিয়াই দিলে সিজনীও লগতে যাবি নহয় ?

সেই ধমক নিৰৱে সহ্য কৰি মাক আঁতৰ হোৱাৰ পাচত দুয়ো মুখ টিপি হাঁহিছে।

আৰু দুয়োজনীৰ মাজত যে কিমান কথা !

ইফালে অকণমান কথাতে দুয়োজনীৰ মাজত নলগাও নহয়। নমতা-নমতিও হয়। পিছে কেনেকৈ জানো সেই মনৰ ভাৱৰ আঁতৰি গৈ ফৰকাল ৰতৰ হৈ পৰে, তাৰ কোনো সঠিক হিচাব কোনোৱে ৰাখিব কোনো দিনে পৰা নাছিল। ওফোন্দ পাতিলে এনে অনুভৱ হয়, দুয়োৰে যেন এখন হাতৰ অবিহনে আনখন হাতো নিষ্কৰ্মা হৈ গৈছে।

মাক-দেউতাকৰো দুয়োলৈ সমানে মৰম। ছোৱালী দুজনীৰ পিচতে ল'ৰা দুটি ঢুকাইছে। তাৰ পিচতহে প্ৰদীপ। মাক-দেউতাকৰ বিশ্বাস হৈছিল, ছোৱালী দুজনীৰ বাহিৰে তেওঁলোকৰ কোনো সন্তান আৰু নবৰ কিজানি। সেয়ে যিমান পাৰে সিমান মৰম কৰিছিল ছোৱালী দুজনীক। সেই মৰম বৈয়েই গৈছে। সেয়ে একে বস্তু দুয়োকে দিয়ে, কৰবালৈ নিবলগীয়া হ'লেও দুয়োকে একেলগে লৈ যায়।

ডেৰ বছৰৰ ডাঙৰ সৰু যদিও শান্তি হ'ল কিন্তু চাবিদিন অগা-পিচাকৈ। বন্তি শাৰীৰিকভাৱে অলপ পুষ্ট, সেয়ে হৰপায় সময়ৰ পাৰ্থক্য নামানিলে।

দেখাই-শুনাই কিন্তু সন্ধ্যা অলপ বেছি ভাল।

অৱশ্যে ৰূপৰ ক্ষেত্ৰত কোনো এজনীয়েই চকুত লগা বিধৰ নহয়। তথাপি দুয়োৰে যিখিনি ৰূপ আছে, ভালদৰে কাপোৰ-কানি পিন্ধি থাকিব পৰা হ'লে সেই ৰূপেই মানুহৰ চকুত পৰা বিধৰ হ'লহেঁতেন। ভাল পিন্ধোৱা বা খুউৱাটো দূৰৈৰে কথা, সাধাৰণভাৱে ৰাখিবলৈকো দেউতাকৰ সামৰ্থ্য কম। চৰকাৰী কাৰ্য্যালয় এটাৰ তল খাপৰ অফিচ সহকাৰী এজনৰ পক্ষে চাৰিটা প্ৰাণীৰে চহৰ এখনত চলা মুখৰ কথা নহয়। ঘৰটো যেনিবা দেউতাকে সাজি থৈ যোৱা, সেয়ে কিছু ৰক্ষা। সেই ঘৰো উঁৱলি গৈছে, ভাল কৰিবলৈ সামৰ্থ্য আজিও হোৱা নাই।

দুয়ো এবছৰ অগা-পিচাকৈ ২য় বিভাগত মেট্ৰিক পাছ কৰে, কিন্তু তাৰ ওপৰত কাৰোৱে পঢ়িবলৈ সামৰ্থ্য নহ'ল। দুয়োৰে কিন্তু মনৰ আশা আছিল প্ৰবল। পাছ কৰি উঠাৰ পাচতে দুয়ো দুখন পাঠশালাৰ শিক্ষয়িত্ৰী হৈ সোমাল। নিশাৰ কলেজৰ ব্যৱস্থা চহৰখনত নাছিল যে কাম কৰিও পঢ়িব পাৰিব।

চাকৰি কৰিবলৈ লোৱাৰ পাচত দুয়ো অলপ চৌখীন হ'ল। তেনে হোৱাটো স্বাভাৱিক।

পিন্ধন-উৰণলৈ পাৰিপাট্য অহাৰ লগে লগে গাম্ভীৰ্য্যও আহিল। খোজ-কাটলৈ আহিল লয়লাস, কথা-বতৰালৈ আহিল জোখ-মাখ, হাঁহিলৈ



আহিল কৃপণতা, আৰু পঢ়ি থকা হ'লে যিবোৰ কথাকে লৈ লগৰীয়াৰ সৈতে প্ৰাণ খুলি হাঁহিলেহেঁতেন, তেনেকুৱাবোৰতে বয়সৰ স্বাভাৱিকতাত প্ৰাণ খুলি হাঁহিবলৈ আৰম্ভ কৰিলেও হঠাতে সচেতন হৈ কোৱা হ'ল—নাই পাই, এনেদৰে হাঁহিলে ল'ৰা-ছোৱালীবোৰে কিবা ভাবিব।

নিজৰ উপাৰ্জনৰ পইচা নিজে স্বাধীনভাৱে খৰচ কৰাত কিন্তু প্ৰথমৰে-পৰা বাধা পৰিছিল। দেউতাকে সময় নৌহওঁতেই হাইব্লাড প্ৰেচাৰৰ বাবে অৱসৰ লবলগীয়া হৈছিল। অৱসৰ লৈয়েই থকা নাছিল, শয্যা-শায়ীয়েই হৈ পৰিছিল। এখন ঘৰ চলোৱাৰ দায়িত্ব দুয়োৰে ওপৰত আহি পৰিছিল।

চাকৰিত সোমোৱাৰো কিছু বছৰৰ পিচলৈ আবেলি দুয়ো আলিবাটে বা আন মুকলি ঠাইত একেলগে এপাক ফুৰি আহিছিল। সময়ত দুয়ো একেখন দুৱাৰ বা খিৰিকীৰ কাষত বৈ বাহিৰৰ মানুহ চাইছিল। কোনো ডেকা মানুহে অলপ বেছিকৈ চালে ইজনীয়ে বা সিজনীয়ে কৈছিল: একেবাৰে ভস্ম কৰি পেলোৱা চাৱনিৰে চাই গ'ল পাই। দুয়ো হাঁহিছিল। স্কুললৈ দুয়ো একেলগে ওলাই গৈছিল। তাৰ পাচত কিনা-কুটা কৰিব লাগিলে ইজনীক এৰি সিজনীয়ে যোৱাৰ কথা ভাবিবকে নোৱাৰিছিল।

কিন্তু বয়সৰ লগে লগে মানুহৰ ভাগৰ ভাগৰ লগা হয়। বিশেষকৈ ছোৱালীৰ। আৰু সেই ভাগৰ বেছি ধৰণে লাগে যেতিয়া নিৰাপত্তা আৰু সুস্থিৰতাৰ বিষয়ে নিৰাশ হৈ পৰিবলগীয়া হয়।

সেই নিৰাশাৰ বা-বতাহৰ মাজেৰে মিলা-মিচা আৰু কথা-বতৰাৰ মাজলৈ সন্ধ্যা-বন্তিৰো কেনেদৰে এক পাৰ্থক্য আহি পৰিল, তাৰ খিয়ালকে কাৰো নাথাকিল। প্ৰথমে আৰম্ভ হ'ল, কোনো কাম কৰিবলৈ ভাল নলগা হোৱাটো, তাৰ পাচত আৰম্ভ হ'ল বিৰূপ ভাব। তাৰ পাচত সন্ধ্যা আৰু বন্তি ঐক্যকেন্দ্ৰিক বৃত্তৰপৰা ফালি গৈ স্ব স্ব কেন্দ্ৰিক বৃত্ত হৈ পৰিল। কিন্তু সমতল একে, পৰিবেশ একে। কেতিয়াবা বৃত্ত দুটাৰ পৰিধিয়ে জানিয়েই হওক বা নাজানিয়েই হওক, ঘৰ্ষণ খোৱাও হ'ল। কোনো এক নিৰ্দিষ্ট পদাৰ্থৰ প্ৰতি একেলগে আকৰ্ষিত হোৱাও হ'ল, কেতিয়াবা বা একেটা বস্তুকে দুয়োটা বৃত্তই আকৰ্ষণ কৰাও হ'ল।

এদিন ভাবিছিল, তেওঁলোকৰ যৌৱনৰো মূল্য আছে, আকৰ্ষণ আছে, লোভ আৰু মোহনীয়তা আছে। সেইহে পৰিপাটি সাজ-সজ্জা, জুখি-মাখি

কোৱা কথা-বতৰা, মোহনীয়াকৈ হাঁহিবলৈ আৰু খোজ কাঢ়িবলৈ কৰা চেষ্টাৰ প্ৰতি আছিল নজৰ।

কিন্তু দিন যোৱাৰ লগে লগে এই ভাব দৃঢ় হ'ল যে সেইবোৰ বিফল হৈ গ'ল।

সৰুৰেপৰা দুয়ো একেখন বিছনাতে শুই আহিছিল। শান্তি হোৱাৰ পাচত দুয়ো বেলেগে শোৱা হ'ল। কোঠালী একেটাই থাকিল। এতিয়া সেই একেটা কোঠালীতেই ফলছ্ পাৰ্টিচন দি দুটা স্বকীয়া কোঠালী কৰি লৈছে।

"একেটা কোঠালীতে থাকিলে পঢ়া-শুনা, বহী চোৱা আদি কোনো কাম নহয় অ'—মিছাতে কথা পাতোঁতেই সময়বোৰ যায়।"

বন্তিয়ে প্ৰথমতে এদিন কথাটো উলিয়াইছিল। সন্ধ্যাই সমৰ্থন কৰিছিল। ঘৰৰ অলপ উন্নতি হব বুলি মাকেও পাৰ্টিচন দিয়াত মত দিছিল। আচলতে দুয়োৰে দুয়োৰেপৰা যেন অকমান আঁৰৰ বিচাৰে, অকলে বৈ আকাশ-পাতাল ভাবিবলৈ বিচাৰে। কেতিয়াবা ইজনীয়ে সিজনীক ভেকাহি মাৰি কৈয়েই দিয়া হ'ল: সকলো সময়তেনো কি পেক্পেকাই থাক!

আজিকালি আৰু দুয়ো একেখন দুৱাৰ বা খিৰিকীৰ মুখত বৈ বাহিৰলৈ চাই নাথাকে, কথাৰ পাক তুলি নাহাঁহেও। এজনীয়ে যদি দুৱাৰমুখত থিয় দিছে, আনজনীয়ে কোনোবাখন খিৰিকীৰ মুখত থিয় দিছে। একেজন বাটৰুৱাৰে লয়লাস গতি হয়তো দুয়োৰে কিবা গোপন লাজ লাজ কামনাৰে চাইছে। কিন্তু দুয়োৰে দুয়োৰোপৰা লুকাই লুকাই।

কোনো ডেকাই যদি সন্ধ্যাক লগ ধৰিবলৈ আহিছে, তেনেহলে সন্ধ্যাক আগবঢ়াই দি বন্তিয়ে গোপনে কেতিয়াবা স্তব্ধ হৈ বা কেতিয়াবা নিৰাশাৰ কামনাৰে ডেকালৈ চাই ৰৈছে। সন্ধ্যা আৰু ডেকাজনৰ হাঁহিয়ে বুকুত যেন বিন্ধি গৈছে।

বন্তিক বিচাৰি অহা কোনো ডেকাক যদি সন্ধ্যাই পোনতে লগ পায়, তেনেহলে সন্ধ্যাই অহেতুক কিছু সময় ডেকাৰ লগত খৰচ কৰি লৈ নাহাঁহিব-লগীয়া কথাতো জোৰকৈ খিলখিলাই হাঁহিছে। পাচত বন্তিক মাতি দিছে বা বন্তি আহিলে 'আপোনালোকে কথা পাতক দেই' বুলি আঁতৰি গৈছে।

এজনীক বিচাৰি অহাজনে যদি আনজনীতহে বেচি গুৰুত্ব দিয়ে,



তেনেহলে ইজনী আক্ৰোশত ভিতৰি ভিতৰি গুমৰি-গুজৰি উঠিছে, আৰু আনজনীয়ে এক জয়ৰ সোৱাদ অনুভৱ কৰিছে।

এদিন যিটোক ভয় আৰু অন্যায় বুলি ভাবি আহিছিল, সেইটোকে আজিকালি আশা কৰে।

তেনেদৰে একোজনীৰ ওচৰলৈ এজনতকৈ বেচি পুৰুষ আহি গ'ল। আহিল আৰু গ'লহে। সিমানহে কথা।

ভাল দৰা, ভাল ঘৰ, ভাল চাকৰি বা অৱস্থাপন্ন ঘৰৰ স্বামী পোৱাৰ এদিনৰ কামনা আৰু গৌৰৱ শেষ হৈ আহিল। সেইহে এতিয়া দুয়োৰে কামনা, ঘৰে তেওঁলোকৰ বিয়া পাতি দিব কোনো মতেই নোৱাৰে। ঘৰে কাৰোবাক আকৰ্ষণ কৰিব পৰা অৱস্থা ঘৰৰ নহয়, ছোৱালীয়ে কাৰো-বাক আকৰ্ষণ কৰিব পৰা ৰূপ, গুণ বা শিক্ষা-দীক্ষা তেওঁলোকৰ নাই। নিজকে নিজৰ ভাল লাগিলেও প্ৰসাধনৰ অন্তৰালত, আইনাত প্ৰতিবিম্বিত হোৱা নিজৰ ৰূপতে নিজে মুগ্ধ হ'লেও আনৰ মুখৰ বিৰূপ সমালোচনা তেওঁলোকৰ কাণত নপৰাহি নহয়। কোনো দুষ্ট লোকে এনেয়েই হওক বা সচাকৈয়েই হওক কোৱা কাণত পৰিছেহি—এওঁলোক দুয়ো স্কুলৰ মাষ্টৰণী হৈ থাকোঁতেই বুঢ়ী হ'ল। এনে মন্তব্যই মন আৰু ভাঙি দিছে।

ভাবি চায়—কথাতো মিছা নহয়। শিক্ষয়িত্ৰী হৈ স্কুলত সোমাবৰে ১০।১১ বছৰ হ'ল। লগৰ শিক্ষয়িত্ৰী কিমানৰ বিয়াও হৈ গ'ল, সন্তানো কোলালৈ আহিল। তেওঁলোকতকৈ বয়সত সৰু কিমানজনীয়ে বিয়া হৈ হৈ স্কুল এৰিলে।

লগৰ শিক্ষয়িত্ৰীৰ বিয়াৰপৰা ওভতি অহাৰ সময়ত মনটো দুয়োৰে ইমান মৰি আছে যে উভতি আহোঁতে বাটত কোনো কথাই প্ৰায় নাপাতে। নিশা বিছনাত কত কথা মনলৈ আহে! এটা এটাকৈ মনৰ আশা সকলোবোৰেই দেখোন হেৰাই গ'ল। কেলৈ বাৰু?

ঠিক এনে সময়তে ওচৰৰ ভাৰাঘৰটোলৈ আহিল কমল দুৱৰা, ইঞ্জিনীয়াৰ। মানুহজন ডেকা, অবিবাহিত, দেখনিয়াৰ, স্ফূৰ্তিবাজ।

এনেয়ে ওচৰ-চুবুৰীয়া বুলিয়ে হওক বা দুজনীকৈ ছোৱালী থকা বুলিয়ে হওক, কমলেই প্ৰথমতে আহি সন্ধ্যাহঁতৰ লগত চিনাকি হৈ ললে। কথা সোধোঁতে সোধোঁতে মাকে এদিন ক'লে যে দুয়ো ঘৰৰ ভিতৰত

এটা দূৰ সম্বন্ধও আছে। সেই সূত্ৰকে লৈ মাক আৰু দেউতাকৰ মানত কমল হৈ পৰিল—'তুমি কমল বোপা', সন্ধ্যাহঁতৰ 'কমলদা' আৰু মাক-দেউতাক কমলৰ বাবে হৈ পৰিল 'মাহীদেউ মহাদেউ'।

কমল ওচৰ চাপিল। ভালদৰেই ওচৰ চাপিল। কোনোবা দিনা বাৰীৰ-পৰাই চিঞৰ মাৰি কমলে ক'ব: মাহীদেউ, আজি আপোনালোকৰ তাত ভাত খাম দেই। পচলাৰে সৰু মাছ বান্ধি খুৱাব লাগিব কিন্তু।

পচলা বিচাৰি সৰু মাছ বন্ধাৰ একেবাৰে খদমদম লাগি যায়।

কোনোবা দিনা কমলে হয়তো কব: বলক না মাহীদেউ, কববাৰ-পৰা ফুৰি আহোঁগৈ। মই কামলৈ যাম। মটৰ তো আছেই।

কেতিয়াবা তেওঁলোক ওলায়।

সন্ধ্যা আৰু বন্তিৰ বেলেগে বেলেগে স্কুললৈ যোৱা আগৰপৰাই আৰম্ভ হৈছিল। স্কুললৈ যাবলৈ ওলাই ইজনীয়ে সিজনীক লগ ধৰিলে প্ৰথমে কৈছিল: তই অকমান আগবাঢ়চোন। সেই এৰা-এৰিয়ে অভ্যাসত পৰিণত হৈ গৈছিল।

সেই এৰা-এৰি এতিয়া যেন শাপে বৰ হোৱা দি হ'ল। বাটতে কোনোজনীক পালে কমলে তুলি নি স্কুলত থৈ আহে, তেনেদৰে লৈও আহে। এই অকলশৰীয়াকৈ কমলক কোনো এজনীয়ে পোৱা মুহূৰ্তকেইটাৰ যেন সোৱাদ কোনো এজনীয়ে পাহৰিব নোৱাৰে। নহ'লে এনেয়ে কমলক অকলে লগ পোৱাৰ সুবিধা নাই।

কমলে কেতিয়াবা মফচলৰপৰা গোটাই অনা শাক-পাচলি বা মাছ, সোপাকে সন্ধ্যাহঁতৰ ঘৰত নমাই দি কব: মই হ'লে আজি ভাত নাখাওঁ, ঘৰতো নাখাওঁ। আন ঠাইত নিমন্ত্ৰণ আছে।

তেনেদৰে কবৰ দিনাখন সন্ধ্যাহঁতৰ সকলোৰে মন মৰি যায়।

মাতি আনি খুৱাবৰ দিনা অথবা উপযাচি খাবলৈ বিচৰাৰ দিনা বন্ধা-বঢ়া লৈ সন্ধ্যা আৰু বন্তিৰ এনে অৰিয়া-অৰিখন লাগি যায় যে মাকে ধমকি দি কবলৈ বাধ্য হয়: তই এয়া এয়া ৰান্ধ, আৰু তই এয়া এয়া। এজনীয়েই সোপাকে ৰান্ধিব নালাগে আৰু আনজনী বহিও থাকিব নালাগে।

কমলে কি খাই ভাল পায় বা কোনখন খাই ভাল পালে, তাক জানিবলৈ দুয়োৰে যে ইমান আগ্ৰহ! কিন্তু পক্ষপাতিত্ব কৰা মন্তব্য কমলে নিদিয়ে।

এদিন সন্ধিয়া সন্ধ্যা নাছিল। স্কুলত কিবা মিটিঙৰ বাবে পলম



হৈছিল অহাত। বন্তিৰ সিদিনা ৰং চাই কোনে। তেনেই যেন ৰাং-চালি। এবাৰ কিবা কথাৰ আনন্দত কমলে বন্তিৰ চুলিকোছাতে খাপ মাৰি ধৰিলে। বন্তিয়ে মিঠা চিঞৰ এটা মাৰিলে—আই ঔ—যেন কমলৰ বাহিৰে আৰু আনে নুশুনে। তাৰ পাচত মুখ ভেঙুচাই মোহনীয়াকৈ চাই কৈ উঠিল: ইমান দুষ্ট এইডাল।

কমলে হাঁহি হাঁহি চুলিৰপৰা হাতখন আঁতৰাই আনিলে। কথা সিমানতে থাকিল। বন্তিৰ কিন্তু প্ৰবল ইচ্ছা হৈছিল—আৰু কিবা কৰক, আৰু ওচৰ চপাই নিয়ক।

সেই কথাৰেপৰা বন্তিয়ে ধৰি ললে, তেওঁ কমলৰ বেচি ওচৰ চাপি গ'ল আৰু তাকে লৈ সন্ধ্যাৰ আগত কিছু বেচি গহীন হৈ দেখুৱা হ'ল।

ফাকুৱাৰ দিনা। কমল হুৰ-হুৰাই সোমাই আহি পোনতেই পালে সন্ধ্যাক। চকুৰে-মুখে ফাকু সানি সন্ধ্যাক ৰঙা কৰি দিলে। ইমান ওচৰ সান্নিধ্যত পৰ-পুৰুষৰ গাৰ উত্তাপ আৰু পুৰুষৰ গাৰ গন্ধ সন্ধ্যাই আগেয়ে কাহানিও পোৱা নাছিল। সেইহে লাজতে প্ৰথমে, তাতে মাক, বন্তিহঁতৰ আগত, ম্ৰিয়মান হৈ পৰা যেন হ'লেও পিচলৈ সেই উত্তাপ আৰু গন্ধৰ কথা ভাবি ভাবি এক মাদকতা অনুভৱ কৰা হ'ল।

বন্তিয়ে গা-পা ধুই উঠিছিল বুলিহে ৰক্ষা পৰিল। বন্তিয়ে তেনেদৰে ভাবিছিল। সন্ধ্যাই কিন্তু ভাবিছিল আন ধৰণে। ধুলেই বা গা, ফাকু অকমান দিলেনো কি হ'লহেঁতেন। আচলতে সন্ধ্যাৰ প্ৰতি থকা টানটোহে প্ৰকাশ হৈ পৰিল।

কিন্তু এনেতে এনেদৰে ওচৰ চপাৰ কিছু ছেদ পৰিল।

আধা সজা হৈ থকা কোৱাৰ্টাৰটো সম্পূৰ্ণ হ'লত এদিন কমলে কোৱাৰ্টাৰটো ললেগৈ।

কমল কোৱাৰ্টাৰলৈ যোৱাত সন্ধ্যাহঁতৰ ঘৰখনলৈ যেন কিবা এটা সন্দেহ আৰু নিৰাশাৰ ভাব আহিল। মাকে ভাবিছিল, আৰু কেইদিনমানৰ ভিতৰতে কমলহঁতৰ ঘৰৰপৰা প্ৰস্তাৱ আহিব কোনোবা এজনীৰ বাবে। সচা কথা কবলৈ গ'লে, মাকে তেনেকুৱা এটা আশা মনত ৰাখিয়েই ছোৱালী দুজনীক কমলৰ লগত ওলাই-সোমাই ফুৰাত কোনো বাধা দিয়া নাছিল।

অৱশ্যে তেওঁলোকৰ দৰে মানুহে কমলৰ দৰে লোকৰ আশা কৰাটো দুৰাশাই। তথাপি ল'ৰা-ছোৱালীৰ মনে মনে মিলিলে বহুতো কিবাকিবি হৈ যায়।

ঘৰ বদলোৱা সংক্ৰান্তত সন্ধ্যাহঁতৰ বেয়া লগা কথাৰ গম পায়ে হব
পায় কমলে কৈছিল, "ওচৰৰপৰা গুচি যোৱাৰ বাবে আপোনালোকে
আকৌ নাভাবিব যে আপোনালোকৰ মনৰ ওচৰৰপৰাও গুচি গৈছোঁ।
এতিয়া ভালহে হ'ল—ফুৰিবলৈ যোৱা আপোনালোকৰ আৰু এটুকুৰা
ঠাই ওলাল।"

প্ৰথম ঘৰ সোমোৱাৰ দিনাখন সন্ধ্যাহঁতেই গৈ সকলো ঠিক কৰি দি থৈ
আহিল।

ঘৰৰ পৰ্দাৰ ৰং লৈ সন্ধ্যা আৰু বন্তিৰ তাতো অকমান লাগিল।
বন্তিয়ে ক'লে—
সন্ধ্যাই মত দিলে—আকাশৰঙী নীলা পৰ্দা হব লাগে।
নহয়, এনে নতুন ঘৰত হালধীয়া পৰ্দাইহে শুৱাব।

সন্ধ্যাৰ মতে নীলা ৰঙৰ এক বেলেগ গাম্ভীৰ্য্য আছে।

এই মত অমিলৰ অন্তৰালত দুয়োৰে নিজৰ মত প্ৰতিষ্ঠা কৰাৰ যি
এক বাসনা আছিল, তাক এৰি দিবলৈ কোনো সন্মত নাছিল। এদিন
নিজৰ মনোমতেৰেতো এই ঘৰ সজাব লাগিবই। সেই সজোৱাৰ প্ৰস্তুতি
আগৰেপৰা আৰম্ভ কৰা নাযায় বা কেনেকৈ?

কমলে অৱশ্যে দুয়োৰে কথাকে ৰাখিলে। অৰ্থাৎ সেউজীয়া পৰ্দা
লগালে।

ক'লে, "দুয়োৰে বেলেগ পছন্দ যেতিয়া দুয়োৰে কথাকে ৰাখোঁ।
অৰ্থাৎ নীলা আৰু হালধীয়া মিলি হয় সেউজীয়া।"

এই কাৰো প্ৰতি হালি নপৰা ভাব দুয়োৰে ভাল নালাগে।

ফুৰিবলৈ যোৱা ঠাই অৱশ্যে ওলাল। আহ-যাহ ঘন হ'ল।

লগৰ ছোৱালীবোৰে কমলক যোৱাই যেতিয়া জোকায়, তেতিয়া মনটো
ইমান উত্ৰাৱল হৈ উঠে! কিন্তু গাম্ভীৰ্য্য বজাই ৰাখি দুয়ো কয়ঃ
তোমালোকৰ কোনো কাণ্ডজ্ঞান নাই নেকি? এই বয়সত আৰু প্ৰেম
চলে নেকি? এনেয়ে মানুহ এজনৰ লগত চিনাকি হৈছোঁ, তাতেই
তোমালোকৰ চকু পুৰিছে।

সেই কমল আজি পাঁচদিনৰ পাচত আহি ওলাল।

মাকে পাচলি কুটিবলৈ ধৰিছিল। মৈদাখন ঠাইতে বগৰাই থৈ
ধুই লোৱা হাত দুখন চাদৰৰ আঁচলেৰে মচি মচি আগবাঢ়ি আহিল।

"ইমান দিনেনো কলৈ গৈছিলা? আমি ভাবিছিলোঁ, বোলোঁ আমালৈ
পিঠিকে দিলা।"



"নহয়, মাহীদেউ, ঘৰলৈহে গৈছিলোঁ। হঠাতে ঘৰৰপৰা জৰুৰীকৈ
মাতি পঠিয়ালে। আজি ৰাতিপুৱাহে আহি পালোঁ।"

"কেলৈ মাতিছিলনো? ঘৰৰ সকলোটি ভালে আছে চাগৈ?
মাৰা অহাৰ কথা আছিল নহয়, আহিছে নেকি?"

"মা আহিব নোৱাৰিলে। গা বৰ ভাল নহয়। কেইদিনমান পাচতহে
আহিব বুলি কৈছে।"

এনেতে সন্ধ্যা আৰু বন্তি আহি ওলাল।

"তোমালোকেও মোক কথা শুনাবলৈ বুলি ভাবি থৈছা চাগৈ?"
দুয়োজনীয়ে মুখ টিপি হাঁহিলে।

মাকে ক'লে, "সদায় অহা মানুহ এদিন নাহিলেও বৰ বেয়া লাগে,
ভালেমান দিন নহা যেন লাগে। এটা খবৰ-চবৰ দি গ'লেও—।"

"খবৰ দি যাবলৈ সময়কে নহ'ল। কেলৈ মাতিছিল, তাকো জনা
নাছিলোঁ নহয়।"

"এৰা, তাৰ কথা সোধাকে নাই। হঠাৎ কেলৈনো মাতিলে?"

কমলে মিচিকৈকৈ হাঁহি এটা মাৰিলে।

"এটা কথা হ'ল।"

মিচিকিয়া হাঁহি এটা মাৰি কমলে মূৰটো তল কৰিলে।

পাচত মূৰ দাঙি লৈ হাঁহি হাঁহিয়ে ক'লে, "এটা কাম শেষ কৰি থৈ আহিলোঁ।
আপোনালোকক আগৰপৰা আভাস নিদিয়া বাবে বেয়াই পায় নেকি! সদায়
একেটা কথাই। এইবাৰ লেঠা মাৰি থৈ আহিলোঁ। বিয়াত মত দি আহিলোঁ।"

সন্ধ্যাহঁত তিনিওজনী যেন পৰিহে যাব। তেনেদৰে দুৱাৰ বা বেৰত
হেলান দি থিয় হৈ ৰ'ল নিমাতে।

"জনা-শুনা ঘৰৰ ছোৱালী। ঘৰে পছন্দ কৰিছে যেতিয়া মোৰ আৰু
ভাবিবলৈ কিটো আছে। সকলোৱে আঙঠি পিন্ধাই থৈ আহিবলৈ ক'লে,
পিন্ধাই থৈয়ে আহিলোঁ। বিয়াৰ দিন ঠিক হোৱা নাই। এটা কিন্তু
কথা দেই মাহীদেউ, আগতে কৈ থৈছোঁ, সময়ত পুলুঙা মাৰিলে নহব।
আপোনালোক আটাইবোৰ বিয়ালৈ কিন্তু যাবই লাগিব। মটৰেৰে মই লৈ যাম।"

তিনিওজনী যেন জঠৰ হৈ গ'ল। মুখৰপৰা কাৰো মাত নোলাল।
আগেয়ে ভিতৰ সোমাবগৈ তাৰ বাবে চেষ্টা কৰিবলৈও কোনো
এজনীৰে যেন বল নোহোৱা হ'ল।

# অভিমান

শ্ৰীঅতুলানন্দ গোস্বামী

আমাৰ দলৰ নেতাক কৈ এদিন আবেলি আমি বজাৰখন চাওঁগৈ বুলি ওলালোঁ। গধূলি নগৰৰ মাজতে থকা ত্ৰিভুবন ভৱনত আমাৰ সাংস্কৃতিক অনুষ্ঠান হোৱা কথা। তালৈকে বাহিৰে বাহিৰে যাম বুলি কৈ আমি নগৰৰ কামৰ চুবুৰিবোৰ চাবলৈ ওলাই খোজ ললোঁ। চুবুৰি চাই একো বুজিবলৈ নাই, এনেয়ে আমনি লগা পৰিবেশ এটা এৰাই বুদ্ধি কৰিয়ে মই আৰু মহেশ গুচি আহিলোঁ। নহ'লে য'ত আমাক থাকিবলৈ দিয়া হৈছে তাত আমাৰ সহকাৰী দলপতিৰ বক্তৃতাৰ কোবত তিষ্ঠাই টান হৈ পৰিছিল। তেওঁৰ মুখত আদা-আলুৰ বেপাৰৰপৰা আৰম্ভ কৰি ৰাজনীতিৰ আঁহ ফলা আলোচনালৈ সকলো আছে আৰু তাত ৰহণ চৰাই থাকে কৃষ্টি-সংস্কৃতিৰ বৰ বৰ কথাই। তেওঁৰ কথা শুনি শুনি আমাৰ অন্ততঃ এটা ধাৰণা স্পষ্ট হৈছিল যে ব্যৱসায়ীক বা টকা-পইচা থাকিলেই কোনো মানুহক এনে একোটা দলত ঠাই দিলে বৰ লাজ পোৱাৰ থল থাকে।

তেওঁৰ কথাকে আলোচনা কৰি আমি গৈ আছিলোঁ। তাৰ মাজতে মহেশৰ দুষ্ট বুদ্ধি খেলালে। পুৰণা ধৰণৰ দুই এটা ঘৰলৈ আঙুলিয়াই মোক স্থাপত্য বিদ্যাৰ বিষয়ে বুজাবলৈ ধৰিলে। কোনোবাই দেখিলে যাতে বুজে আমি বৰ জনা-বুজা বিদেশী পৰ্য্যটক। কাঠৰ বেৰ দিয়া ঘৰ এটা দেখুৱাই মোক ক'লে, মাজে মাজে ইংৰাজী শব্দ একোটা সুমাই, "এই ঠাঁচটো আচলতে জাপানৰপৰা আহিছে। আমাৰ গোৱালপাৰাতো তই দুই এটা ঘৰত এই ধৰণে কাঠৰ কাম কৰা দেখিবি। মই যোৱাবাৰ



জাপানলৈ যাওঁতে......।" সি জাপানলৈ যোৱা নাছিলেই।

ময়ো বৰ উৎসুক ছাত্ৰৰ দৰে তাৰ ঠাৰ-চিয়াৰবোৰ চাই গৈছিলোঁ। বেছ আমোদ লাগিছিল, অচিন ঠাইত এইদৰে দুষ্টালি কৰি।

এবাৰ এখন দোকানত সোমাই মহেশে কেতিয়াও কোনেও নাম নুশুনা বস্তু দুটা নে এটা বিচাৰিলে। স্বাভাৱিকতে দোকানী হতভম্ব হোৱাৰ বাহিৰে উপায় নাছিল। ক'ত তৈয়াৰ হয় সোধোঁতে মহেশে অসমৰ বস্তু বুলি কৈ গৌৰৱ কৰিছিল। "অসমৰপৰা হাজাৰ বিধ বস্তু আহে আমাৰ ইয়ালৈ, কিন্তু আপুনি বিচৰাটো দেখোন আমি পোৱা নাই।"

সেইটো বেচিকৈ ইউৰোপলৈহে যায় বুলি কৈ আমি ওলাই আহি আৰু কি কৰিব পাৰি ভাবি থাকোঁতেই আমাৰ চিন্তা, কথা দুয়োতে ছেদ পৰিল। বৰ মিঠা মাত এটাই আমাৰ খোজ আগচি ধৰিলে। কেউফালে চাই দেখিলোঁ দোকানখনৰ পিৰালিতে এমূৰে বহি দহ বছৰমান বয়সৰ ল'ৰা এটাই হাতত একতাৰা এখন লৈ কিবা ভজন এটা গাই আছে— "হে প্ৰভু, নাম ছ তিম্রো হজাৰ........।"

মলিয়ন কাপোৰ-কানি। চেহেৰাটোও মলিয়ন। তাৰ মাতটো ইমান মিঠা লাগিছিল যে তাৰ ফালে এখোজ আগবাঢ়ি নগৈ নোৱাৰিলোঁ। ওচৰ চাপি এটা কথা দেখি বৰ বেয়া লাগিল। ল'ৰাটোৱে চকুৰে নেদেখে। আমি ওচৰ চপা সি গম পোৱা নাছিল। একাগ্ৰমনে মাতত দৰদ ঢালি বৰ মিঠা সুৰ এটাত ল'ৰাটোৱে কৃষ্ণৰ হাজাৰ নামৰ গুণ বখানিছিল। ওচৰত থিয় হ'লোঁ যদিও বাধা দিয়া নাছিলোঁ। একান্ত-মনে কৃষ্ণগান গাই থকা তাৰ মুখখন দেখি কিবা মৰম এটা সোমাল। বয়স, মাত, দৈন্য, একাগ্ৰতা আৰু সকলোতকৈ ডাঙৰ কথা, সি নেদেখা কথাটোৱে সকলোৰে মনত বেথা ওপজাব পাৰে। আমি আচহুৱা মানুহ। হঠাৎ দেখি মৰম লগাটো একো আচৰিত নহয়। মহেশে জেপৰপৰা পইচা কেইটামান উলিয়াই দিব খুজিছিল। মই বাধা দিলোঁ: এতিয়াই দিব নালাগে ব-চোন। আমাৰো একো কাম নাই। তাৰ উপৰি ইমান সময়ে আমি ধেমালি কৰিয়ে আছোঁ। আৰু অলপ সময় ৰওঁ। ল'ৰাটোৱে গান বন্ধ হবলৈ বাট চালোঁ। নহয়হে নহয়। সেইদৰে সি ভিক্ষা কৰা যেনো নালাগিল। কাৰণ কাপোৰ পাৰি থোৱা বা হাতৰ কাষত থাল-বাটি এটাও থোৱা নাই। এবাৰ বোধকৰোঁ শেষ হ'ল এটা ভজন। কাৰণ একেষাৰ কথাকে তিনিবাৰমান গোৱা যেন লাগিল:

বর্ণন গর্ণ ম সকুছু কাঁহা প্রভু
নাম মহিমা অপাৰ ।
হে প্ৰভু নাম ছ্ তিস্ৰো হজাৰ...... ।

তাৰ নামটো সোধোঁ বুলি আৰু এখোজ আগুৱাই যাওঁতেই সি যেন মোকহে মাতিলে, "কালু ।"

ইমান পৰে আমাৰ চকুতেই পৰা নাছিল । ল'ৰাটোৰপৰা কেইখোজমান আঁতৰত তাৰে বয়সৰ আৰু এটা ল'ৰাই হাতত কেইটামান শিলগুটি লৈ, এটা দলিয়াই সেইটোক টোঁৱাই আৰু এটা মাৰি কিবা খেমালি কৰি আছিল । অকলে অকলে । চকুৰে দেখাৰ বাহিৰে বাকী আটাইবোৰ কথা তাৰো গান গোৱা ল'ৰাটোৰে সতে প্ৰায় একে । তথাপি সি যে এইটো ল'ৰাৰ লগতে আছে আমি অনুমান কৰা নাছিলোঁ । কালুৱে শুনিও নুশুনা ভাও ধৰিলে ।

আকৌ এবাৰ কালুক মতাৰ আগতে ময়ে তাৰ নামটো সুধিলোঁ । কোৱাৰি ফালি কণা ল'ৰাটোৱে হাঁহি এটা মাৰিলে । টপকৈ ক'লে, "বিক্ৰম হজুৰ !" মাতটো শুনি বৰ মৰম লাগিল । মহেশে মনে মনে বুদ্ধি দিলে তাক পাৰিলে ত্ৰিভুৱন ভৱনলৈ লৈ যোৱা যাওক । তাৰ নানা তৰহৰ কুট বুদ্ধিৰ এটা বুলি মই এৰাই যাব খুজিও এবাৰ ভাবিলোঁ বিক্ৰমৰ ভজন এটা ৰেকৰ্ড কৰিলে বেয়া নহয় । টেপ ৰেকৰ্ডাৰ আছেই দলত । ভাবি সুধিলোঁ ল'ৰাটোক যাবনে সি । সি উঠিলেই । ক'লে : বলক । এইবাৰ চিন্তা হ'ল—তাক ধৰিম কোনে ? মহেশৰ ফালে চালোঁ, সি তেতিয়া আকাশত মেঘৰ ছবি চাই আছে । মই তালৈ চোৱা গম পাই বগা ডাৱৰ এচপৰালৈ আঙুলিয়াই সুধিলে, "সেই চপৰাটো গাধ এটাৰ দৰে নেদেখিনে বাৰু ?"

গতিকে ময়ে বিক্ৰমৰ হাতত ধৰিবলৈ ওলালোঁ । সি পিছে বাধা দিলে । আমি গৈ থাকিলেই হব । সি হেনো উমানতে আহিব পাৰিব ।

বাটত তাৰ চিনাকি ললোঁ । বাপেক-মাক কোনো নাই হেনো । ককাই-ভায়ো নাই । সি অকলশৰীয়া একেবাৰে । খোৱা-বোৱাৰ চিন্তা নাই । মানুহে মৰম কৰি যি দিয়ে তাৰেই দুটা পেট চলি যায় । দুটা ? দুটা পেট ক'ত ? কেলেই কালুৰ ? বোধকৰোঁ মনত পৰিল তাৰ । ডাঙৰকৈ মাত লগালে : কালু ! দেখিলোঁ কালুও আমাৰ পিচে পিচে আহি আছে । দূৰে দূৰে । সেই একেদৰে এটা শিল আগতে মাৰি



পিচত সেইটোকে টোঁৱাই আন এটা মাৰে । কেনিও চাবলৈ তাৰ যেন আহৰি নাই । বিক্ৰমৰ মাত শুনি বৰ হটাকৈ "কিহে পালে ?" জাতীয় উত্তৰ এটা দিলে । বিক্ৰমে একো নক'লে । হাঁহি এটা মাৰি খোজ ললে ।

এইবাৰ তাৰ কথা সৰহ হ'ল । আমাক কবলৈ ধৰিলে নানা ধৰণৰ কথা । মাজে মাজে তাৰ ভজনৰ সাধু একোটাও ক'ব খোজে । মই অকলে উৎসাহ দেখুৱাই আমনি পাইছিলোঁ । মহেশৰ এতিয়া ভ্ৰূক্ষেপ নাই । অথচ সিয়ে বুদ্ধিটো দিছিল ।

ভজন সি বহুত জানে । সুবিধা পালে শুনাব আমাক । আৰু কৃষ্ণ ভজন তাৰ হেনো আটাইতকৈ ভাল লাগে । কিয় বুলি সুধিব খোজোঁতে সি গালেই :

লি অধৰমা
মূৰলী মনোহৰ
গোপিনী সাৰা ভুলাই
দুখ পৰেমা
ভক্তকা সাথী
দূৰ গৰেও সব্‌লাই ।

আমাৰ ভাল লাগিছিল । ইতিমধ্যে ত্ৰিভুৱন ভৱন পালোঁহি । বিক্ৰমৰ বিৰাম নাই । হাঁহি হাঁহি আমি এটা কথা সুধিলে তিনিটা কথাৰ উত্তৰ দিয়ে আৰু তাৰ মিঠা মাতটোৰ বাবে, ৰঙীয়াল কথা-বতৰাৰ বাবে আৰু বিশেষকৈ চকুৰে নেদেখিও অনুমানতে আমাৰ লগত আহি থাকিব পৰা বাবে তালৈ আমাৰ মৰম বেচি হৈ গৈছিল ।

ভৱনৰ চোতালত আমাৰ দলৰ কেবাজনকো দেখিলোঁ । ছোৱালী কেইজনীও । আমাক তেনেকুৱা ল'ৰা এটা লগত লৈ অহা দেখি আটাইবোৰ আগবাঢ়ি আহিল । একেলগে, প্ৰায় একে আষাৰে, আটাইবোৰে সুধিলে সেইটো কেলেই আনিছোঁ বুলি । উদ্দেশ্যটো ক'লোঁ । আগ্ৰহ হ'ল সকলোৰে । কাৰণ আমাৰ সেই সময়ত উমৈহতীয়া সাংস্কৃতিক মনোভাৱ এটা আছিল । শ্ৰীনৰুমলৈ যাব লগা সকলক পঠিয়াই আমি কেইজনমানে ভৱনৰ মুকলি হলত বহিলোঁহি । বৰুৱা দাদাৰ ছোৱালী এজনীও গৈছিল । তেওঁৰ মাৰফতে দাদাৰ অনুগ্ৰহ আৰু টেপৰেকৰ্ডাৰটো জনাই ললোঁ । তাকে কৰোঁতে যিকণ সময় লাগিছিল সেইখিনি সময়ত বিক্ৰমে দলৰ বাকীবোৰকো মুহি পেলালে । চকুৰ দৃষ্টি থকাহেঁতেন সি কি হ'লহেঁতেন ক'ব নোৱাৰি । বা বয়স বাঢ়িলে তাৰ মাতত

এই সুৰ থাকে নে নাথাকে তাকো কব নোৱাৰি। এতিয়া যিখিনি আছে তাতে তাৰ বয়স চেবোৱা কৃতিত্ব ওলাই পৰিছে। ইবা বাইদেৱে ভেনিটী বেগৰপৰা টকা পাঁচটা উলিয়াই বিক্ৰমৰ হাতত দিব খুজিলে। একতাৰাত টুং টুংকৈ লাহে লাহে সি কিবা এটা বজায়েই আছিল। বন্ধ কৰি টকা কেইটা লৈ কোঁচতে থলে। বাইদেউক দেখি কোঁচত বাকীবোৰেও দুই এটকাকৈ বৰঙনি তুলি আৰু সাত টকামান তাৰ কোঁচত তুলি দিলে। হাঁহি মাৰি বিক্ৰমে এবাৰ সুধিলে: ইমান টকাৰে আমি কি কৰিম হুজুৰ? আমাৰ মন কিন্তু বিদেশত থকা বাবে বলী তেতিয়া। ঘৰত হোৱা হ'লে হয়তো দহটা বা কুৰিটা পইচা যাচিলোঁহেঁতেন। এতিয়া দহ-বাৰ টকা দিও সৰহ হোৱা যেন লগা নাই।

বক্তৃতা আৰু টেপৰেকৰ্ডাৰটোৰে সতে বৰুৱা দাদা আহি গোটেই কথাটো বুজিবলৈ চেষ্টা কৰিলে। দাদাক বুজাবলৈ সৰহ পৰ নালাগে। মহেশে দাদাৰ ভেমত হাত বুলাই বিক্ৰমৰ গুণ বৰ্ণাই আমাৰ উদ্দেশ্যৰ কথা কোৱাৰ লগে লগে দাদা মান্তি হ'ল। আগতে মাথোঁ এবাৰ বিক্ৰমৰ গান এটা শুনি লব খুজিলে। বিক্ৰম সাজু হৈয়ে আছে। কোৱাৰ লগ লগে আৰম্ভ কৰিলে:

মাখন চোৰ কহৈলে ভঞ্জন্
কোই শ্যাম মুৰাৰী
গোপ-সখা ভনি ভঞ্জন কোই
কোই কুঞ্জ বিহাৰী......

গোটেই হলটো ৰজনজনাই গ'ল। দাদা মুগ্ধ হ'ল। তেওঁৰ ছোৱালীজনীয়ে ৰেকৰ্ডাৰটো সাজু কৰিবলৈ আঁঠুকাঢ়ি বহি আছিল। বিক্ৰমৰ মাত শুনি 'আয়ৈ'সূচক অভিমত এটা দিলে। বিক্ৰমক বাধা দি সুধিলে, ক'ত শিকিলে সি সেইদৰে গাবলৈ। বিক্ৰম বৈ গ'ল। আঙুলি এটা টোঁৱাই ক'লে: সি শিকালে হুজুৰ! সি? বিক্ৰমে একো নেদেখে। অনুমানতে কেনিবা টোঁৱাই কি দেখুৱালে আমি প্ৰথমে একো বুজা নাছিলোঁ। পিচতে বিক্ৰমে ক'লে, "ই কালুৱে শিকালে মোক আটাইবোৰ ভজন।" কিন্তু কালু বোলা ল'ৰাটো তো সেইখিনিত নাই। আমি তাক মতা নাই বিক্ৰমৰ লগত। বিক্ৰমে কথাটো বোধকৰোঁ কেনেবাকৈ অনুমান কৰি ললে। মাত লগালে: কালু! কিন্তু কালুৱে মাতে ক'ৰপৰা? মই উঠি গ'লোঁ কালুক পাৰিলে মাতি আনো বুলি, যদি আছে ওচৰতে। কিন্তু মোৰ আগতে বিক্ৰম উঠিল। উমানতে খোজ ললে। অহা বাটটো তাৰ মনত আছিল। হলৰ ভিতৰত ক'তো খুন্দা নোখোৱাকৈ দুৱাৰ মুখ পাই লৰ দিবলৈ ধৰিলে। ঘূৰি চাই দেখোঁ তাৰ কোলাৰ টকা কেইটা মাটিলৈ পৰিল। সেইফালে বিক্ৰমৰ মন নাই। চোতাল পাই ডাঙৰকৈ এবাৰ মাতিলে—কালু! আমি অবাক হৈ লৰচৰ কৰিব নোৱৰা হ'লোঁ। প্ৰকাণ্ড গেটখনৰ সিপাৰে কালুৱে তাৰ শিল দুটা লৈ ধেমালি কৰি আছে। বিক্ৰমৰ মাত শুনি আকৌ হুটাকৈ সুধিলে, "কিহে পালে?"

ইতিমধ্যে তাৰ ওচৰ পাই বিক্ৰম আগবাঢ়িল। কালুক মাতিলে, "বল যাওঁ।" কালু পিচে পিচে গৈ থাকিল। এটা শিল আগতে মাৰি আনটোৰে সিটোলৈ টোঁৱাই মাৰি মাৰি খোজ দিলে। বিক্ৰমৰ খোজত নাচৰ আভাস এটা দেখা গ'ল। মুখত শুনা গ'ল:

শেষ নাগ পনি হাৰি গয়ে প্ৰভু
নাম মহিমা অপাৰ—
হে প্ৰভু নাম ছ তিন্নো হাজাৰ....

কথাটো আমি কোনেও ধৰিব নোৱাৰিলোঁ। ধৰিলে সংস্কৃতি অভিমানী বৰুৱা দাদাই: সেইকণ ল'ৰায়ো যশ কাঢ়ি ল'ব নোখোজে!

# সুৰও নিদিয়ে

সৌৰভকুমাৰ চলিহা

বহু ৰাতিলৈ টোপনি খতি কৰি এই সমস্যাটো সমাধান কৰাৰ চেষ্টা কৰিছোঁ :

বহুবিক্ৰম ৰজাৰ তিনিজন মন্ত্ৰী—পৰমবুদ্ধি, মহাবুদ্ধি আৰু অতিবুদ্ধি। তেওঁলোক অতি সুচতুৰ, কিন্তু সাংঘাতিক কূটবুদ্ধি। ৰজাই এদিন গম পালে যে মন্ত্ৰীত্ৰয় তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত। ৰজাই ঠিক কৰিলে যে তিনিওজনকে বন্দীশালত থৈ দিব, কিন্তু ৰাণী সুমতিয়ে ৰজাক বুজাই দিলে যে তেনেহলে দেশৰ শাসনকাৰ্য্য নচলিব, অন্ততঃ এজনক বাহিৰত ৰাখিব লাগিব মন্ত্ৰী হিচাবে (আৰু তেতিয়া হ'লে সেইজনে অকলে অকলে আৰু ষড়যন্ত্ৰও কৰিব নোৱাৰিব)। কোনজনক? আটাইতকৈ বুদ্ধিমান জনক। কিন্তু সেইটো কেনেকৈ ঠিক কৰিব পাৰি? ৰাণী সুমতিয়ে এটা পৰীক্ষা কৰাৰ পৰামৰ্শ দিলে। সেই মতে ৰজা বহুবিক্ৰমে এটা মোনাত তিনিটা বগা টুপী আৰু দুটা ক'লা টুপী লৈ গৈ তিনি মন্ত্ৰীক দেখুৱালে, তাৰ পাচত তেওঁলোকৰ পিচপিনৰপৰা মূৰত একোটাকৈ বগা টুপী পিন্ধাই দিলে, বাকী ক'লা টুপী দুটা মন্ত্ৰীসকলক নেদেখুৱাকৈ পুনৰ মোনাত ভৰাই থলে। প্ৰতিজন মন্ত্ৰীয়ে বাকী আন দুজনৰ মূৰৰ বগা টুপী দুটা দেখিছে, কিন্তু নিজৰ মূৰত কি ৰঙৰ টুপী নাজানে। ৰজাই ক'লে, এতিয়া যিজনে প্ৰথমতে ক'ব পাৰিব তেওঁৰ মূৰত কি ৰঙৰ টুপী আছে, তেওঁ মুক্ত হৈ পুনৰ মোৰ মন্ত্ৰী হ'ব। ..........কিছুসময় যোৱাৰ পাচত পৰমবুদ্ধিয়ে কৈ উঠিল, 'মহাৰাজ, মোৰ মূৰতো আপুনি বগা টুপীয়েই পিন্ধাই দিছে!' প্ৰশ্ন :—পৰমবুদ্ধিয়ে কেনেকৈ উত্তৰটো ভাবি উলিয়ালে?



সঁচাই, কেনেকৈ ভাবি উলিয়ালে? আচৰিত কাণ্ড! বিছনাত উচপিচ কৰিছোঁ, বাৰে বাৰে বাগৰ সলাইছোঁ। এবাৰ উঠি পানী খালোঁ, দেৱালৰ ঘড়ীত এটা বাজিল, দুটা বাজিল, আঢ়েটা বাজিল.........তাৰ পাচত কেতিয়া ভাগৰত টোপনি আহিল ক'ব নোৱাৰোঁ। টোপনিও বৰ শান্তিপূৰ্ণ নহয়, এটা উৎকট সপোন। যাত্ৰাপাৰ্টি। আমাৰ অফিচৰ ডম্বৰু গগৈ—যিজনে আমাক এই সমস্যাটো দিছিল—মস্ত ডাড়ি-গোঁফ লগাই পৰমবুদ্ধি সাজিছে (তেওঁ প্ৰকাণ্ড চেহেৰাৰ মানুহ, ঠিক পাৰ্ট টো লৈছে) মই আৰু আমাৰ অফিচৰ তৰুণ বৰুৱা প্ৰথম শাৰীৰ বেঞ্চখনত বহি যাত্ৰা চাইছোঁ। হঠাৎ দাঁত কৰচি চকু পকাই পৰমবুদ্ধি (গগৈ) বিকট অট্টহাস্য কৰি উঠিল আৰু খাপৰপৰা তৰোৱালখন টান মাৰি উলিয়াই সমস্ত দৰ্শকৰ সম্মুখতে আমাৰ দুয়োৰে বুকুত তাৰ জোঙা আগটোৰে ঠুকিব ধৰিলে : 'নোৱাৰিলে তো ক'ব? নোৱাৰিলে তো ক'ব? থাকক এতিয়া হ'ল্ লাইফ্ জেলত সোমাই, হাঃ হাঃ হাঃ হাঃ —'

গতিকে পুৰা সাৰ পাওঁতে দেৰি হ'ল, কিন্তু বুজিলোঁ যে টোপনি পুৰা হোৱা নাই। লগে লগে পৰমবুদ্ধিৰ কথাটো তৎক্ষণাত আকৌ মনত পৰিল। কি এনে যুক্তি খটালে, কি এইচা দুৰ্দান্ত লজিক? আমাতকৈ ইমান বেচি চালাক আছিল নে পৰমবুদ্ধি? যান্ত্ৰিকভাৱে চকু মোহাৰি টুথপে'ষ্টৰ ডিবাটো টিপিলোঁ, মুখ ধুলোঁ, চাহ খালোঁ। কপাল কুঞ্চিত মস্তিষ্কৰ ভিতৰত সমস্ত চকা বোঁ-বোঁকৈ ঘূৰিছে। চিন্তান্বিত মুখে ডাড়ি খুৰালোঁ—আয়নাত দেখিলোঁ চকুৰ তলত ক'লা দাগ, চকু যেন অলপ বহিও গৈছে। হঠাৎ ডম্বৰু গগৈৰ ওপৰত বিৰাট খং উঠিল—সি কোন? লোকৰ সমস্যা ভাবি নিজৰ অনিষ্ট কৰাৰ মানে হয়? আমি নিজৰ ওপৰতো। হেঃ পৰমবুদ্ধি। মোৰ শৰীৰৰ ওপৰত অত্যাচাৰ কৰিবৰ গৰ্দভ নেকি? ভাবি মোৰ লাভ? কি কামত আহিব? ক'ত প্ৰয়োগ কৰিম?........... কিন্তু, বিয়েলি, পৰমবুদ্ধিয়ে জানিলে কেনেকৈ? আশ্চৰ্য্য! হয়তো এনেকৈ ভাবিলে : মহাবুদ্ধিৰ মূৰত বগা টুপী, অতিবুদ্ধিৰো মূৰত বগা টুপী, গতিকে মোৰ মূৰত যদি ক'লা টুপী হয়, অতিবুদ্ধিয়ে ভাবিব যে—হঠাৎ অন্যমনস্ক হওঁতে থুঁতৰিৰ তলত ব্লেডে কাটিলে, ৰক্তাৰক্তি কাণ্ড। জহান্নামে যক ডম্বৰু গগৈ। নিজে তো ৰাতি বেছ নাক ডাকি শুই লৈছে (নাক নিশ্চয় ডাকে, যি দৈত্য মানুহ!), তৰুণ বৰুৱায়ো নিশ্চয় সুখস্বপ্ন দেখি এতিয়া এঙামুৰি দি উঠিছে। মই গৰ্দভেহে—

কিন্তু ইমান লোভনীয় শান্তিৰে তেওঁলোকে শুইছে জানো ? দুখন বিভিন্ন ছবি ওচৰা-উচৰিকৈ মনত ভাহি উঠিল :

[বিছনাত ডম্বৰু গগৈ (৪২), ৰাতি গেঞ্জি আৰু লুঙি ( বা মৈণীয়েকৰ পুৰণি মেখেলা ) । কোঠালী টিপটাপ । গগৈয়ে গাৰুত হেলান দি পঢ়িছে—২৫-ৱাটৰ বে'ড্ লাইটৰ শ্বে'ডৰ ওপৰত আকৌ কেঁচুৱাটোৰ নেপ্‌কিন এখনৰ ঢাক, যাতে গৃহিণীৰ নিদ্ৰাত ব্যাঘাত নহয় । বিছনাৰ কাষৰ টেবুলত চশমা, মিকশ্চাৰৰ টিন, ছাইদানী, পানীৰ গিলাচ, ঘড়ী, এদ'ম ডিটেক্‌টিভ উপন্যাস আৰু মাটি-বাৰী সংক্ৰান্ত নথি-পত্ৰ ।]

॥ ডম্বৰু গগৈৰ সমস্যা ॥

(ক) ৰাতিপুৱা বিছনাত ব্ৰে'ক্‌ফাষ্ট দিব আহি বাট্‌লাৰ্ হগিন্সে আবিষ্কাৰ কৰিলে চাৰ্ ৱিলিয়াম গুলুক'নেট্ তেওঁৰ শয্যাত শয়ন কৰা নাই । লাইব্ৰেৰী কক্ষৰ বন্ধ দুৱাৰৰ ভিতৰত তেজৰ ডোঙাত মূৰ থৈ চাৰ্ ৱিলিয়াম মৃত অৱস্থাত পৰি আছে । কোনোবাই তেওঁৰ মূৰত ডাঙা মাৰি থৈ গৈছে । কিন্তু স্কটলেণ্ড ইয়াৰ্ডৰ বিশেষজ্ঞৰ মতে ডাণ্ডাডালত অৰ্থাৎ চিমনিৰ কয়লা খোচৰা 'প'কাৰ্'-ডালত থকা আঙুলিৰ ছাপ চাৰ ৱিলিয়ামৰ নিজৰ । আত্মহত্যা ? কিন্তু কেনেকৈ নিজে নিজৰ মূৰত ? আততায়ী ? লাইব্ৰেৰীৰ দুৱাৰ-খিৰিকী সমস্ত ভিতৰৰপৰা বন্ধ আছিল, আততায়ী তেনেহলে কোনপিনে সোমাল ? যোৱা নিশা কোনে ক'ত কি কৰি আছিল ? লে'ডী ফ্লৰেন্সে কিয় নকয় ৰাতি ৯॥ বজাত তেওঁক কোনে টেলিফোন কৰিছিল ? হগিন্সৰ অতীতত কি গোপন কথা লুক্কায়িত আছে ? এ'মিলিৰ লগত বিচাৰ্ডৰ কি সঁচাকৈয়ে কিবা অবৈধ সম্পৰ্ক আছে ? নে সেই কথাৰ কোনো তাৎপৰ্য্য নাই, ঘটনা তাতোকৈ গভীৰ, তাতোকৈ ৰহস্যময় ?

........৭৫ পৃঃ (১২ টা বাজিল) ........১২০ পৃঃ পৃঃ ( ১টা ) ........১৬০ পৃঃ ( ২টা )........

(খ) যোৰহাটত আমাৰ কোম্পানীৰ এটা নতুন শাখা খুলিছে, তালৈ বোলে ইয়াৰপৰা এজন মানুহ বদলি কৰিব পাৰে । কাক পঠিয়াব ? দাসক নিশ্চয় নপঠায়, কাৰণ দাস নহ'লে ইয়াৰ একাউণ্ট্‌চ্ নচলিব ।



তৰুণ বৰুৱাক নিশ্চয় নপঠায়, কাৰণ তৰুণ বৰুৱা ইয়াত ৰেডিঅ'ত গান কৰাত মত্ত, মঞ্জুমালা নেওগ বোলা সেই গায়িকাজনীৰ পিচতো বোলে আজি-কালি মৰিয়া হৈ লাগিছে, সকলোৱে জানে । বদলি কৰিব লাগিলে তেওঁ ইস্তফাই দিব । মোকেই পঠিয়াব তেনেহলে ?

(গ) যোৰহাটলৈ যাব লাগিলে মোৰ ভাৰা দিয়া ঘৰটোৰ কোনে তদাৰক কৰিব ? গাই দুজনীও কি বিক্ৰী কৰি থৈ যাব লাগিব ? দীপ আৰু মামণিৰো স্কুলৰ ট্ৰেন্‌স্‌ফাৰ্ লোৱাব লাগিব—ইচ্, সিহঁতৰ এনুৱেল পৰীক্ষাৰ মাজতে !

[বিছনাত তৰুণ বৰুৱা (২৮), গেঞ্জি আৰু পায়জামা, ৰাতি । কোঠালীৰ নিৰ্দিষ্ট স্থানত কোনো বস্তু নাই, স্ন'-পাউডাৰ, ডাঢ়ি খুৰোৱা সৰঞ্জাম, চিগাৰেটৰ পেকেট, কাপোৰ-কাগজ-পত্ৰ, ৰেকৰ্ডপ্লেয়াৰ সমস্ত ইতস্ততঃ বিক্ষিপ্ত, আঠুৱাৰ বৰীবপৰা জাঙ্গিয়া আৰু গামোচা ওলমিছে, কেলেণ্ডাৰৰ পাত দুমাহ ছিঙা হোৱা নাই, মকৰাৰ জাল । কোঠালীৰ সোঁমাজত এটা ৬০-ৱাটৰ বাল্ব নিৰ্মমভাৱে জ্বলিছে, বাল্বটোৰ পিনে নিনিমেষে চাই চাই বিছনাত কিলাকুটিত ভেজা দি হাতৰ তলুৱাত মূৰ ৰাখি তৰুণ বৰুৱাই চিগাৰেট টানিছে । মূৰ শিতানত এটা টে'প্ ৰেকৰ্ডাৰ, ছাই কেতিয়াবা ছাইদানীত পৰিছে, কেতিয়াবা মজিয়াত, কেতিয়াবা গেঞ্জিত ।]

॥ তৰুণ বৰুৱাৰ সমস্যা ॥

(ক) যোৰহাটত আমাৰ কোম্পানীৰ এটা নতুন শাখা খুলিছে । তালৈ বোলে ইয়াৰপৰা এজন মানুহ বদলি কৰিব পাৰে । কাক পঠিয়াব ? দাসক নিশ্চয় নপঠায় । কাৰণ দাস নহ'লে ইয়াৰ একাউণ্টচ্ নচলিব । গগৈক নিশ্চয় নপঠায়, পুৰণি অভিজ্ঞ মানুহ, ইয়াতে নিগাজী বসতি, তেওঁ সকলো এৰি যাবই বা কেনেকৈ, তেওঁ গ'লে ইয়াৰ অফিচ চলিবই বা কেনেকৈ ? মোকেই পঠিয়াব তেনেহলে ?

(খ) কিন্তু যোৰহাট মানে তো আকৌ মৃদুলা—পুৱা আৰু গধূলি, গধূলি আৰু পুৱা । ইমান অনিশ্চয় মন—এতিয়া কি যোৰহাটলৈ যাব পাৰি ? তাই বাৰু এনেকৈ সপ্তাহত দুখন তিনিখন চিঠি দিয়া আৰম্ভ কৰিছে কিয় ? মই কিমান উত্তৰ দি থাকিম ? কি হৈছে তাইৰ ? সুৰটোও যেন কেনেকুৱা—যেন মই গুৱাহাটি চহৰত হেৰাই গ'লোঁ,

যেন মই আৰু যবলৈ নুভতিম—কি ভাবিছে তাই ?.........যোৱা দুসপ্তাহে এখনো চিঠিৰ উত্তৰ দিব পৰা নাই, সেই কাৰণেই কি এনেকুৱা কৰিছে ? মোৰ ইমান কাম, নুবুজে নেকি—কিন্তু আগতেও তো এনেকুৱা হৈছে। দুহমাহ আখৰ এটা নিলিখাকৈ গৈছে। ক'তা, আগতে তো এনেকুৱা কৰা নাই। আৰু মোৰ গলা দেখোন সদায় ৰেডিঅ'ত শুনিয়েই আছে, মই সশৰীৰেই আছোঁ ! কোনোবা ননচেন্সে তাইক মঞ্জুমালাৰ কথা কিবা লগোৱা নাই তো ? কি বিৰক্তিকৰ—অন্য ছোৱালী এজনীৰ নাম এটা শুনিলেই ছোৱালীবোৰ এনেকুৱা "ফানি" হৈ যায় কিয় ? ক'তা, আমি ল'ৰাবোৰ তো ইমান সন্দেহবাদী নহওঁ। ৰেডিঅ' ষ্টেচনত মঞ্জুমালাই কিমান মানুহৰ লগত 'ডিল্' কৰে। ক'তা মই তো কেতিয়াও......

(গ) অৱশ্যে, মঞ্জুমালাই কিছুমান অতি 'মিনিংলেছ্' কামো কৰে যাৰ কোনো দৰ্কাৰ নাই। তৌফিক বৰবৰাক ইমান গদ-গদ লেক্চাৰ দিবলৈ তাই কিয় প্ৰশ্ৰয় দিব লাগে ? প্ৰগ্ৰাম্ এছিষ্টেণ্ট আৰু আৰ্টিষ্টৰ সম্পৰ্ক যাষ্ট প্ৰগ্ৰাম এছিষ্টেণ্ট আৰু আৰ্টিষ্টৰ সম্পৰ্ক—বাচ, ইয়াৰ মাজত আৰু লেকচাৰৰ জাগা ক'ত। তেওঁ কিয় তাইৰ ঘৰলৈ গৈ প্ৰগ্ৰাম এৰেঞ্জ কৰিব লাগে ? ঘৰত কিয় যাব লাগে ? এইচব কি বাঢ়া-বাঢ়ি ? কিন্তু মোৰ তাত কি ? অৱশ্যে মোৰ লগত মৃদুলাৰ ইমান দিনৰ সম্বন্ধৰ কথাও তাইক অলপ চলপ কৈ দিছোঁ (কোনোবা ননচেন্সেতো ক'বই মই নক'লেও), গতিকে তাইৰেই বা কি ? কিন্তু তেনেহলে, তায়েই বা কিয় মই গৈ ওলালে তৌফিক বৰবৰাক ইমান খৰধৰকৈ বিদায় দিয়ে—বেচেৰাৰ তো সিদিনা মুখখন একেবাৰে লেংৰা আমৰ দৰে হৈ......

অৱশ্যে তৰুণ বৰুৱাৰ এই চিন্তাবোৰ কিংবদন্তী অনুসাৰে সজা—ল'ৰাজনে আমাৰ আগত কেতিয়াও এইবোৰ কথাৰ টু শব্দটি নকৰে—উম্বৰু গগৈয়ে কেতিয়াবা কিবা 'ৰসিকতা' কৰিবৰ উপক্ৰম কৰিলে লৰা-লৰিকৈ মিচিকি হাঁহি এটা মাৰি অন্য কথালৈ জাঁপ মাৰে—মিচিকি হাঁহিটো অৱশ্যে সঁচাকৈয়ে মনোমোহা—

থঁতবিৰ তলত ষ্টিকিং-প্লাষ্টাৰ লগাই অফিচলৈ গ'লোঁ। মনত খেলাল উম্বৰু গগৈক বদলি কৰিলে একো বেয়া নহ'ব, বাতি টোপনি ভাল হ'ব। কিন্তু অৱশেষত মোকেই নপঠায় তো ?



অফিচত দেখিলোঁ গগৈয়ে লাহে ধীৰে এটা ফাইল খুলিব ধৰিছে আৰু তৰুণ বৰুৱাই মৃদু সুহুৰি মাৰি মাৰি পেঞ্চিল এডাল কাটিব ধৰিছে, দুয়োৰে মুখত দুডাল মিক্চাৰ্। গগৈয়ে দিয়া আন এটা সমস্যাৰ কথা মনত পৰি গ'ল :

আপোনাৰ দুজন বন্ধুৱে এখন টেবুলৰ দুপিনে বহি মিক্চাৰ্ টানিছে, মাজত এটা মিক্চাৰৰ টিন। টিনটোৰ ওপৰত এটা চিগাৰেট-পেপাৰ, কাষত এটা দিয়াচলাই। আপুনি গৈ সোমাল। বন্ধু দুজনে একেলগে হাত বঢ়াই মাজত টিনটো আপোনাৰ পিনে ঠেলি দি একেলগে ক'লে, "দাস (বা চৌধুৰী বা হাতীবৰুৱা) আহক, মিক্চাৰ এটা খাওক।" প্ৰশ্ন : আপুনি কেনেকৈ জানিব, মিক্চাৰৰ টিনটো কাৰ ?

মোৰ মনত পৰিল যে ইয়াৰ উত্তৰটো—"যাৰ হাতৰ মিক্চাৰডাল মোটা নহয়, তেওঁৰ"— আনকি গোস্বামীয়ে নিজেই নামানে, কাৰণ নিয়মিত ধূমপায়ীয়ে জানে যে মোটা মিক্চাৰ্ বনাই লাভ নাই, অভ্যস্ত আৰু পৰিমিত চাইজৰ বনালেহে টানি সুখ। যিহওক, ময়ো এটা অভ্যস্ত চাইজৰ মিক্চাৰ্ পকাই পকাই সুধিলোঁ, 'কি, ট্ৰেন্স্ফাৰ্ অৰ্ডাৰ-টৰ্ডাৰ কিবা আহিল নেকি ?'

তৰুণ বৰুৱাই একো উত্তৰ নিদি পেন্সিলডাল জোঙা কৰিব ধৰিলে। গগৈয়ে ক'লে, 'নাই। কিয়, আপুনি যাব খুজিছে ?'

তাৰ উত্তৰ অৱশ্যে এটা 'কি যে—কয়' সূচক হাঁহি।

'মই ? কি যে কয়, গগৈ !'

'টুপীৰ প্ৰব্লেমটো চল্ভ্ কৰিলে ?'

'এ—নাই। ভাবিবৰ সময়েই পোৱা নাই। ভাবিম ৰ'ব।'

'অঁ, ভাবিলে ওলাব। সহজ। অঁ, নোলাব কিয় ? আপুনি এবাৰ ভালকৈ মন দি ভাবি চালেই ক্লিয়াৰ হৈ যাব। ভাবকচোন ভাবক।'

(আচ্ছা ? তাৰ মানে গগৈয়ে ভাবিছে যে মোৰ দ্বাৰা আৰু এই বছৰত নহ'ব ! বাৰু, দেখা যাব। দেখা যাব।)

তাৰ পাচত অফিচৰ ৰুটিন আৰম্ভ হ'ল, অৰ্থাৎ চাহ আহিল, তামোল আহিল আৰু আমি চাহৰ মাজে মাজে পুনৰ 'কাক বদলি কৰিব পাৰে' এই সমস্যাটোৰ পৰ্যালোচনা কৰিলোঁ। প্ৰত্যেকৰে দৃঢ় বিশ্বাস, বাকী দুজনক ইয়াতে ৰাখিব, তেওঁ নিজেহে বাকচ বান্ধিব লাগিব। কিন্তু

ঘৰ-মাটি গৰু-গাই এৰি গগৈ যাব নোৱাৰে। মই ইয়াত আবেলি আইনৰ ক্লাছ কৰি আছোঁ। তৰুণ বৰুৱা নাযায় কিয় ? তৰুণ বৰুৱাৰ নিজৰ ঘৰ যোৰহাটৰ ইমান কাষত, শিৱসাগৰত, 'ডাং-ঘৰলা' মুক্ত মানুহ, তেওঁৰ যোৱাত বাধা কি ? ইমান আপত্তি কিহৰ ? তৰুণ বৰুৱাই মাথোঁ মিচিকি মিচিকি হাঁহে, তেওঁ হেনো যোৰহাট ঘৰ বেয়া পায়। শেষ চুমুকটো মৰাৰ লগে লগে মই গম পালোঁ যে ইতিমধ্যে মই আমাৰ বদলিৰ সমস্যাটো মন্ত্ৰীৰ টুপীৰ সমস্যাৰ সাঁচত ঢালিবৰ চেষ্টা কৰিছোঁ :

গুৱাহাটীৰ এটা অফিচত তিনিজন সহকৰ্মী—গগৈ, বৰুৱা আৰু দাস। যোৰহাটত তেওঁলোকৰ এটা শাখা খোলা হ'ল, তাতৈ গুৱাহাটীৰপৰা এজনক পঠিয়াব পাৰে ( নপঠিয়াবও পাৰে )। মেনেজিং ডিৰেক্টৰৰ মনোভাব, চিলঙৰ চেক্রেটাৰীয়েটৰ ডিলিং এছিষ্টেণ্টৰ খবৰ, আদি বিভিন্ন সূত্ৰৰপৰা পোৱা তথ্য অনুসাৰে প্ৰতিজন নিশ্চিত যে বাকী দুজনক ৰাখি গুৱাহাটীতে ( বগা টুপী ), তেওঁ নিজৰ ক্ষেত্ৰত যে দুটা সম্ভাৱনা—হয় গুৱাহাটী ( বগা টুপী ) নহয় যোৰহাট ( ক'লা টুপী )। কিদৰে জানিব পাৰি, তেওঁক গুৱাহাটীতে ৰাখিব নে যোৰহাটলৈ পঠিয়াব ?

দুপৰীয়া টিফিনৰ সময়ত তৰুণ বৰুৱাক অকলে পাই ক'লোঁ যে আমি এনেকৈ ভাবি নমৰি কিজানি এই উপায়ে আমাৰ বদলিৰ সমস্যাটোৰ সমাধান কৰি পেলাব পাৰিম। তৰুণ বৰুৱাই আৰু এটা মৃদু স্থহৰি দি দি অলপ সময় ভাবিলে, তাৰ পাচত মিচিকি হাঁহিটো মাৰি মূৰ জোকাৰিলে।

'নাই, নহ'ব বোধহয়।'

'কেনেকৈ জানিলে নহ'ব ? একেই তো দুয়োটা ঘটনা। মানে, প্ৰায় একে।'

'নহ'ব কিজানি। কাৰণ মই চলিউচনটো জানো—'

'জানে ?'

যোৱা কালি গগৈৰ আগত বোলে তৰুণ বৰুৱাই স্বীকাৰ কৰি পেলালে যে তেওঁ নোৱাৰিব। আচলতে, তেওঁ ক'লে, সেইটো মনত ৰাজি থাকিলে তেওঁৰ বহুত সময় বেকাৰ নষ্ট হয়। অইন চিন্তাৰ মাজত ( মৃদুলা ? মঞ্জুমালা ? ) ঘপকৈ তাচৰ গোলামৰ দৰে চেহাৰাৰ তিনিটা মন্ত্ৰী চকুৰ আগত ভাঁহি উঠে, দস্তৰমত আতঙ্ক এটা। গতিকে কৈয়েই দিলে -



'মই নোৱাৰিম গগৈ, কওক পৰমবুদ্ধিয়ে কেনেকৈ উলিয়ালে ?'

'কৈ দিম নেকি ?'

অপাৰ কৌতূহল। কিন্তু মনে মনে থাকিলোঁ। গতিকে তৰুণ বৰুৱাই কৈ দিলে, পৰমবুদ্ধিয়ে কেনেকৈ উলিয়ালে।

এনেকৈ উলিয়ালে :

পৰমবুদ্ধিয়ে ভাবিলে : দুটা সম্ভাৱনা আছে—মোৰ মূৰত হয় ক'লা টুপী, নহয় বগা টুপী। যদি ক'লা টুপী হয়, অতি বুদ্ধিয়ে কি ভাবিব ? আৰু মহাবুদ্ধিয়ে কি ভাবিব ? এটা এটাকৈ চোৱা যাওক। অতিবুদ্ধিয়ে ভাবিব, 'মহাবুদ্ধিয়ে দেখিছে পৰমবুদ্ধিৰ মূৰত ক'লা টুপী, গতিকে মোৰ ( অৰ্থাৎ অতি বুদ্ধিৰ ) মূৰতো যদি ক'লা টুপী হয়, তেন্তে মহাবুদ্ধিয়ে তৎক্ষণাত বুজি পাব যে তেওঁৰ নিজৰ মূৰত ক'লা টুপী হ'ব নোৱাৰে, কাৰণ ক'লা টুপী মাত্ৰ দুটাহে আছিল।' কিন্তু মহাবুদ্ধিয়ে উত্তৰটো ক'ব পৰা নাই। গতিকে.............

'আ—বুজিছোঁ, বুজিছোঁ !' মই চিঞৰি উঠিলোঁ।

'অঁ, বাকীখিনি সহজ, তৰুণ বৰুৱাই সন্মতি জনালে, আৰু আকৌ মিচিকি হাঁহিটো মাৰিলে।

এঃ এইটো তো হয়েই, একেবাৰে দেখাদেখি কথা। পৰমবুদ্ধিয়ে এনেকৈ নাভাবি আৰু কেনেকৈ ভাবিব ? পৰমবুদ্ধিৰ অৱস্থাত পৰা-হেঁতেন ময়ো কি ঠিক এইধৰণেই নাভাবিলোঁহেঁতেন ? পৰমবুদ্ধি নহওঁ দেখিছে.........কিন্তু বিংশ শতাব্দীৰ গুৱাহাটীৰ অফিচৰ দাসবাবু হৈও মই দেখোন আমাৰ অনুৰূপ বদলিৰ সমস্যাটো—সঁচাকৈ গৰ্দভেই নেকি ? ইমান সাধাৰণ যুক্তিখিনিকে মই কালিৰপৰা ভাবি ভাবি—কিন্তু নহয়। এই সমস্যা বাস্তৱ জীৱনৰ সমস্যা, ইয়াত বাহিৰা বহুত কথা আছে, বহুত ফেক্টৰ্ আছে, শ্ৰেফ ক'লা আৰু বগাৰ কথা নহয়। ব'ৰ্ড্ অফ ডিৰেক্টৰ্চৰ 'এটিচিউড্', চেয়াৰমেনৰ স্বাৰ্থ, নানাৰকম 'ৰচী-টনাটনি', নানাৰকম....। আধা মিনিটমান চকু মুদি ময়ো তৰুণ বৰুৱাৰ কথাত সন্মতি জনাবলৈ বাধ্য হ'লোঁ—ঠিকেই, হুবহু অনুৰূপ কৰি আমাৰ বদলিৰ সমস্যাটো সজালেও পৰমবুদ্ধিৰ যুক্তিৰে কোনোমতেই...........

তিনি বজাত ৰেডিঅ' ষ্টেচনত ৰেকৰ্ডিং আছে বুলি তৰুণ বৰুৱা পলাল। ফাইলটো বন্ধ কৰি গগৈক ক'লোঁ যে মই কথাটো ভাবি আনিছিলোঁৱেই,

হঠাতে কথা নাই বাৰ্তা নাই তৰুণ বৰুৱাই ধাঁ কৰি চব কৈ দিলে! এনেকুৱা নো হব লাগে নে, কোনো কথা পেটত ৰাখিব নোৱাৰে —একে-বাৰে ছোৱালী মানুহৰ দৰে। গগৈয়ে মুখ গম্ভীৰ কৰি ক'লে, 'এঃ কৈয়েই দিলে? নষ্ট কৰিলে, নষ্ট কৰিলে। মযো একেবাৰে চিয়'ৰ হৈ আছিলোঁ বুজিছে দাস, যে আজি ঘৰলৈ যোৱাৰ আগতে আপুনি নিশ্চয় চলিউচনটো দি যাব—এঃ!'

দুখ আৰু নৈৰাশ্যত গগৈৰ মাংসল মুখখন যেন ম্ৰিয়মান হৈ পৰিল।

( খুব—খুব স্ফূৰ্তি, হঁা? আচ্ছা, ইয়াৰ পিচৰটো দিয়কচোন কি দিয়ে চাওঁ—)

দিলে। এজন মানুহে এটা পোহনীয়া ( ! ) বাঘ, এটা ছাগলী আৰু এবোজা পাণ লগত লৈ এখন নৈৰ পাৰলৈ আহিল। পাৰত এখন নাও বন্ধা আছে। সিপাৰলৈ যাব লাগে। নাৱত মাথোন দুবিধ 'বস্তু' যাব পাৰে, যেনে মানুহ আৰু ছাগলী, বা ছাগলী আৰু বাঘ, বা বাঘ আৰু পাণ, ইত্যাদি। কিন্তু বাঘে ছাগলীয়ে অকলে থাকিলে বাঘে ছাগলীক খাই পেলাব, ছাগলীয়ে পাণে অকলে থাকিলে ছাগলীয়ে পাণ খাই পেলাব। সমস্যাটো এই: মানুহজনে আটাইবোৰকে এতিয়া কেনেকৈ সিপাৰ কৰিব?

হঠাৎ খট্‌কা লাগিল—এইটোৰ উত্তৰ দেখোন তৃতীয়মান শ্ৰেণীৰ ল'ৰায়ো পাৰিব! দেখোন আনকি তৰুণ বৰুৱায়ো পাৰিব!

অলপ বিৰক্তিৰে ক'লোঁ, 'এইটো গাধাৰ প্ৰব্লেম দেখোন আমি হাফ-পেণ্ট পিন্ধা অৱস্থাতে শুনিছিলোঁ। আপুনি আজিহে আবিষ্কাৰ কৰিলে নে?'

'এ, হয় নেকি?' বিস্ময়ত গগৈ আকাশৰপৰা পৰিল। 'বাৰু, এইটো বাদ দিয়ক। এইটো চাওকচোন—সহজ, আপুনি এবাৰ ভাবিলেই ওলাই যাব—'

তেওঁ একডজন কমলাৰ সমস্যা এটা দিলে, বাবটাৰ ভিতৰত এটা কমলা সামান্য বেলেগ। ঠিক আছে, এতিয়া তো যাবৰে হ'ল, পদ্ম-বাবুৱে টাইপৰাইটাৰটো ঢাকিব ধৰিছে। ঘৰত গৈ ভাবিম।

কিন্তু ঘৰত গৈ সেইটো নাভাবিলোঁ। চাহ খাই ল কলেজলৈ গ'লোঁ, তাৰ পাচত উভতি আহি মিক্‌শ্চাৰ এটা জ্বলাই আধাপঢ়া উপন্যাসখন হাতত ললোঁ। বেটুপাতৰ ছবিত দৃষ্টি বৈ গ'ল। দুজনী ছোৱালীৰ মুখ, এটা ল'ৰাৰ মুখ। অৱশ্যেই, চিৰন্তন ত্ৰিভুজ। অৰ্থাৎ বেছ এটা



সমস্যা। ল'ৰাটোৰ মুখখন তৰুণ বৰুৱাৰ মুখৰ দৰে একেবাৰে নহয়, কিন্তু গোটেই দিনটো অবচেতন মনত খেলি থকা সমস্যাটো হঠাৎ ওপৰলৈ উঠি আহিল:

তৰুণ বৰুৱাই যোৰহাটলৈ যাব নোখোজে। যোৰহাটলৈ গ'লে বিয়াৰ হাঙ্গামাত পৰিব, নানা ৰকমৰ চাপ পৰিব। তাৰ আগতে তেওঁ নিশ্চিত হ'ব বিচাৰে, তেওঁ প্ৰকৃততে কাক ভাল পায়—মৃদুলাক নে মঞ্জুমালাক?

আৰু তাৰ লগত গগৈয়ে উত্থাপন কৰা পুৰণি আন এটা সমান্তৰাল সমস্যা ( এইটোও বন্দীশালৰ ):

বন্দীশালত বন্দী। বন্দীশালত দুখন দুৱাৰ, বন্দীয়ে যি কোনো এখনেৰে বাহিৰ হৈ যাব পাৰে। এখন দুৱাৰেদি ওলাই গ'লে বন্দী চিৰদিনৰ বাবে মুক্ত, কিন্তু ইখন দুৱাৰৰ বাহিৰত ফাঁচীৰ গড়া প্ৰস্তুত হৈ আছে, সেইপিনে বাহিৰ হ'লেই তেওঁক ওলোমাই দিয়া হ'ব। দুই দুৱাৰ দুজন প্ৰহৰীয়ে পহৰা দিছে। এজন প্ৰহৰীয়ে সদায় সঁচা কথা কয়। ইজন প্ৰহৰীয়ে সদায় মিছা কথা কয়। কোনজন সত্যবাদী, কোনজন মিথ্যাবাদী, কোনখন মুক্তিৰ দ্বাৰ, কোনখন মৃত্যুৰ দ্বাৰ— বন্দীয়ে একো নাজানে। যি কোনো এজনক বন্দীয়ে যি কোনো এটা মাত্ৰ প্ৰশ্ন কৰিব আৰু তাৰ যি উত্তৰেই পাওক, তাৰপৰা বন্দীয়ে জানিব পাৰিব, মুক্তিৰ দ্বাৰ কোনখন। প্ৰশ্ন: প্ৰশ্নটো কি?

চিন চিন মিক্‌শ্চাৰ আৰু বাল্টি বাল্টি ঘামৰ শেষত ইয়াৰ উত্তৰো গগৈয়ে বিজয়গৰ্বে আমাক কৈছে: বন্দীয়ে সুধিব, "তোমাৰ এই লগৰীয়া জনক যদি মই সোধোঁ, মুক্তিৰ দ্বাৰ কোনখন—তেওঁ কোনখন দেখুৱাই দিব?" যদি মিথ্যাবাদীক সোধে, মিথ্যাবাদীয়ে মৃত্যুৰ দুৱাৰখন দেখুৱাই দিব ( কাৰণ মিথ্যাবাদীয়ে জানে যে সত্যবাদীয়ে মুক্তিৰ দুৱাৰখনেই দেখু-ৱাব)। যদি সত্যবাদীক সোধে, সত্যবাদীয়েও মৃত্যুৰ দুৱাৰখন দেখুৱাই দিব ( কাৰণ সত্যবাদীয়ে জানে যে মিথ্যাবাদীয়ে মৃত্যুৰ দুৱাৰখন দেখুৱাই দিব)। উভয়ক্ষেত্ৰতে, দুয়োজন প্ৰহৰীয়ে মৃত্যুৰ দুৱাৰখন দেখুৱাই দিব। গতিকে বন্দীয়ে ইখন দুৱাৰেদি ওলাই যাব।

এতিয়া তৰুণ বৰুৱাই জানে যে মৃদুলা বা মঞ্জুমালাক সুধি তেওঁৰ লাভ নাই, কাৰণ তাইহঁতে কেতিয়াও বস্তুগত উত্তৰ নিদিয়ে (বা দিব নোৱাৰে)।

গোটেই পৃথিৱীৰ কোনো মানুহকে স্থিৰ লাভ নাই, কাৰণ প্ৰেমত পৰা মানুহে নিজে যিটো সঁচা বুলি ভাবিছে, হাজাৰ বিপৰীত যুক্তি চকুত আঙুলি দি দেখুৱাই দিলেও সেইটো সঁচা বুলি মানি নলয়। গতিকে তৰুণ বৰুৱাই একমাত্ৰ নিজক স্থিৰ চাব পাৰে। অভিজ্ঞতাই (যেনে, মৃদুলাক দুদিন নেদেখিলে মনটো কেনে লাগে, ইত্যাদি) বহুত ইঙ্গিত দিয়ে, কাল্পনিক পৰীক্ষাও বহুত কৰি চাব পাৰি (যেনে, মঞ্জুমালা যদি কালি তৌফিক বৰ-বৰাৰ লগত-- কি কল্পনা !—উটকামণ্ড বা মঙ্গলগ্ৰহলৈ চিৰদিনৰ বাবে গুচি যায়, মনটো কেনে লাগিব, ইত্যাদি)। কিন্তু সকলোৱে জানে এইবোৰ সিদ্ধান্ত নিৰ্ভৰযোগ্য নহয়। আমাৰ যিটো ভাল লাগে বুলি মনে ধৰে (অন্তৰৰ অন্তঃস্থলত ভাল নালাগিবও পাৰে), অভিজ্ঞতাবোৰৰ অৰ্থ আমি সেই পিনে চালনা কৰি নিব পাৰোঁ অতি সহজেই। আৰু কাল্পনিক পৰীক্ষাবোৰ—সেইবোৰৰ ওপৰত আমাৰ মানসিক আবহাওৱাৰ ৰহণ পৰিবলৈ বাধ্য। গতিকে নিজৰ অভ্যন্তৰৰ পৰা সঠিক উত্তৰটো উলিয়াব লাগিব, তাৰ বাহিৰে আৰু কোনো উপায় নাই। ফাউষ্টে কৈছে, 'দুটি আত্মা বাস কৰে, আঃ, মোৰে বুকুত'। আমাৰ শাস্ত্ৰই কিন্তু কৈছে, 'মাত্ৰ দুটা ?' ইমান কম ? কি হ'ব তাৰে, মাত্ৰ দুটা আত্মা কাৰ নাকত দিবা ? নহয়, নহয়, আমাৰ বুকুত বাস কৰে হাজাৰ আত্মা—অথবা, এনেকৈও ক'ব পাৰা : এটা মস্ত আত্মা আছে, তাৰ নাম পৰমাত্মা। আমি তাৰ বিভিন্ন বিভিন্ন টুকুৰা। আৰু আমাৰ প্ৰত্যেকতেই আকৌ টুকুৰাবোৰৰ অসংখ্য অসংখ্য টুকুৰা। আৰু কোনটো টুকুৰা যে কি সেইটোও বুকু ডাঠি কোৱাৰ কাৰো বাবাৰ সাধ্য নাই, কোনেও ক'ব নোৱাৰে এইটো সম্পূৰ্ণ বগা, এইটো নিভাঁজ ক'লা, এইটো এটা শতকৰা এশভাগ ধৰ্মভীৰু টুকুৰা, আৰু এইডোখৰ ৰুগ্না, বিবৰ্ণ, অস্বাস্থ্যকৰ টুকুৰা, পূৰা লম্পট। কিন্তু হাজাৰটা টুকুৰা লৈ কাৰবাৰ কৰাও বৰ সহজ কাম নহয়, গতিকে আমি সদ্যহতে বিজ্ঞ ডক্টৰ ম্হানেচ্ ফাউষ্টৰ ধাৰণাকেই সঁচা বুলি ধৰি লম........এনেকৈ মই লাহে লাহে থাক কয়-- 'তৰুণ বৰুৱাৰ জোতাত ভৰি সুমুৱালোঁ', মোৰ ধমনীত দহবছৰ আগৰ উত্তপ্ত তেজ বৈছে, স্বয়ংক্ৰিয়ভাৱে গান এটা স্থহুৰি মাৰি মাৰি মই কথাটো ভাবিছোঁ, মোৰ সোঁহাতে মৃদুলা, মোৰ বাওঁহাতে মঞ্জুমালা, আৰু মোৰ বুকুত ফাউষ্টৰ দৰে দুটা আত্মা, বা সত্তা বা মন বা ব্যক্তিত্ব, এটাই সদায় সচা কথা কয়, এটাই সদায় মিছা কথা কয়, বন্দী-



শালৰ প্ৰহৰী দুজনৰ দৰে। এতিয়া, যি কোনো এটা আত্মাক (নাজানো, কোনটো কোন) যদি মই প্ৰশ্ন কৰোঁ : 'তোমাৰ লগৰীয়া আত্মাক যদি মই সোধোঁ, মই মৃদুলাক ভাল পাওঁ, নে মঞ্জুমালাক'—তেনেহলে তেওঁ আঙুলিয়াই দিব কাৰ পিনে ? কি উত্তৰ ?

কিন্তু উত্তৰটো কোনপিনে আহিব ? কিহেৰে আহিব ? কোন মাধ্যমেৰে আহিব ? মহা মুস্কিল তো !

গতিকে ৰাতি শুবৰ সময়ত আঠুৰাখন নেপেলাই টেবুল-লাইটটো জ্বলাই কাগজ-পেন্সিল লৈ বহিলোঁ। বাৰটা কমলা, দেখিবলৈ অবিকল একে। তাৰে এবাৰটাৰ ওজনো একে। মাখোঁ এটা কমলাৰ ওজন অলপ বেচি বা অলপ কম (কম নে বেচি জনা নাই)। এখন পাল্লা আছে। দগা নাই। খুব ভালকৈ জানো যে ইহ জনমত এনেকুৱা এটা পৰিস্থিতিৰ উত্তৰ নহ'ব :

> চাকৰি গৈছে। এতিয়া ঘৰে ঘৰে আম আৰু কমলা ফেৰী কৰোঁ। লগত দগা-পাল্লাও থাকে। এদিন গোটেইবোৰ দগা হেৰাই থাকিল। এঘৰৰ গৃহিণীয়ে বাৰান্দাৰপৰা 'এই কমলা' বুলি মাতিলে। একডজন কমলা লব। মই ক'লোঁ যে এটাৰ ওজন সামান্য ইফাল-সিফাল হ'ব পাৰে। গৃহিণীয়ে হঠাৎ কাপোৰৰ মাজৰপৰা ৰিভলভাৰ এটা উলিয়াই আনি মোৰ মূৰত টোঁৱাই ধৰিলে আৰু হিমশীতল কণ্ঠে ক'লে, 'তিনিবাৰ ওজন কৰিবৰ অনুমতি দিছোঁ, মাত্ৰ তিনিবাৰ। এই তিনিবাৰৰ ভিতৰত কমলা বাৰটা ই-পাল্লা সি-পাল্লা কৰি উলিয়াই দিয়া, কোনটো কমলা বেলেগ, আৰু তাৰ ওজন ইবোৰতকৈ কম নে বেচি। কিন্তু সাৱধান, মাত্ৰ তিনিবাৰ ! নহ'লে—'

কিন্তু কাগজত একডজন 'কমলা' আঁকি তন্ময় হৈ এক, দুই কৈ নম্বৰ দিব ধৰিলোঁ।

# সহযোগ

শ্ৰীনীলিমা শৰ্মা

কলহৰ কাণেদি পৰা বৰষুণ। পুৱাৰেপৰা দিছে। মাজে মাজে বতাহে খোলা খিৰিকীৰে বৰষুণ পানীবোৰ মজিয়াত সিঁচি দিছে। চম্পা দাসে খিৰিকীকেইখন বন্ধ কৰি নিদিলে। শাওণ মাহৰ বতাহ-বৰষুণৰ এই উদ্দাম গতিটো কোঠাৰ ভিতৰৰপৰা উপভোগ কৰিবলৈ চম্পাৰ ভাল লাগে। নতুন যৌৱনৰ উচ্ছলতাত 'গচকত যঁতৰ ভঙা' মনটোলৈ মনত পৰে। আকাশখন ক'লা মেঘে ঢাকি থোৱা কাৰণেই হয়তো সময়তকৈ সন্ধিয়া সোনকালে নামিছে। এনেয়ে পাঁচ বজাত চম্পা দাসে লাইব্ৰেৰী বন্ধ কৰি দিয়ে। আজি চাৰে পাঁচ বাজিল। পাহাৰী ছোৱালী এজাকৰ বাহিৰে বাকীবোৰ ছোৱালী ইতিমধ্যে ঘৰাঘৰি গ'ল। খাচী আৰু লুচাই ছোৱালীমখাই কমন-ৰুমৰ ড্ৰেছিং আইনাখনৰ সন্মুখত ভিৰ পাতিছে। কলেজ ছুটীৰ শেষত সিহঁতে সদায় ড্ৰেছিং আইনাৰ কাষত ভিৰ পাতে। মুখত পাউডাৰৰ গভীৰ লেপন দিয়ে। ওঁঠ দুপাহ লিপ্‌ষ্টিকেৰে তেজৰঙা কৰি লয়। তাৰ পাচত সিহঁতৰ কোনোবা কোনোবাক নিবলৈ কৰবাৰপৰা কেইখনমান টেক্সি আহে। বহুতো ডেকা বন্ধুৱে গেটৰ বাহিৰত অ'ত-ত'ত অপেক্ষাৰত হৈ থাকে বান্ধৱীসকলৰ বাবে। তাৰ পাচত সিহঁতে যোৰ পাতি সুকীয়া বাটেৰে কেনিবা যায়। ঘৰলৈ কিজানি। চম্পা দাসে কৰুণাৰ বন্ধু ধৰণী বৰাকো এদিন গেটৰ কাষত ৰৈ থকা দেখিছিল। ধৰণী বৰাই তৃতীয় বাৰ্ষিকৰ মেৰী লুইচ নামৰ ৰূপহী খাচীয়া গাভৰুজনীক চকু টিপিয়াই আমন্ত্ৰণ জনাইছিল। মেৰী লুইচে



তাইৰ তামোলেৰে ৰঙা জিভাখন উলিয়াই সিঞাৰি দিছিল। কিন্তু আজিৰ এই বৰষুণৰ বতৰত ধৰণী বৰাৰ টেক্সিতে মেৰী লুইচ কেনিবা গৈছে।

ছোৱালীবোৰ এজনী এজনীকৈ আটাইবোৰ গ'ল। কলেজটো উকঙা হৈ পৰিল। বতাহজাক ক্ৰমে কোবাল গতিৰে বৈছে। বৰষুণ আজি নেৰিবই হয়তো। ছয় বাজিল। বাহিৰত আন্ধাৰবোৰ ক্ৰমে ঘনীভূত হৈছে। চম্পা আহি খিৰিকীৰ কাষত থিয় হ'ল। কোনোবাই যদি তাইক আজি 'লিফ্‌ট' এটা দিলেহেঁতেন! 'কোনোবাই' ?—ওহোঁ, অধ্যাপক মল্লিকে। মল্লিকৰ আজি ক্লাছ আছে নে নাই? বৰষুণ দিলে মল্লিকে পুৰণি 'অষ্টিন' গাড়ীখন লৈ আহে। আবেগ-বিহ্বল দৃষ্টিটোৰে আগৰ চিটৰ দুৱাৰখন খুলি দি মল্লিকে কয়, "মোৰ পুৰণি বাহনখনক ধন্য নকৰে জানো?" তাই হাঁহি হাঁহি যি মন যায় তাকে উত্তৰ দি দিয়ে। চম্পাই তাইৰ ঘূৰণীয়া ডিঙিৰ ব্লাউজটোৰে ওলাই থকা পিঠিৰ একাংশত কিবা এটাৰ স্পৰ্শ অনুভৱ কৰিলে। ঘূৰি চাই চম্পাই দেখিলে, মল্লিক তাইৰ একেবাৰে কাষত থিয় হৈ আছে। মল্লিকৰ 'জড়িয়া'ক টাইডালৰ আগটো আহি তাইৰ পিঠিত চুঁচৰিছেহি। তাই একো নক'লে। মল্লিক নিশব্দে থিয় হৈ ৰ'ল। যেন সিহঁতৰ কবলগীয়া একো কথা নাই। যেন সিহঁত দুয়ো বতাহ-বৰষুণ আৰু অন্ধকাৰৰ মাজত একেটা আপুৰুগীয়া বস্তুকে বিচৰাৰ কষ্ট কৰিছে। কিছুপৰৰ পাচত চম্পা দাসে গতানুগতিকভাৱে ক'লে, "যদি কোনোবাই দেখিছে!" অভয় দি মল্লিকে ক'লে, "ষ্টাফ ৰুমটো উদং। কোনো অহা নাই। নৈশ শ্ৰেণীৰ ছাত্ৰীহঁতে আজি ঘৰত আৰাম কৰিছে।" আকৌ সিহঁত নিৰৱ হৈ পৰিল। নিজা নিজা ঘৰ দুখনৰ কথা দুয়ো যত্ন কৰি নাভাবিবলৈ চেষ্টা কৰিলে। চম্পাই জানে, তাইৰ 'পৰম গুৰু' কৰুণ দাসে অফিচৰপৰা বাহিৰে বাহিৰে টেৰেণীতাৰ চোৰাং মদৰ আড্ডালৈ যায়। নিশা ন বজাৰ আগতে কৰুণৰ ঘৰলৈ ওভতাৰ অভ্যাস নাই। ন বজাত ঘৰ সোমাই সাজ-পাৰ নসলোৱাকৈয়ে কৰুণ খাবলৈ বহি পৰে। অসংলগ্ন হাজাৰ কথা কৈ যায়। কেতিয়াবা টেৰেণীতাৰ কথাও কয়। টেৰেণীতাৰ নিচিনা সাদৰী তিৰোতা হেনো অসম দেশত নাই। অধ্যাপক মল্লিকে জানে, তেওঁ ঘৰ সোমোৱাৰ লগে লগে স্ত্ৰী অপালী মল্লিকে দিনটোৰ যাতনাৰ এটা দীঘলীয়া বক্তৃতা দিব। দুৰাৰোগ্য ব্যাধিত ভোগা ৰোগীৰ দৰে ইনাই-বিনাই জনাব,

দিনটোৰ কেইঘণ্টা তেওঁৰ অসহ্য মূৰৰ বিষ হৈছিল, পেটৰ কোন অংশত পোৰণি অনুভৱ কৰিছিল, আৰু সন্ধিয়া নমাৰ লগে লগে তেওঁৰ হাত-ভৰিৰ জোৰাবোৰ কেনেকৈ সুলকি যোৱাৰ উপক্ৰম কৰে, ইত্যাদি। গাঁচতীয়া ধন ভাঙি মল্লিকে অপালীক কেবাজনো খ্যাতনামা চিকিৎসকক দেখুৱাইছিল। শৰীৰত কোনেও একো খুঁত বিচাৰি নাপালে। খুঁত বিচাৰি পোৱা গ'ল মনত। অপালীৰ সন্দেহবোধটো সীমাতীতভাৱে বেচি। অপালীৰ ধাৰণা, তাই স্বামীৰপৰা প্ৰাপ্য মৰম নাপায়। মল্লিকে কেৱল তাইৰ মৰমতে নিজক বন্দী কৰি ৰাখিবলৈ নিবিচাৰে। বাহিৰৰ জগৎখনৰ প্ৰতি মল্লিকৰ আকৰ্ষণ বেচি। সেয়েই তাই উপেক্ষিতা। মল্লিক ছোৱালী কলেজৰ অধ্যাপক। জুলাই মাহত কলেজবোৰৰ 'ন-বছৰ' আৰম্ভ হোৱাৰ লগে লগে অপালীয়ে মল্লিকক সোধে, "এই বছৰৰ তোমাৰ নতুন ছাত্ৰীবোৰ বৰ ধুনীয়া?" বিৰক্ত হৈ মল্লিকে কেতিয়াবা কঠুৱাকৈ উত্তৰ দিয়ে। ক্ৰমে ক্ৰমে অপালীৰ মনৰ অপূৰণ বাসনাবোৰে চৰিতাৰ্থৰ হেঁপাহত কিছুমান আওপকীয়া পথ বাছি ললে। যেতিয়াই তেতিয়াই তাইৰ মূৰৰ বিষ হয়। পেটৰ পোৰণি হয়। হাত-ভৰিৰ জোৰাবোৰ সুলকি পৰিব খোজা যেন অনুভৱ কৰে। ঔষধ খালে আৰোগ্য নহয়। কিন্তু মল্লিকে কলেজ খতি কৰি দিনৰ দিনটো কাষত বহি আলফুলে শুশ্ৰূষা কৰিলে সুস্থ হৈ পৰে। পৰিবৰ্তনৰ কাৰণে মল্লিকে দুই-এবাৰ স্বাস্থ্যকৰ চহৰ একোখনলৈ ফুৰিবলৈ নিছিল। ঘৰৰ বাহিৰত, স্বামীৰ কাষত অপালী ভালে থাকে। ঘৰ পোৱাৰ পাচত, জীৱনৰ পুৰণি ৰুটিন আৰম্ভ হোৱাৰ লগে লগে অপালীৰ মনেপতা ৰোগবোৰ ভুৱা শাৰীৰিক ৰোগ হৈ দেখা দিয়ে। যোৱা তিনি বছৰে অসুখ বাঢ়ি অধ্যাপক মল্লিক অতিষ্ঠ হৈ পৰিছে। কলেজ লাইব্ৰেৰীৰ এছিষ্টেণ্ট লাইব্ৰেৰীয়ান চম্পা দাসৰ মাজত মল্লিকে শান্তিৰ এধানমান আশ্ৰয় বিচাৰি লৈছে। চম্পা দাসে আপুৰুগীয়া নিৰ্জনতাত কেতিয়াবা আশীৰ্বাদৰ দৰে পোৱা মল্লিকৰ মৰমৰ মায়াত ঘৰুৱা জ্বালাবোৰ কণিকৰ বাবে হ'লেও পাহৰি যোৱাৰ চেষ্টা কৰে।

কোনোবা এজন আহি আন্ধাৰ লাইব্ৰেৰী ৰুমটোত সোমাই "চৰি" বুলি কৈ ওলাই গ'ল।

"কোন বাৰু?" চম্পাই সুধিলে।

"চৌৰাছিয়া"—মল্লিকে ক'লে।



চম্পাৰ ভয় লাগিল, "প্ৰিন্সিপালক কৈ দিব নেকি বাৰু?"

"কি?"

"এই যে আমি এনেকৈ...... ।"

"ক'লে ক'ব আৰু!"

"কিন্তু ........... ।"

"কিন্তু বোৰক এই চুটি জীৱনটোত আৰুনো কিমান প্ৰশ্ৰয় দিবা?"

"সাত বাজিল। মোক ঘৰত থৈ আহিব?"

"ব'লা।"

চম্পাই লাইব্ৰেৰী ৰুমটোত তলা লগাই চাবিটো চকীদাৰৰ হাতত দিলে। মল্লিকে চকীদাৰৰ হাতত দুটকীয়া ন'ট এখন গুঁজি দিলে। চকীদাৰটোৱে তামোলেৰে ৰঙা দাঁতকেটা জিলিকাই হাঁহি এটা মাৰি টকা দুটা জেপত ভৰাই থৈ ক'লে, "ফিকৰ মত কৰিয়ে বাবু। কিছিছে নহী কহঙ্গা!" সিহঁত দুয়ো আহি গাড়ীত বহিলহি। মল্লিকে গাড়ী ষ্টাৰ্ট দিলে। দুমাইল আঁতৰৰ চম্পা দাসৰ ঘৰ পাবলৈ সৰহ সময় লোৱাৰ হেঁপাহেৰে মল্লিকে আওপকীয়া বাটেৰে অতি ধীৰ গতিৰে গাড়ীখন চলালে। লাইটৰ পোহৰত চম্পাই এবাৰ দেখিলে, এটা গলিৰ সন্মুখত এজনী অতি-পাতকৈ বং ঘঁহা, যৌৱন মৰহি যোৱা তিৰোতাৰ কাষত, একেটা ছাতিৰ তলত কৰুণ দাস বৈ আছে। সেইজনীয়েই নিশ্চয় টেৰেণীতা। কৰুণৰ দৃষ্টিত তাইৰ সমান মৰমী নাৰী অসম দেশত নাই। চম্পাই কৰুণক দেখাৰ লগে লগেই চিটৰ তলত বহি পৰিল। মল্লিকে অবাক হৈ সুধিলে, "কি হ'ল?"

"মোৰ স্বামী দেৱতা।"

"সেই পাখৰীজনীৰ লগত?"

"হয়।"

সিহঁত দুয়ো পুনৰ নিৰৱ হৈ পৰিল। কিছুপৰৰ পাচত চম্পাই তাইৰ ভগা ভগা মাতটোৰে ক'লে, "আপোনাৰ ছোৱালী এজনী আছে। ভৱিষ্যৎ বুলি ভাবিবলৈ এটা সম্পদ আছে। মোৰ যে একোৱেই নাই।"—মল্লিকৰ পিতৃত্ব এইবাৰ সাৰ পাই উঠিল, "এৰা, তায়ে মোৰ ভৱিষ্যৎ। দাৰ্জিলিঙৰ লৰেটোত থৈছোঁ। নহ'লে ঘৰৰ ৰুগ্ন পৰিবেশে তাইৰ মনত চেকা লগাব পাৰে।"

"ইমানবোৰ পৈতৃক সম্পত্তি থাকোঁতে আপুনি কলেজত কাম কৰে

কিয় ? আপোনাৰ পৰিবাৰৰ সন্দেহ হোৱাটো স্বাভাৱিক।"

"কলেজত কাম নকৰি যকৰা টেক্সি কেইখনৰ ড্ৰাইভাৰগিৰী কৰিম নেকি ? পঢ়ুওৱাত এটা আনন্দ আছে। কলেজটোৰ প্ৰতি মোৰ মায়াও আছে চম্পা।"

"বছৰি বছৰি একেসোপা কিতাপকে পঢ়ুওৱাত কিহৰ মাদকতা আছে মই বুজিব নোৱাৰোঁ।"

"বছৰি বছৰি নতুন উদ্যমেৰে অহা এজাক নৱাগতাক পঢ়ুওৱাত নিশ্চয় আনন্দ আছে।"

"নতুন নতুন ছোৱালীবোৰক খুব মৰম লাগে ?"

"সিহঁতৰ মুখৰ যৌৱনৰ উৎকণ্ঠাখিনি বৰ ভাল লাগে।"

"মোক কিয় আপোনাৰ ভাল লাগে ?"

"তুমি এটা সান্ত্বনা।"

গাড়ীখন আহি চম্পা দাসৰ ঘৰৰ কাষত ৰ'লহি। মল্লিকক বিদায় জনাই তাই দুৱাৰৰ তলা খুলিলে। আঠ বাজিবলৈ দহ মিনিট বাকী আছে। কৰুণ আহিব আৰু এঘণ্টাৰ পাচত।

চম্পাই দুৱাৰখন বন্ধ কৰি লাইটটো জ্বলাই দিলে। দুটা কোঠাৰ এখন সৰু সংসাৰ সিহঁতৰ। চম্পাই ৰাতিৰ সাজ দুপৰীয়াতে ৰান্ধি থয়। কৰুণ অহাৰ পাচত গৰম কৰিলেই হৈ যাব। তাই হাত-মুখ ধুই চাহৰ টিপটটো ইলেক্‌ট্ৰিক ষ্টভটোৰ ওপৰত তুলি দিলে। বাহিৰৰ বহা কোঠা-টোৰ চ'ফাখনত তাই আৰাম কৰাৰ চেষ্টা কৰিলে। দ্বিতীয় কোঠাটোত থকা ড্ৰেছিং টেবুলৰ ওপৰত সেইখন সেয়া সিহঁতৰ যুগ্ম ফটো। ফটো-খনলৈ চম্পাৰ পুতৌ উপজিল। বিয়া হৈ কি লাভ হ'ল আমাৰ ? প্ৰথমতে ভাবিছিলোঁ, বিয়া হৈ মোৰ সাংঘাতিক লাভ হৈছে। অন্ততঃ দেউতাৰ সংসাৰখনৰ এশ এটা জঞ্জালৰপৰা মুক্তি পাইছোঁ। চম্পাই দেউ-তাকৰ মুখখন মনত পেলালে। সম্প্ৰতি সাতজনী ছোৱালীৰ দেউতাক। এটা পুত্ৰ সন্তানৰ মুখ দেখাৰ দুৰ্বাৰ আশাতে বোধকৰোঁ সাতজনী ছোৱালীৰ জন্ম দিলে। ঈশ্বৰৰ কৃপাত মাজতে দুজনীৰ জন্মৰ সময়তে মৃত্যু হৈছিল। নহ'লে ন-জনী ছোৱালীৰ ভৰণ-পোষণ দিওঁতে দেউতাকৰ মূৰৰ বাকী কেইডাল চুলিও শেষ হ'লহেঁতেন। দেউতাই প্ৰেছত সাধাৰণ চাকৰি কৰে। উপাৰ্জনেৰে মাহটোৰ কুৰি দিন যোৱালৈকে খাবলৈ আটে। কুৰি তাৰিখৰ পাচৰপৰা ঘৰখনত দুৰ্ভিক্ষ আৰম্ভ হয়। এক



তাৰিখৰ সপোনৰ প্ৰেৰণাতে মাহটোৰ দহটা দিন আধাপেটীকৈ কটাব লগা হয়। কৰ্মী মাৰ তাঁতশালখনে লজ্জা নিবাৰণত সহায় কৰে। বিহুৰে-পূজাই মাই কাপোৰ বেচিও দুই-এপইচা অৰ্জন কৰে। কাপোৰ নয়ো বৈছিলোঁ। শাৰদীয়া পূজাৰ কোমল সন্ধ্যা এটাত গামোচা পাঁচখন বেচিবলৈ বাওঁতে অফিচ এটাৰ এজন আপাৰ ডিভিজন এছিষ্টেণ্টৰ সৈতে মোৰ চিনাকি হৈছিল। মোৰ বাবে সেই চিনাকি কেৱল চিনাকিৰেই আছিল। এদিন সেই মানুহজনে আহি আমাৰ ঘৰত বিয়াৰ প্ৰস্তাৱ দিলে। আপত্তি কৰাৰ প্ৰশ্ন নাছিল। তেতিয়া মই পুৱাৰ প্ৰাইমেৰী স্কুল এটাত পঢ়াই নৈশ কলেজৰ বি-এ শ্ৰেণীত পঢ়িছিলোঁ। মোৰ বাবে কৰুণ দাসে দিয়া বিবাহৰ প্ৰথম প্ৰস্তাৱটো তেতিয়া দেৱতাৰ বৰ স্বৰূপ আছিল। এতিয়া বুজিছোঁ, সেয়া প্ৰকৃততে অভিশাপ আছিল। কৰুণে বিয়াৰ আগতেও মদ খাইছিল। টেৰেণীতাৰ ওচৰলৈ গৈছিল। বিয়াৰ পাচতো সেই অভ্যাস বাদ দিয়া নাই। মদৰ সতে সম্পূৰ্ণ অপৰিচিতা মই প্ৰথমতে একোকে বুজা নাছিলোঁ। বিয়াৰ প্ৰথম বছৰটো বৈচিত্ৰ্যহীনভাৱে পাৰ হৈ যোৱাৰ পাচত কৰুণে ঘৰলৈকো মদৰ বটল আনিবলৈ ধৰিলে। জীৱনত প্ৰথমবাৰৰ বাবে মেজৰ ওপৰত মদৰ বটলটো দেখি মই ভয়ত থৰথৰকৈ কঁপিছিলোঁ। প্ৰতিবাদ কৰিছিলোঁ। কৰুণে হাঁহিছিল। সেই নিশা এক অসহায় বেথাত বুকু ভাগি যোৱাকৈ কান্দিছিলোঁ। নিজকে বৰ বেয়াকৈ পৰাজিতা হৈ যোৱা যেন লাগিছিল। এলাগী পত্নী যেন লাগিছিল। কৰুণে মোক হাঁহি হাঁহি কৈছিল, "তোমাক যে মই বিয়া কৰাই মাহটোৰ আটাইকেইটা দিন লঘোনে নৰখাকৈ ৰাখিব পাৰিছোঁ তাৰ বাবেই তুমি কৃতজ্ঞ থকা উচিত। তোমালোকৰ ঘৰৰ দুৰৱস্থাৰ কথা মই জানো। তোমাৰ দেউতাৰাক সামান্য সকাহ দিবৰ বাবেই মই তোমাক বিয়া কৰালোঁ।" সাহস গোটাই মই কৈছিলোঁ, "মোৰ জীৱনটো নিশ্চয় এটা ফুটবল নহয়! তুমি যিফালে গুৰিয়াই দিবা সেইফালেই মই যাম বুলি ভবাটো তোমাৰ অন্যায় হৈছে। দেউতাৰ ঘৰত মই সুখত থকা নাছিলোঁ ঠিকেই। কিন্তু শান্তিত আছিলোঁ।" অদ্ভুত ধৰণে এটা অশ্লীল হাঁহি মাৰি কৰুণে কৈছিল, "বাঃ। চিনেমাৰ নায়িকাৰ দৰে কথা ক'বলৈ শিকিছাতো!" তাৰ পাচত কৰুণে লাইটটো নুমুৱাই দিছিল। কৰুণৰ মুখৰ মদৰ দুৰ্গন্ধত সেই নিশা বমি কৰি দিছিলোঁ। আজি-কালি সেই দুৰ্গন্ধৰ সৈতে মোৰ পৰিচয় ঘনিষ্ঠ হৈ গৈছে। সকলোতে

অভ্যস্ত হৈছোঁ। চাহৰ পানী উতলিল। কাপোৰবোৰ আজি সলাবৰে মন যোৱা নাই। বৰষুণ এৰিছে হ'ব পায়। এতিয়াও বিজুলী মাৰি আছে। মাজনিশা বেচিকৈ বৰষুণ দিব পাৰে। করুণ আহি পাবলৈ বেচি সময় নাই। কেনে অৱস্থাত বা ঘৰ সোমাইহি! তাৰ আগতে স্বস্তিৰে চাহ কাপ খাই লোৱা উচিত হ'ব।

এইদৰে ঘৰ পতাৰ অৰ্থ কি? এসময়ত ঘৰ মানে শান্তিৰ আশ্ৰয় বুলি বুজিছিলোঁ। আজি-কালি ঘৰ মানে জীয়াই থকাৰ এক যান্ত্ৰিক প্ৰস্তুতি বুলি বুজোঁ। কলেজৰ অধ্যাপিকা লেখা চলিহা, মঞ্জুৰী দত্তহঁত বৰ সুখী। অফ্ পিৰিয়ডত সমনীয়া অধ্যাপকৰ সতে বেডমিণ্টন, টেবুল টেনিচ খেলে। কেণ্টিনত চাহৰ মেজত গল্প কৰে। যৌৱনৰ এই বিয়লি বেলাতো সিহঁতে ঘৰ পতাৰ কথা এবাৰো ভবা নাই? নে সিহঁতে মোৰ দৰেই কেৱল জীয়াই থাকিবৰ বাবেই জীয়াই আছে? মাজে মাজে জীৱনটোৰ প্ৰতি বৰ ধিক্কাৰ জন্মে। অধ্যাপক মল্লিকৰ লগত ঘনিষ্ঠতা হোৱাৰেপৰা মই জীৱনৰ এক সুকীয়া অৰ্থ বিচাৰি পাইছোঁ। জীয়াই থাকিবৰ বাবে নতুনকৈ স্পৃহা জগাই লৈছোঁ। মল্লিকৰ পীড়িত মনক সামান্য জুৰ লগাব পৰাটোৰেই মোৰ আনন্দ। মোৰ সামান্য শক্তিৰে কাৰোবাক যদি এধানি শান্তি দিব পাৰোঁ, তেন্তে সেইখিনি দিয়াত কৃপণতা কৰিম কিয়? জানো, করুণে জানিলে মোক ক্ষমা নকৰিব। আচৰিত করুণৰ ব্যক্তিত্ব। তেওঁৰ স্বেচ্ছাচাৰিতাক মই নিৰ্বিবাদে মানি ল'ব লাগিব। অথচ মোৰ স্বেচ্ছাচাৰিতাক তেওঁ সামান্যতমো মূল্য নিদিয়ে। মই যেন তেওঁৰ ক্ৰীতদাসী। কিন্তু মই সদায় করুণক সহ্য কৰিম কিয়? মোৰ হাজাৰ অনুৰোধ, কাকুতিক তেওঁ এটা অশ্লীল হাঁহি মাৰি সদায়ে কিয় সৰকি থৈ যাব? আচৰিত! মই ডিভোৰ্চৰ কথা চেষ্টা কৰিও ভাবিব নোৱাৰোঁ। করুণ দাসক মানুহ হিচাবে মই সদায়ে ঘৃণা কৰি আহিছোঁ। অথচ স্বামীস্বৰূপে করুণক মই সম্পূৰ্ণৰূপে অৱজ্ঞা কৰিব নোৱাৰোঁ। অন্তৰৰ কোনোবা কোণত এতিয়াও কিছু মমতা কেনেকৈ সাঁচি ৰাখিব পাৰিছোঁ মই নিজেই নাজানো। ৰাতি কাকিয়াদৰ প্ৰভাৱত পশু হৈ অহা করুণে যেতিয়া ৰাতিপুৱা 'মানুহ'ৰ দৰে কথা কয়, তেতিয়া মই নিশাৰ যাতনাখিনি পাহৰাৰ যত্ন কৰোঁ। তেতিয়া মোৰ মাজত কৌটিকলীয়া অসমীয়া নাৰীৰ পতিব্ৰতা স্নেহখিনিয়ে মূৰ দাঙি উঠিব খোজে। ইবোৰ আচলতে মোৰ মূৰ্খতা। মোৰ মূৰ্খতাৰ সুযোগ লৈ করুণে মোৰ



ওপৰত সিংহ-পুৰুষ হৈ দেখুৱায়। করুণে ভাবে মোৰ পঁচান্নবৈ পাউণ্ড ওজনৰ শৰীৰটোৰ তেওঁ কৰা অন্যায়ৰ বিৰুদ্ধে থিয় দিব পৰা সাহস নাই। করুণ দাসৰ ভাষাত মই এটা 'চৰাই পোৱালী'। করুণক মই প্ৰমাণ কৰি দেখুৱাব লাগিব, মোৰ শাৰীৰিক শক্তি কম ঠিকেই, কিন্তু মোৰ এটা সাহসী মন আছে। এখন চেনেহ আকলুৱা অন্তৰ আছে। মোৰ অন্তৰৰ সঁচা কথাবোৰক করুণে কোনো কিতাপৰ নীতি-বচনৰ উদ্ধৃতি বুলি কিয় ক'ব? মোৰ এটা সুকীয়া সত্তা আছে। করুণে সেয়া স্বীকাৰ কৰিব লাগিব। উপলব্ধি কৰিব লাগিব। মই এটা মমৰ পুতলা নহওঁ। অলপ গলাই দিলেই মই সুকীয়া গঢ় নলওঁ। কিন্তু মই করুণক কেনেকৈ বুজাম? কেনেকৈ জিনিম? মোৰ কথাবোৰ করুণে নিতৌ এটা অশ্লীল হাঁহিৰে উৰাই দিয়ে। মোৰ শাৰীৰিক শক্তি নীহকিন বাবে প্ৰতি নিশা করুণৰ মাজৰ পশুটোৰ ওচৰত পৰাজয় স্বীকাৰ কৰি আহিছোঁ।

চম্পা দাসে ড্ৰেছিং আইনাখনৰ সন্মুখত বহি ওঁঠ দুপাহ তেজালকৈ লিপষ্টিকেৰে বোলালে। পিঙ্কি থকা কাঞ্জিভৰাম পাটৰ শাড়ীখনত অধিককৈ 'চেণ্ট' ঢালি ল'লে। তাৰ পাচত করুণৰ অপেক্ষাত বহা কোঠাৰ চ'ফাখনত শুই পৰিল। চাৰে ন-বজাত করুণে দুৱাৰত টোকৰ দিলে। তাৰ মানে কিছু প্ৰকৃতিস্থ হৈ আহিছে। নহ'লে উত্তাৱল হৈ দুৱাৰত গুৰিয়ালেহেঁতেন। দুৱাৰখন তাই খুলি দিলে। তাইক মূৰৰপৰা ভৰিলৈ চাই করুণে সুধিলে, "আজি কলেজত কিবা পাৰ্টি-চাৰ্টি আছিল?" ওঁঠৰ কোণত ৰহস্যপূৰ্ণ হাঁহিটো লৈ চম্পাই ক'লে, "পাইন উডত আজি মিঃ মল্লিকে দিয়া চাহমেললৈ গৈছিলোঁ।" চৰম কৌতূহলেৰে করুণ দাসে সুধিলে, "কোন মিঃ মল্লিক?"

"চহৰৰ এজন নাম কৰা ব্যৱসায়ী।"

"তেওঁৰ লগত তোমাৰ ঘনিষ্ঠতা হ'ল কেনেকৈ?"

"যেনেকৈ তোমাৰ টেৰেণীতাৰ লগত ঘনিষ্ঠতা হ'ল ঠিক তেনেকৈ।"

"মানে?"

"মানে? আই লাভ হিম এজ ইউ লাভ টেৰেণীতা।"

করুণে তাইৰ খোপাটোত আজোৰ মাৰি ধৰিলে। চিঞৰি চিঞৰি করুণে ক'লে, "এই মুহূৰ্ততে মই তোমাক শেষ কৰি দিব পাৰোঁ। জানা?"

"জানো, শেষ কৰি দিলে ভালেই—মুক্তি পাম।"

করুণৰ হাতখন শিথিল হৈ পৰিল। চম্পাই মিটমিটে'কৰপৰা খোৱা-

বস্তুবোৰ গৰম নকৰাকৈয়ে মেজত থ'লে। কৰুণে মাংসৰ প্লেটখন কাষ চপাই ল'লে। গিলাচত এগিলাচ সঙ্গীয়া মদ ঢালি ল'লে। মদৰ গিলাচটো খামুচি ধৰি চম্পাই সুধিলে, "সদায় কিয় মদ খোৱা ?" ক্রোধেৰে কৰুণে ক'লে, "মন যায় কাৰণে।" আকুলভাৱে চম্পাই সুধিলে, "মদ খালে বাৰু জীৱনৰ নোপোৱাখিনি পোৱা যেন লাগে নেকি ?"

"লাগিব পাৰে,—মই সেইবোৰ নাজানো।"

"যদি ময়ো তোমাৰ দৰে মদ খাওঁ...... !"

কৰুণ উচাপ খাই উঠিল, "কি ?"

"মই তোমাৰ সহধৰ্মিণী।"

"পিছে কি কৰিব লাগে ?"

"স্বামী যি পথেৰে যায় পত্নীও সেই বাটেৰেই যোৱা উচিত। আই মাষ্ট এক্‌জিষ্ট এজ. ইউ আৰ এক্‌জিষ্টিং !"

চম্পাই নিজৰ নাকটো এহাতেৰে চেপি ধৰি কুইনাইন খোৱাৰ দৰে গোটেই গিলাচ মদ খাই পেলালে। অস্থিৰ উত্তেজনাত তাই কঁপিবলৈ ধৰিলে। তাইৰ হাতৰপৰা গিলাচটো মজিয়ালৈ সৰি পৰিল। এক অসহায় ক্ষুব্ধতাৰে কৰুণে চম্পালৈ চালে।



# ধ্বংস

শ্রীগিৰীশ ভূঞা

নাহে নাহে আহি মই এটা স্থিৰ সিদ্ধান্তত উপনীত হ'লোঁহি। স্থিৰ সিদ্ধান্ত! মানুহটোক মই ফাঁচী দিম। সেই মানুহটো। নৃশংসভাৱে ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাক সি হত্যা কৰিছিল। আজি দহদিন ধৰি মই তাক দেখিছোঁ। চেলৰ ভিতৰত সি নিৰ্বিকাৰভাৱে বহি থাকে। অথবা থিয় হৈ চেলৰ লোহাৰ জপনাখনত ধৰি অদ্ভুত দৃষ্টিৰে আকাশলৈ চাই থাকে। তাৰ সেই চাই থকা দৃশ্যটো মোৰ অসহনীয় হৈ আহিছিল। অন্ততঃ মানুহে যে ইমান নিৰ্বিকাৰ দৃষ্টিৰে আকাশলৈ চাই থাকিব পাৰে তাক দেখাৰ আগতে মই কোনো দিন ভবা নাছিলোঁ। মানুহৰ মনৰ চিন্তা আৰু প্ৰবহমান চেতনা এনেদৰে যদি নিৰ্বিকাৰ—অলৰ—অথৰ্ব হৈ যায় তেনেহলে মানুহৰ সৃষ্টিশীল বোলা জীৱনবোধ নাথাকিবই।

মই জানো মানুহটোৱে তাৰ ঘৈণীয়েক, ল'ৰা-ছোৱালীৰ কথা ভাবি এনেদৰে নিৰ্বিকাৰ হৈ পৰিছে। সি তাৰ নিজৰ কথা, নিজৰ অভিশপ্ত জীৱনৰ কথা কেতিয়াও চিন্তা নকৰে। এনে এটা ভাল কাম কৰাৰ পাচত সি হয়তো মানুহৰ হাঁহি-কান্দনৰ ধলে প্লাবিত সহজ পৃথিৱীৰ-পৰা পলাই থাকিবলৈ পৃথিৱীৰ যিকোনো ঠাইলৈকে যাবলৈ কুণ্ঠাবোধ নকৰিলেহেঁতেন। জেইলৰ এইটো চেল। নিবৰ। শৈল-প্ৰাচীৰে ঘেৰা কৰ্কশ চেলৰ নিশব্দ নিবৰতাখিনিক তাৰ হয়তো অতীত জীৱনৰ স্মৃতিৰ দৰে ভাল লাগি উঠিছে।

এইটো মানুহকে মই ফাঁচী দিম।

আৰু তিনিটা মানুহক ফাঁচী দিব পাৰিলেই মই মুক্তি পাম। উচ্ছ্বসিত
তৰঙ্গিত হৈ বৈ আছি হঠাৎ ফেবাৰী হৈ যোৱা মোৰ জীৱন-নদীৰ বন্দী-
স্ৰোত পুনৰ বৈ যাব। পৃথিৱীৰ অনন্ত দিশলৈ মন মোৰ উৰি যাব।
কোনো বাধা নাই। কোনো চিন্তা নাই। মই হ'ম মুক্ত বিহঙ্গ।
যেনিয়েই যাব মন সেইফালেই ডেউকা কোবাম।

মাত্ৰ তিনিটা মানুহ। এটা সেইটো—আৰু তিনিটা। মই জানো
মোৰ দৰে, সেইটো মানুহৰ দৰে আজি শ শ কোটি কোটি মানুহৰে দেশখন
ভৰি পৰিছে। ভৰি পৰিছে এইবোৰ জেইল। চৰকাৰে হেনো অসমত
আৰু এটা বৃহৎ জেইল তৈয়াৰ কৰিব। এৰা, কৰিবই লাগিব। দেশৰ
অসাধু মানুহক জেইল-ফাঁচী দিয়াৰ বাহিৰে গত্যন্তৰ নাই। কিন্তু দুখ
লাগে—অসাধুবিলাকে যেতিয়া সাধু হৈ আন অসাধুক জেইল-ফাঁচী দিয়াৰ
ব্যৱস্থা হাতত লয়।

ফাঁচীৰ হুকুম হ'ল যেতিয়া আংশিকভাৱে মৃত্যুৰ পৰোৱানা সি পাইছে।
হয়তো সি নাজানে। এদিন দেশত ৰজা আছিল। ৰজাই হুকুম দিলেই
সেই হুকুম বিনা-বাক্য-ব্যয়ে পালন কৰিছিল। এতিয়া ৰজা নাই।
প্ৰজাই ৰজা। আৰু এই প্ৰজাৰ ভিতৰতে জ্ঞানী-বিবেকী মানুহ এজনে
আইনসঙ্গতভাৱে আৰু জীৱিতসকলৰ কল্যাণৰ বাবে, ততোধিক আইন
নামৰ মানুহৰ সৃষ্টি কৰি নীতিৰ সন্মান ৰক্ষাৰ বাবে সেই ফাঁচী দিয়াৰ হুকুম
হৈছে। সি যদি বাচি থাকে আৰু তিনিটা প্ৰাণীৰ জীৱনৰ সংশয়।
ততোধিক শান্তি আৰু শৃঙ্খলাৰ বাবে চৰকাৰে সৃষ্টি কৰা আইনৰ প্ৰতি
অসন্মান প্ৰদৰ্শন। গতিকে তাৰ মৃত্যু নিতান্ত প্ৰয়োজনীয়।

আৰু সেই মৃত্যুকে মই তাক দিম।

তাক মৃত্যু দি মই মুক্তিৰ স্বচ্ছল পথলৈ আগবাঢ়ি আহিম। এনে-
কুৱা মানুহৰ মৃত্যুৱেই মোৰ মুক্তি।

সচাকৈয়ে মোক মুক্তি লাগে। বাহিৰৰ সোণৰ ৰৌদ্ৰস্নাত হাঁহি-
আনন্দ আৰু ভাবমুক্ত পৃথিৱীয়ে মোক হাত বাউল দি মাতিছে। মই
মোৰ গ্লানি, অনুশোচনা, বিক্ততা সমস্ত পাহৰি যাবলৈ সক্ষম হম যদিহে
মই মুক্তি পাওঁ। মই জানো পাপৰ বাবে কেৱল ময়েই দায়ী নহয়।
দায়ী অজয় বৰুৱা। দায়ী হেমলতা।

সময় আৰু পৰিবেশে মানুহক কেতিয়াবা পশুৰ পৰ্য্যায়লৈকো লৈ
যায়। আৰু মানুহ যেতিয়া পশু হয়—ঠিক পশু প্ৰবৃত্তিৰ হয়, তেনে



মানুহক বিশ্বাস কৰিব নোৱাৰি। হেমলতাক মই বিশ্বাস কৰা নাছিলোঁ।
বিশ্বাস কৰিব পৰা নাছিলোঁ অজয় বৰুৱাক। হেমলতা মোৰ পত্নী।
অজয় বৰুৱা বিশিষ্ট বন্ধু। পৃথিৱীত হেনো এই দুটা প্ৰাণীয়েই
অতি মৰমৰ আৰু বিশ্বাসৰ। কিন্তু সময় আৰু পৰিবেশে
সিহঁতক পশু পৰ্য্যায়লৈ নমাই নিছিল। আৰু নিছিল মোক, তপন
হাজৰিকা নামৰ মানুহটোক, যিটো মানুহে আজি মুক্তিৰ বাবে প্ৰাৰ্থনা
কৰিছে। সমাজ-সংস্কাৰৰপৰা বিচ্ছিন্ন হৈ পৰাৰ প্ৰতি মোৰ কণমানো
দুৰ্বলতা নাই। পৃথিৱীত মই আজি নিসঙ্গ। একক। অজয়
বৰুৱাৰ মৃত্যুৰ পাচত হেমলতাৰ খবৰ মই ৰখা নাই। আৱশ্যকো হোৱা
নাই। এটা উচ্ছৃঙ্খল পশুসদৃশ জীৱন যাপন কৰাৰপৰা বিৰত থাকিবলৈ
বহুবাৰ ইঙ্গিত দিয়া সত্বেও হেমলতাই ভুল কৰিছিল। ভুল কৰিছিল
অজয় বৰুৱাই। সিহঁতৰ সেই ভুলৰ পৰিণতি ঘটিছিল এজনৰ মৃত্যুত,
আনজনৰ নিৰুদ্দেশত আৰু মোৰ এই জীৱন গ্ৰহণ কৰাত।

তপন হাজৰিকা এতিয়া কয়দী। চাৰি বছৰ তাৰ সশ্ৰম কাৰাদণ্ড
নিৰ্বিবাদে গ্ৰহণ কৰি মুক্তিৰ বাবে প্ৰাৰ্থনা কৰিছে। আৰু সেই মুক্তি
সি বিচাৰিছে সেই মানুহটোক ফাঁচী দি—তাৰ লগত আৰু তিনিটাক।

সেইটো মানুহ! নাম তাৰ কলিমন চুটিয়া। মোৰ দৰে সিও
হত্যাকাৰী। সি তাৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী দুটাক হত্যা কৰিছিল।
হত্যা কৰিছিল খাবলৈ দিব নোৱাৰি। তাৰ অভাৱজৰ্জৰ জীৱনৰ অসহনীয়
বোজা ব'ব নোৱাৰি সি হেনো এদিন থিৰাং কৰিলে—ঘৈণীয়েকহঁতক মৰাৰ
পাচত সিও মৰিব। নাখাই, নবৈ, তিলতিলকৈ মৃত্যুমুখত পতন যাব
খোজা চাৰিটা প্ৰাণীক মুক্তি দিবলৈ সি এদিন হেনো দুপৰীয়া হাতত
দাখন লৈ এফালৰপৰা ঘপিয়াই গ'ল। ঘৈণীয়েক, পাঁচ বছৰীয়া ল'ৰাটো
আৰু এবছৰীয়া ছোৱালীজনীক হত্যা কৰাৰ পাচত সি নিজেও হেনো
ডিঙিত ঘাপ দিছিল। নোৱাৰিলে। সন্মুখত তেজেৰে লুটুৰি হৈ
থকা ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী কেইটালৈ শেষত তাৰ দয়া উপজিছিল।
কাৰণ সি জানিছিল যে দেশৰ মানুহে খাবলৈ দিব নোৱাৰি হত্যা কৰাৰ
কথা স্বীকাৰ নকৰে—কৰিব তাৰ মস্তিষ্কৰ বিকাৰ বুলি। সেই দৰেই
সি গৈ থানাত হাজিৰ হৈছিল আৰু মুক্তকণ্ঠে সমস্ত দোষ স্বীকাৰ কৰিছিল।
এতিয়া তাৰ ফাঁচীৰ হুকুম হৈছে। আৰু সেই ফাঁচীকে মই তাক দিম।

এটা স্থিৰ মীমাংসাত আহি মই বৈ গৈছোঁ। মোক মুক্তি লাগে।

কলিমনৰ দৰে মানুহক ফাঁচী দিলে মোৰ মুক্তিৰ দিন চমু চাপি আহিব। অন্যহাতে মই চৰকাৰৰ দায়িত্বও বহন কৰা হ'ব ?—সিহঁতৰ দৰে মানুহৰ মৃত্যু হোৱা উচিত। আৰু মোৰ দৰে মানুহৰ। স্তব্ধ হৈ বৈ গ'ল তপন হাজৰিকা। সুদৃঢ় শৈল-প্ৰাচীৰ ঘেৰা জেইলত তেতিয়া সন্ধ্যা নামিছিল। এজাক ঘৰ-শালিকা আৰু ঘনচিৰিকা চৰায়ে কোৰ্হাল কৰি থকাৰপৰা নিজ নিজ বাহলৈ সোমাই গৈছিল। স্তব্ধ হৈ অহা জেইলখন এখন প্ৰেতলোকৰ নিৰ্জন প্ৰান্তৰৰ দৰে উপলব্ধি হৈছিল।

তপন হাজৰিকাৰো ফাঁচী হোৱা উচিত আছিল। কিন্তু নহ'ল। সদাশয় চৰকাৰে আপিলত তাক চাৰি বছৰ সশ্ৰম কাৰাদণ্ড দিলে। কাৰণ তপন হাজৰিকাই কোনো পৰিকল্পনাৰে হত্যা কৰা নাছিল। ততোধিক, এজন অসমীয়া তথা ভাৰতীয় মানুহে নিজৰ পত্নীৰ ওপৰত এনে অমানুষিক অত্যাচাৰ সহ্য কৰিব নোৱাৰে। তপন হাজৰিকায়ো পৰা নাছিল। সচাকৈয়ে মই নোৱাৰিলোঁ।

মোৰ এনে এটা চাকৰি যিটো চাকৰিৰ সৰহভাগ সময় মই বাহিৰত থাকিব লগা হয়। আছিলোঁ। চৰকাৰী কোৱাৰ্টাৰত পত্নী আৰু বান্ধনি ল'ৰাটোক থৈ মই বাহিৰৰ কামত ব্যস্ত আছিলোঁ। মই এজন ভাল চাকৰিয়াল আছিলোঁ। ফৰেষ্ট অফিচাৰ। ডেকা মানুহ অৰ্থাৎ মোৰ যেতিয়া উনত্ৰিশ বছৰ বয়স মই তেতিয়া হেমলতাক বিয়া কৰাওঁ। আজি দুবছৰ পূৰ হোৱাই নাই। এতিয়া কি মাহ। মাঘ......হয় ফাগুনৰ বাইশ তাৰিখে মোৰ বিয়া হোৱা দুবছৰ হ'ব। এই দুবছৰত খুব বেচি তিনি মাহো একেলেঠাৰিয়ে হেমলতাৰ লগত থকা নাই। তথাপি হেমলতাৰ প্ৰতি, এজনী সদ্যবিবাহিতা তৰুণী ভাৰ্য্যাৰ প্ৰতি যি যি কৰণীয় সমস্ত মই কৰিছিলোঁ। কলেজৰ তৃতীয় বাৰ্ষিকলৈকে পঢ়া এজনী তন্বী তিৰোতাৰ প্ৰতি যিমানখিনি দৈহিক আৰু মানসিক পৰিচৰ্য্যাৰ দৰকাৰ চৰ—চৰ মই কৰিছিলোঁ। প্ৰচুৰ অৱসৰ। অফুৰন্ত অৱসৰ বিনোদনৰ সামগ্ৰী। আটাইতকৈ ডাঙৰ কথা যে মই হেমলতাক স্বাধীনতা দিছিলোঁ। মোৰ বন্ধু অথবা তেনে পৰ্য্যায়ৰ মানুহৰ লগত মুক্ত-বিচৰণ কৰিলে মই বেয়া পোৱা নাছিলোঁ। কিয় বেয়া পাম। এজনী বিবাহিতা তিৰোতা হেমলতা। কেৱল তাইৰ নিজৰেই নহয়—তাইৰ সন্মানৰ লগত তাইৰ গিৰীয়েকৰ সন্মানো ওতপ্ৰোতভাৱে জড়িত। এজন অন্য মানুহৰ লগত দুই দণ্ড হাঁহি-স্ফূৰ্তি কৰিলেই, দুষাৰ মুকলিমূৰীয়াকৈ কথা পাতিলেই যদি



হেমলতা দুৰ্বল হৈ পৰে, অথবা সেইজন আন মানুহক.... ।

এটা গধুৰ হুমুনিয়াহ দুৰ্বাৰ গতিৰে ওলাই আহি চেপি ধৰা নেলুত বৈ গ'ল। নাকৰ পাহি দুটা ফুলি ফুলি উঠিল তপন হাজৰিকাৰ। তল ওঁঠৰ কিয়দংশ কামুৰি ধৰি তপনে ভাবিলে : বিশ্বাস নাই। কাৰো বিশ্বাস নাই। মানুহৰ প্ৰতি মানুহৰ বিশ্বাস নথকাৰ কাৰণেই পৃথিৱী এদিন ধ্বংস হ'ব। হেমলতা সাপ। তাতোকৈ ডাঙৰ আৰু বিষাক্ত সাপ অজয় বৰুৱা—টাউন প্লেনিং অফিচাৰ। এটা ননচেঞ্চ। ৰাবিচ। ষ্টুপিড্। ঠিক কৰিছোঁ......ঠিক কৰিছোঁ.... । চেলটোৰ এটা মূৰৰ-পৰা আনটো মূৰলৈ অহা-যোৱা কৰিছিল তপন হাজৰিকাই।

জীৱনটো এনেদৰে লব লগা হোৱাত মোৰ কণমানো আক্ষেপ নাই। আন কাৰোবাৰ ওপৰতো মই দোষাৰোপ নকৰোঁ। আপুনি এজন দায়িত্বশীল চাকৰিয়াল। আপোনাৰ ওপৰত এখন দেশৰ সামান্য হ'লেও দায়িত্ব আছে। আপুনি ভাৰতীয়। আপোনাৰ নৈতিকতাৰ পতনৰ বাবে আপুনি ভয় কৰে। আটাইতকৈ ডাঙৰ কথা হ'ল আপোনাৰ সন্মুখত যদি আপোনাৰ পত্নীৰ নৈতিক স্খলন দেখে কিহৰ বাবে আপুনি নিশ্চুপ হৈ ৰ'ব ? সমাজৰ সন্মান হানি হোৱাৰ ভয়ত অথবা আপোনাৰ বংশত চেকা লগাৰ ভয়ত ? যদি দুয়োটা ভয়লৈ ভয় কৰি আপোনাৰ পত্নীক ক্ষমা কৰি দিয়ে তেনে মই কম—আপুনি কাপুৰুষ। আপোনাৰ পুৰুষত্ব বিকাৰগ্ৰস্ত। আচলতে আপুনিয়েই সেই শ্ৰেণীৰ মানুহ যি শ্ৰেণীৰ মানুহ অজয় বৰুৱাহঁত ; হেমলতাহঁত। মই কাকো ক্ষমা কৰা নাছিলোঁ। অজয় বৰুৱা—হেমলতা কাকো।

সেইদিনা নিশা। এঘাৰমান বাজিছিল। পঞ্চাশ চনৰ ভূইকঁপত ধ্বংস হোৱা দুলুংমুখ ফৰেষ্ট বিজাৰ্ভত নতুন প্লেন্‌টেচন কৰাৰপৰা মই হেডু কোৱাৰ্টাৰ উত্তৰ লক্ষীমপুৰ ফৰেষ্ট অফিচৰ কোৱাৰ্টাৰলৈ ঘূৰি আহি-ছিলোঁ। পিচদিনা পুৱা জৰুৰী কামৰ বাবে মই তেজপুৰলৈ যাব লগা আছিল। চাং বঙলা। ডাঙৰ ঘৰ। দুটা বৃহৎ ৰুম। এটা ড্ৰইং ৰুম। ড্ৰইং ৰুমৰ সন্মুখত আৰু এটা ৰুম। চিৰীয়েদি ভিতৰ সোমাই গ'লোঁ। ভাবিছিলোঁ বাহিৰৰ ৰুমৰপৰা হেমলতাক মাতোঁ বুলি। বৰ ক্লান্ত হৈ পৰিছিলোঁ। সমস্ত ঘৰটো আন্ধাৰত ডুব গৈ আছিল। কেৱল আমি থকা ৰুমত লাইট জ্বলা আছিল। মই গৈ বাহিৰৰ ৰুমত ভৰি দিওঁতেই দেখিলোঁ অজয় বৰুৱা মোৰ ৰুমৰপৰা ওলাই আহিছে। পিচে

পিচে হেমলতা। লাইট মরে জ্বলাই দিলোঁ। নিদিয়া হলে ভাল আছিল। লাইটৰ পোহৰত মই দেখিলোঁ অজয় বৰুৱা আৰু হেমলতা দুয়ো ওচৰা-ওচৰিকৈ থিয় হৈ বৈছে। কাৰো মুখত মাত নাই। নিৰ্বাক, নিলিপ্ত দৃষ্টি। মই সিহঁতৰ মুখলৈ চাই হাঁহিবলৈ যত্ন কৰিছিলোঁ। আৰু মোৰ অজানিতে পুনৰ লাইটটো অফ্ কৰি দিয়া মোৰ মনত আছে। পুনৰ একোঠা আন্ধাৰত মই অনুমান কৰিলোঁ অজয়ে টাইডাল ঠিক কৰি লৈছে আৰু হেমলতা ভিতৰ সোমাই গৈছে।

: বৰুৱা !

: ওঁ !

: আপুনি যাব পাৰে।

চাং-বঙলাৰ কাঠৰ ওপৰত জোতাৰ খট্‌খট্ শব্দ এটা মোৰ কাণত পৰিল। অজয় বৰুৱা ওলাই গ'ল। চকী এখনত মই বহি পৰিলোঁ। কিমান সময় বহিলোঁ কব নোৱাৰোঁ। কোনোবা এটা সময়ত মই হেমলতাৰ ওচৰ পালোঁগৈ আৰু হেমলতাৰ সাপৰ দৰে দীঘল বেণীডালত ধৰি বিছনাত উবুৰি খাই থকাৰপৰা মুখখন দাঙি লৈ হেমলতালৈ চালোঁ। হেমলতাই কান্দিছিল।

: মই এতিয়াও তোমাক বিশ্বাস কৰোঁ হেমলতা। পৃথিৱীৰ আন কাৰোবাক এই সময়ত বিশ্বাস কৰিব নোৱাৰিলেও তোমাক পাৰোঁ। কিয়নো তুমি মোৰ পত্নী। মোৰ সমস্ত জীৱনৰ সঙ্গী। এটা ঐশ্বৰিক নিৰাপত্তা তোমাৰ লগত জড়িত হৈ আছে মোৰ। এই সময়ত যদি মই কাৰোবাক হত্যা কৰি আহিছোঁ—সেই কথা ঈশ্বৰক কোৱাৰ আগতে, পৃথিৱীৰ মানুহক কোৱাৰ আগতে তোমাক কম। মই জানো—পৃথিৱীৰ সকলোৱে মোক তাৰ বাবে ঘৃণা কৰিলেও তুমি নকৰা। তুমি মোক আশ্ৰয় দিবা, নিৰ্ভয় দিবা, বিশ্বাস দিবা, সাহস দিবা। পত্নীৰ ওপৰত এইকণেই যদি পতি হৈ পোৱা নহ'ল তেনেহলে পুৰুষতকৈ দুৰ্ভগীয়া আৰু কোনো নাই।

কথাৰ মাজতে বেণীডাল এৰি দিছিলোঁ। হেমলতা স্তব্ধ হৈ বিছনাত বহিছিল।

: কোৱা—অজয় বৰুৱাৰ লগত তোমাৰ তেনে কোনো অবৈধ সম্পৰ্ক নাই। তেনে কোনো অনুশোচনাৰ, পৰম গ্লানিৰ এটা অননুভূত পৰিবেশৰ সৃষ্টি হোৱা নাই। তুমি হেমলতা হৈয়ে আছা—যাক মই পত্নীৰূপে



গ্ৰহণ কৰিছোঁ। মোৰ জীৱনৰ সমস্ত সুখ-দুখৰ এটা দায়িত্ব তুলি দিছোঁ....

: কথা কোৱা হেমলতা। তুমি স্বীকাৰ কৰা। তুমি অশুচি; তুমি ভ্ৰষ্টা নহয়....। কোৱা। প্লিজ! স্পিক্ ছামথিং, নহ'লে মই...... মই মৰি যাম। কিবা হৈ যাম হে-ম-ল-তা...... !

হেমলতাই কান্দিছিল। জোৰকৈ। দুহাতেৰে মুখ ঢাকি বিছনাত বাগৰি দিছিল। মোৰ সমস্ত মাংসপেশীবোৰ কঠিন হৈ আহিছিল। এটা হিংস্ৰ, তীব্ৰ ঘৃণাই মোৰ প্ৰবহমান চেতনাক গ্ৰাস কৰি আনিছিল। হেমলতাৰ ওচৰ চাপি গৈছিলোঁ। হেমলতাৰ চুলিত ধৰি থিয় কৰি দিছিলোঁ। দুগালত দুটা চৰ মাৰি দিছিলোঁ। গোৰ মাৰি হেমলতাক ওফৰাই বিছনাত পেলাই দিছিলোঁ।

: কোৱা,—এতিয়াও সময় আছে। তুমি অশুচি নহয়। ভ্ৰষ্টা নহয়। সৰ্পিণী নহয়। কোৱা......

হেমলতাই কৈছিল : অজয় বৰুৱাই জোৰ কৰি.... !

"ষ্টুপিড্ !" খুব জোৰকৈ মোৰ মুখৰপৰা শব্দটো ওলাই আহিছিল।

"হেই! কাক গালি পাৰিছ। চুপ থাক। নহ'লে ৰেপট দিম।" চেলৰ সন্মুখত থিয় হৈ ৰাতি পহৰা দিয়া আন এটা হাজোতীয়ে তপন হাজৰিকাক ধমক দিয়াত হে তাৰ সম্বিৎ ঘূৰি আহিল।

"নাই নাই ভাই। কিবা এটা কথা মনত পৰি গৈছিল। ঠিক আছে—মই চুপ থাকিম ভাই" বুলি তপন হাজৰিকাই বিছনা নামৰ সাধাৰণ কম্বল এখনত দীঘল দি পৰিল। তেতিয়া জেইলৰ কাঁহত নিশা দহ বজাৰ কোব। শৈল-প্ৰাচীৰ ঘেৰা জেলৰ ভিতৰত সাধু-অসাধু, চোৰ-ডকাইত আদি সমাজৰ আবৰ্জনাসদৃশ অশান্ত মানুহবিলাক শুই পৰিছিল। প্ৰাচীৰৰ সিকাষত থকা মুক্ত পৃথিৱীৰ স্বপ্নই সিহঁতৰ চকুৰ পতাত ভিৰ কৰি তুলিছিল।

টোপনি অহা নাছিল মোৰ। বাৰে বাৰে হেমলতাৰ ভয়াতুৰ, বিবৰ্ণ মুখখন আৰু সন্ত্ৰস্ত চকুৰ দৃষ্টি মোৰ চকুত ভাঁহি উঠিছিল। হৃদয়ৰ ভিতৰত গভীৰ ভাৱে সাৱটি ধৰা হেমলতা নামৰ দুৰ্বোধ্য ব্যাধিৰ অসহ্য যন্ত্ৰণাই মোৰ সমস্ত চেতনা হেৰুৱাই আনিছিল। জীৱনত মোৰ যৌৱনৰ ভৰ দুপৰত হৃদয়ৰ গভীৰতম প্ৰান্তত নিবিড়ভাৱে প্ৰৱেশ কৰা হেমলতাক মোৰ এটা অচিন দুৰাৰোগ্য ব্যাধিৰ দৰে লাগিল। হেমলতাক অথচ অজয় বৰুৱাক মই ক্ষমা কৰি দিব পাৰিলোঁহেঁতেন। হেমলতাৰ সেই

স্খলনৰ কথা পৃথিৱীৰ কোনেও নাজানিলেহেঁতেন। কিন্তু মোৰ পুৰুষত্বৰ প্ৰতি এনে এক দুৰ্বলতা প্ৰদৰ্শন কৰিব নোৱাৰিলোঁ বাবেই....।

পিচদিনা পুৱা। তেজপুৰলৈ যামগৈ বুলি কাঞ্চাক ক'লোঁ। আচলতে মই তেজপুৰলৈ নগৈ নগৰতে দুদিন আত্মগোপন কৰিলোঁ। তৃতীয় দিনা নিশা দহ বজাত কোৱাৰ্টাৰলৈ আহি দেখিলোঁ—অজয় বৰুৱাৰ বুকুত উচুপি উচুপি কান্দি আছে তাই। অজয় বৰুৱাৰ আশ্বাসৰ বাণী, সান্ত্বনাৰ সুৰ, হেমলতাৰ ক্ৰন্দন একোকে মই ভ্ৰূক্ষেপ কৰা নাছিলোঁ। মোৰ হাতত থকা ৰুলাৰডালেৰে অজয় বৰুৱাৰ মূৰত মাৰ মাৰি দিলোঁ। এটা শব্দ কৰি অজয় বৰুৱাৰ মূৰটো ফাটি গৈছিল। তেজবোৰ ছিটিকি পৰিছিল। এটা কৰুণ চিৎকাৰ কৰি অচেতন হৈ পৰি গৈছিল হেমলতা। আৰু মই আৰু দুটামান কোব অজয় বৰুৱাৰ মূৰত বহুৱাই দি হেমলতাৰ কাষ চাপি গৈছিলোঁ। খুব ইচ্ছা গৈছিল তাইকো তেনেদৰে হত্যা কৰিবলৈ। কিন্তু নোৱাৰিলোঁ। দ্বিতীয়বাৰ মোৰ হাত দাং খোৱা নাছিল। সিহঁত দুয়োটাক তেনেদৰে তাতে এৰি থানা পাইছিলোঁগৈ।

তাৰ পাচত এয়া মই মুক্তিৰ স্বপ্ন ৰচিছোঁ। প্ৰাচীৰ ঘেৰা এটা কৰ্কশ-দুৰ্বোধ্য চেলত পৰি আছোঁ। মই জানো মোৰ মুক্তি নাই। মুক্তিৰ প্ৰতি মোৰ তেনে হাবিয়াসো নাই আচলতে এইটোৱেই মোৰ জীৱন। তথাপি মই এক স্থিৰ সিদ্ধান্তত উপনীত হৈছোঁহি। কলিমনক ফাঁচী দিম। ফাঁচী মানে —আৰু তিনিদিনৰ পাচত কলিমনৰ ফাঁচী হ'ব। মই মাথোন তাৰ ডিঙিত ৰচীডাল লগাই দিম। সি থিয় হৈ থকা তৰিৰ তলৰ কাঠখন আঁতৰাই দিম। ডিঙিত ৰচী লৈ সি গাঁতত ওলমি পৰিব। দুই মিনিটৰ পাচত তাক ফাঁচী কাঠৰপৰা নমাই অনা হব। ডাক্তৰে সিৰবোৰ কাটি দিব। কলিমনৰ মৃত্যু হ'ব। মোৰ মুক্তিৰ দিন চমু চাপি আহিব। জীৱনটো এনেদৰে কিয় লব লগা হ'ল। একো উত্তৰ নাই মোৰ। এসময়ত মোৰ সবেই আছিল। টকা, সন্মান উচ্চ চাকৰি আৰু আছিল হেমলতাৰ দৰে যিকোনো এজনী নাৰীক দিব পৰা দৈহিক ঐশ্বৰ্য্য। হেমলতাৰ সুখৰ বাবে ত্ৰুটী কৰা নাছিলোঁ। জীৱনলৈ এজনী নাৰী আহিছিল ফুল-চন্দন-তুলসীৰ মঙ্গল পথেদি। সেইজনী নাৰীক জীৱনৰ তেনেই কাষত পাই পৃথিৱীৰ সব ফুল, সব ৰং মোৰ জীৱন-বনত বৰ্ণময় হৈ ফুলি উঠা দেখিছিলোঁ। ইমান মোহ ইমান গভীৰতা জীৱনৰ যে থাকিব পাৰে সেই কথা হেমলতা অহাৰ আগলৈকে মই উপলব্ধি



কৰা নাছিলোঁ। হেমলতাৰ হাঁহিটোৰ দৰে মোহলগা স্পৰ্শৰ দৰে কোমল, প্ৰতিটো অঙ্গৰ দৰে সুদৰ্শন যে এই পৃথিৱী। অন্ততঃ আজিৰ এইখন বস্তুবাদী জগত যে হ'ব পাৰিব সেই কথা হেমলতা কাষত নাথাকিলে আজিও মই স্পষ্ট কৈ দিব নোৱাৰোঁ। মোৰ প্ৰথম যৌৱনৰ মধুৰ আশ্বাসৰ স্মৃতিৰ এক অপূৰ্ব মোহে এতিয়াও মোক চঞ্চল কৰি তোলে। মাজে মাজে তাৰ কথাকে ভাবি কান্দি দিবলৈ মন যায়।

এটা নাৰকীয়, কণ্টকাকীৰ্ণ জীৱন অতিবাহিত নকৰোঁ বুলিয়েই অজয় বৰুৱাক ক্ষমা কৰিব নোৱাৰিলোঁ। হেমলতাৰ একোকে ক'বলৈ সুবিধা নিদিলোঁ। প্ৰয়োজনো নাছিল তেনে। হেমলতাৰ লগত গৃহবাস কৰা মানে এখন নৰক ভূমিত অন্তৰীণ হৈ থকাৰ নিচিনাই। এতিয়া মই শান্তিত আছোঁ। মোৰ চতুৰ্দিশে সেইবিলাক অমানুহ। চোৰ ডকাইত। হত্যাকাৰী লোকৰ দৰে জেল নামৰ এইখন নৰকভূমিত কিল্‌বিলাই ফুৰিছে। সকলো এটা নহয় এটা গুৰুতৰ অপৰাধত অপৰাধী। কোনো ভাল মানুহ নাই ইয়াত পৃথিৱীত জানো আজি ভাল মানুহ আছে? যদি আছে তেওঁৰ অকাল মৃত্যু হ'বই। গান্ধীজী, কেনেডী, যীচুৰ মুখ-কিখন মোৰ চকুত ভাহি উঠিল।

কেতিয়া টোপনি গ'ল তপন হাজৰিকাই কব নোৱাৰে। চকুমেলি চাই দেখিলে প্ৰাচীৰৰ সিকাষত এটা নতুন দিনৰ জন্ম হৈছে। আবোণ মাহৰ সদ্য-পুৱাৰ ৰক্তাক্ত বেলিটোৰ পোহৰ এচমকা চেলৰ সামান্য বিন্ধাটোৰেদি আহি তপন হাজৰিকাৰ মুখত পৰিছে। খুব ভাল লাগি গ'ল তপনৰ। এইচমকা শান্ত-বাংগয় ৰ'দ হেমলতাৰ এটি নিবিড় স্পৰ্শৰ দৰে অনুভৱ হ'ল তাৰ। গোটেই গাতে এইখিনি স্বৰ্ণ-ৰ'দ সানি লবলৈ মন গ'ল তাৰ। কিন্তু হাজোতীৰ নিয়মানুযায়ী সি উঠি বহিল। চেলৰ লোহাৰ গেটখনলৈ চালে। ইতিমধ্যে টলাটো খুলি থোৱা আছে। সি চেলৰপৰা ওলাই আহিল। তাৰপৰা তিনিটা চেলৰ আঁতৰত থকা সেইটো নিৰ্বিকাৰ মানুহৰ ওচৰলৈ গ'ল। গৈ দেখিলে একান্ত মনে কলিমনে আকাশলৈ চাই আছে। হয়তো সি গোটেই নিশা তেনেদৰে আছিল। ৰক্তাক্ত, কৰ্কশ চকুৰ দৃষ্টি জীৱনৰ এক কৰুণতম স্মৃতিৰ ছবি দেখাৰ দৰে লাগিল তপনৰ। কলিমনে হয়তো জানিছিল তাৰ দুদিনৰ পাচতে ফাঁচী হ'ব। আৰু সেই ফাঁচী দিব তপন হাজৰিকাই। ধীৰ পদক্ষেপেৰে তপন তাৰপৰা আঁতৰি গ'ল। ইতিমধ্যে পানী

টেপৰ ওচৰত হাজোতীবিলাকে পানী লৈ কোৰ্হাল কৰা তাৰ চকুত পৰিল। অৱলীলাক্ৰমে যেন নৰক-নদীৰ তীব্ৰ সোঁতত ভাহি এইখিনি মানুহ নামৰ ঘৃণনীয় পোক গোট খাইছেহি। সিহঁতে কোৰ্হাল কৰিবই। বিশ্ব বিশৃঙ্খলতা সৃষ্টি কৰিবই।

জেইলৰ কাঁহত তেতিয়া নিশা এক বজাৰ এটা প্ৰচণ্ড কোবত তপন হাজৰিকা ধৰমৰাই সাৰ পাই উঠিল। তিনিটা পঞ্চল্লিশ মিনিটত কলিমনৰ ফাঁচী। সন্ত্ৰস্ত হৈ উঠিল সি। বুকুখন কিবা এটা অচিন দুৰ্বলতাই কঁপাই তুলিলে। খুব অলসতা অনুভৱ হ'ল তাৰ। মাজতে দুঘণ্টা সময়। তাৰ মানে সূৰ্য্যোদয়ৰ প্ৰাক্ মুহূৰ্তত কলিমনে মৃত্যুবৰণ কৰিব। তাৰ পৈশাচিক, মানৱতাহীন এক পশু-জীৱনৰ পৰিসমাপ্তি ঘটিব। এয়াতো জীৱন। এমুঠি ভাত, এখন কাপোৰৰ সংস্থান কৰিব নোৱাৰি ল'ৰা তিৰোতাক নৃশংসভাৱে হত্যা কৰাৰ নিৰ্দয় মনোবৃত্তিৰ মানুহৰো অভাৱ নাই। স্তব্ধ হৈ ৰৈ গ'ল তপন হাজৰিকা! নিৰ্বাক এক অনুভূতিয়ে সমস্ত চিন্তা আৰু চেতনাক গ্ৰাস কৰি পেলালে।

তপনে ভাবিলে: হে ঈশ্বৰ! মোক শক্তি দিয়া। কলিমনৰ ডিঙিত ৰচীডাল লগাই দিবলৈ মোৰ যেন হাত কঁপি নুঠক। আৰু ....আৰু মই যেন কলিমনৰ মুখত হেমলতাৰ মুখখন দেখিবলৈ পাওঁ। সেইখন মুখ—এপাহ ফুলৰ দৰে ধুনীয়া। অথচ নিৰ্মম ভাৱে নিষ্ঠুৰ। তপন হাজৰিকাৰ মনত পৰিল: প্ৰথম ফুলশয্যাৰ নিশা অধীৰ অপেক্ষমানা হেমলতাৰ দুৰু দুৰু কম্পমান মুখখন। জাপ খাই থকা পদুম পাপৰি দুটাৰ দৰে অৰ্দ্ধনিমিলিত দুচকু আৰু শুকাই যোৱা ওঁঠ দুটা দেখি, দুই হাতৰ মাজত হেমলতাৰ মুখখন লৈ তপনে কৈছিল: ডেয়াৰ ইজ এ গাৰ্ডেন ইন হাৰ ফেচ' হোৱেৰ ৰ'জেছ এণ্ড হোৱাইট লিলিজ গ্ৰ'; এ হেভেনলী পেৰেডাইজ্....। জীৱনক পোৱাৰ, ঐশ্বৰ্য্যমণ্ডিতযৌৱনৰ প্ৰথম বিনিময়ৰ, এজনী কোমলাঙ্গী নাৰীৰ অনন্য এক দানৰ স্নেহ-কাতৰ মুহূৰ্তত, সেইদিনা নিশাৰ কাব্যিক অনুভূতিৰে পৰাভূত তপনে হেমলতাক ধৰি দাঙি দিছিল। এটা সৰু চিৎকাৰ কৰি হেমলতাই তাৰ ডিঙিত সাবটি ধৰিছিল। কৈছিল: ৰ'ৰচোন। আজি মই আপোনাক সেৱা কৰিব লাগে।

: মানে?

: মানে....নিয়ম হেনো!



"আচ্ছা—কৰা তেন্তে" বুলি সি হেমলতাক সুসজ্জিত বিছনাখনত আল-ফুলকৈ শুৱাই দিছিল। খুব ভয়ে ভয়ে, সন্তৰ্পণে যে কিবা এটা নেদেখা নোপোৱা বস্তুৰ গম লবলৈ, যেন কিবা এটা ইঙ্গিতৰ উমান লবলৈ অথচ সব জানিও, বুজিও হেমলতা তাৰ লোমহ বহল উদ্দাম ভৰা বুকুৰ মাজলৈ সোমাই আহিছিল। তপনৰ এনেকুৱা লাগিছিল যেন চঞ্চল, তৰঙ্গিত, উচ্ছ্বসিত এক বন্য-ঝৰণা দিগন্তবিস্তীৰ্ণ সাগৰ-সঙ্গমত লীন গৈছেহি। হেমলতাৰ সেই স্পৰ্শ, সেই দুটা অৰ্ধনিমিলিত চকু, সেইখন ফুলৰ দৰে মুখ,....হে ঈশ্বৰ! সেইখন মুখ যদি কলিমনৰ হয়। নিৰ্বিবাদে নিঃসঙ্কোচেৰে তাৰ ৰচীডাল লগাই দি মই মোৰ মুক্তিৰ দিন চমু চপাই আনিম।

চং! চং! নিশা দুই বজাৰ শব্দ সেয়া। কাঁহখন যেন কঁপি কঁপি কান্দি কান্দি নিৰৱ হৈ গ'ল। সেই দুটা শব্দ গভীৰ প্ৰেতঃপ্ৰান্তৰৰ-পৰা উচ্ছ্বসিত হোৱা যেন অনুভৱ হ'ল মোৰ। কৰুণ ঈঙ্গিত যেন সেই শব্দই নিশব্দ এই শৈল-প্ৰাচীৰত জীৱন-মুক্তিৰ এক অনুৰণন তুলি দিলে। এদল সুসজ্জিত চন্তৰী কদম কদম মোৰ ফালে অহা দেখিলোঁ। মই এতিয়া তপন হাজৰিকা নহয়। এটা জল্লাদ। এবাৰ মাৰ মাৰি মানুহ মাৰিছোঁ, দ্বিতীয় এবাৰ চিপজৰী দি মাৰিম। এটা পাপে অন্য এটা পাপক নিবিড়ভাৱে প্ৰশ্ৰয় দিব। দিয়ক। তথাপি মোক মুক্তি লাগে। মোৰ এই বন্দী জীৱন-যৌৱন, আশা-আকাঙ্ক্ষা সৱৰে ওপৰত এখন মুক্ত আকাশ আজি মোৰ খুব দৰকাৰ হৈ পৰিছে। মই কব নোৱাৰেঁ। সেয়া কিহৰ দৰকাৰ। মনটো মোৰ গহীন হৈ আহিল। স্থিৰ মীমাংসাত আহি মই ৰৈ গৈছোঁ। কলিমনক ফাঁচী দিম....আৰু তিনিটা...চাৰিটা তাৰ পাচত মোৰ মুক্তি। জানো হেমলতা আৰু মোৰ কাষলৈ নাহে। অহাৰ সমস্ত পথ ৰুদ্ধ হৈ গৈছে। সেই বন্ধ দুৱাৰ খুলি জীৱনক প্ৰেমেৰে, নাৰীৰ সাহচৰ্য্যৰে আৰু সুন্দৰ কৰি তোলাৰ দুৰ্বাৰ বাসনাও মোৰ নাই।

এদল সুসজ্জিত চন্তৰীৰ আবেষ্টনীৰ মাজত কলিমনক অনা হ'ল। সেই একে নিৰ্বিকাৰ। মই মাথোঁ চাইছিলোঁ। কলিমনৰ মৃত্যুৰ আয়োজন ইতিমধ্যে ঠিক হৈয়ে আছে। ৰচী এডাল ওলমি আছে ফাঁচী কাঠত। ডাক্তৰ। উচচ পুলিচ চাকৰিয়াল আৰু চন্তৰীৰ মাজত মৃত্যুমুখী কলিমনলৈ মই এবাৰ চালোঁ। সেই একে নিৰ্বিকাৰ দৃষ্টিৰে সি আকাশলৈ চাই আছে। মই ভাবিলোঁ: এয়া জানো তাৰ মৃত্যু! সি তো বহুত

দিনৰ আগতেই........এবাৰ খাবলৈ নাপাই আৰু দ্বিতীয়বাৰ তাৰ ল'ৰা-তিৰোতাক হত্যা কৰি সি মৰিয়েই আছে। অথচ সশস্ত্ৰ চন্তৰীৰ মাজত থকা কলিমন....মই জানো তাৰ নশ্বৰ দেহাটোকে সাৱধানে পহৰা দিয়া হৈছে। তাৰ জীৱন জানো কোনোবাই পহৰা দি, দণ্ড দি নিঃশেষ কৰি দিব পাৰিব!

কাঁহত তিনি বজাৰ কোব পৰিল।

এখন প্ৰেতলোকৰ দৰে জয়াল আৰু গম্ভীৰ হৈ উঠিল জেলখানা।

কলিমনক ফাঁচী কাঠত উঠোৱা হ'ল। মোক নিৰ্দেশ দিলে পুলিচ অফিচাৰজনে। ক'লা কাপোৰখনেৰে মুখখন ঢাকি দি ৰচীডাল তাৰ ডিঙিত লগাই দি সি থিয় হৈ থকা কাঠছটা আঁতৰাই দিলেই হ'ব। তাৰ পাচত কলিমন দুই মিনিট সময় গাঁতটোত ওলমি থাকিব। সেইডাল ৰচীয়ে তাৰ মৃত্যুক সহজ কৰি তুলিব। পৃথিৱীত আইন নামৰ মঞ্চৰ মৰ্য্যাদা অক্ষুণ্ণ হৈ ৰ'ব। বচ্। ইমানেই।

ফাঁচী কাঠলৈ মই আগবাঢ়ি গ'লোঁ। তেতিয়াও পোন্ধৰ মিনিট সময়। মোৰ ওচৰত ডাক্তৰ আৰু সেইজন পুলিচ বিষয়া। চন্তৰী দুটাই কলিমনক কাঠছটাত তুলি দিলে। কাঠছটাত থিয় হৈ কলিমনে আকৌ সেই নিৰ্বি-কাৰ দৃষ্টিৰে আকাশলৈ চালে। তাৰ দৃষ্টি অনুসৰণ কৰি ময়ো চালোঁ আকাশলৈ। আকাশত তেতিয়া কৃষ্ণপক্ষ, জোনটো ওলাই অহা মোৰ চকুত পৰিল। জানো জোন ওলোৱাৰ কিছু সময়ৰ পাচতে ৰাতি পুৱাব। কলিমনৰ অস্তিত্ব বিশাল এইখন সমুদ্ৰত নগণ্য বুদ্-বুদৰ দৰে বিলীন হৈ যাব।

আৰু পাঁচ মিনিট।

হে ঈশ্বৰ! এইখন....এইখন কলিমনৰ মুখ হে প্ৰভু! এবাৰ দয়া কৰা। এবাৰ! কোনোদিন তোমাক ঐশ্বৰ্য্য সুখ-শান্তি বিচাৰি প্ৰাৰ্থনা কৰা নাছিলোঁ। মোৰ সমস্ত পাপৰ বাবে এবাৰো তোমাক ক্ষমা ভিক্ষা খোজা নাছিলোঁ। এই চৰম মুহূৰ্তত তুমি দয়া কৰি কলিমনৰ মুখত এবাৰ হেমলতাৰ সেই অশুচি, ব্যভিচাৰী, নিষ্ঠুৰ, সুন্দৰ মুখখন ওপচাই তোলা..........নাই নাই........। ক'তা......এতিয়াও মই কলিমনৰ মুখখনকেই দেখিছোঁ। সেই দুটা কৰ্কশ, কোটৰগত চকু, ৰুক্ষ চুলি, নিস্তেজ মুখ, অদ্ভুত জোঙা নাকটো........

ঘড়ী চাই থকাৰপৰা পুলিচ অফিচাৰজনে মোক ইঙ্গিত দিলে।



ফাঁচী কাঠৰপৰা নামি আহিবলৈ নহয়। কলিমনৰ মুখখন ক'লা কাপোৰ-খনেৰে ঢাকি ৰচীডাল লগাই দিবলৈ। কিন্তু মই.... ? ফাঁচী কাঠৰ-পৰা নামি আহিলোঁ। এবাৰ চিঞৰি ক'লোঁ: "নোৱাৰোঁ......মোক মুক্তি নালাগে........। মোৰ জীৱন-যৌৱন আশা-আকাঙ্ক্ষা........বন্দী হৈ থাওক। যুগ-যুগান্তৰ..........জন্ম-জন্মান্তৰ। মই কলিমনক ফাঁচী দিব নোৱাৰো।"

তাৰ পাচত কি হ'ল মই আৰু কব নোৱাৰোঁ।

কিন্তু কলিমন থকা চেলটোলৈ এটা নতুন মানুহ আহিল। কিমান দিনৰ পাচত তাকো ক'ব নোৱাৰোঁ....লাহে লাহে মোৰ এই বন্দী জীৱনৰ দুখ-বেদনাৰ কথা পাহৰি আহিছিলোঁ........। এতিয়া মোৰ মনলৈ হেমলতাৰ কোনো স্মৃতি নাহে। এতিয়া মোৰ এনে লাগে মই যেন বুঢ়া হৈ গৈছোঁ। মোৰ বুদ্ধি, বিবেক, শক্তি সমস্ত যেন অচল অথৰ্ব হৈ আহিছে। এতিয়া মোৰ ভাল লাগে শৈল-প্ৰাচীৰৰ সিফালে সূৰ্য্যোদয় হোৱা দেখিলে। প্ৰতিদিন মই সেই সূৰ্য্যোদয় চাওঁ। সূৰ্য্যোদয়লৈ অস্থিৰভাৱে অপেক্ষা কৰোঁ..................

# মোহ

---

**শ্ৰীভদ্ৰেশ্বৰ ৰাজখোৱা**

হ'ল বুলিনো তাই আৰু কিমান লোকৰ লেদনা উকলিব। সেই পুৱাই শোৱাৰপৰা উঠিছে, আৰু শান্তি পোৱা নাই। ইফালে বোলে অমুকটো কৰ, সিফালে বোলে তমুকটো কৰ। হেৰ, মানুহৰ দেহাহে আৰু! ভঁৰালৰ তলত দিয়া শিলবোৰ নহয় নহয়। কণা বিধাতাইনো কপালত ইয়াকেহে লিখিছিলনে? ইমানবোৰ কৰিও দুসাজ দুগাল শান্তিৰে খাবপৰা হ'লেও এক কথা। কুমলীৰ চিন্তাত থাউনি নাই। কলঙৰ ডুবিটোত থাউনি পালেও কুমলীৰ চিন্তাৰ থাউনি নাই। ধানগাল হাতত দি, ফাল চটা আতৰাই থৈ আকৌ বাঢ়নীটাবিৰে ধানসোপৰ কাষ-কেইটা ঘূৰাই সাৰি মাজলৈ পেলাই দিলে: কিমাননো এই সোপাকে কৰি থাকিবা হ'ল বুলি। নেওচা-কেওচা দিবলৈ বহি!—বাঢ়নীটাৰ থেকেচা মাৰি ভৰিত লগা ধানবোৰ হাতেৰে একুৱাই তাই ভোৰভোৰাই উঠিল।

যঁতৰ ঘূৰাদি গোটেই দিনটো কৰিও দুপৰীয়া এখন্তেক জিৰাবলৈ সময় নাই। কুমলীৰ খঙে একেবাৰে মূৰৰ চুলিৰ আগ পাইছেগৈ। ইফালে আকৌ কেঁচুৱা দুডালৰ খোন্‌খোননিৰ অন্ত নাই। দুদিনমানৰ-পৰা তাইৰ মূৰত ডাইনীয়ে বাহ লৈছে যেন পাওঁ। কিবা এষাৰ কলেই গোটেইজনী খাওঁ খাওঁ মূৰ্তি ধৰি আছে।

কিবা দেখোন নজনা নুশুনা বেমাৰবোৰে তাইক খুলি খুলি খাই পেলাবলৈ ধৰিছে। কপালত সেন্দূৰৰ ফোঁট ল'ব নোৱাৰে।



খজুৱতিত তত্ নাপায়। ভগৱন্তই এই দুখৰপৰা পাৰ কৰি নিবলৈও দেখা নাপায় যেন পাইছোঁ।

আজি দিনটোৰ ভিতৰতে তাই কেইবাবাৰো কামত ধৰা পৰি গৈছে। শাহুৱেকে তাইক সুধিছে: "হঞে, তোৰ কি হৈছে কিবা অসুখ-বিসুখ যদি নকৱ কিয়? 'শৰীল'টোকনো কষ্ট দিছ কিয়?"—তাইৰ সেইবোৰত মন নাই। কৰিব লাগে কৰি গৈছে। কি কৰিব লাগে বা কি কৰা উচিত—তাই একোৱেই যেন নাজানে। ঘৰটোৰো কোন-কালে কি আছে তাই যেন একেবাৰে পাহৰি গৈছে। চকুৰ আগতে থকা বস্তু এটা বিচাৰি এনেয়ে গোটেই ঘৰটো ঘূৰমুৰিয়াই ফুৰিছে। দুপৰীয়া দুৱাৰৰ ডাং বিচাৰি নাপাই আখলৰ আগ পাইছিলগৈ। কিবা ছুলেও নেকি ঠিক নাই। শাহুৱেকে নেদেখিলে বুলিহে। ন'হলে তাই বকনি খালেহেঁতেন। তাইনো বাৰু তেনেকুৱা ভুল কিয় কৰিব লাগে। নৌ গোসাঁইৰ ঘৰত শৰণ লওঁতেই এইদৰে কিয় বাৰু আখলৰ আগৰ বস্তু-বোৰ লিৰিকি-বিদাৰি ফুৰিবগৈ লাগে।

মূৰৰ কামোৰণিৰ উপৰিও কপালৰ খজুৱতি। নামতী নুটীৰ ঔষধেও একো কাম দিয়া নাই। যিদৰেহে বেমাৰবোৰে লম্ভিছে মৰাৰ লগতহে যাবগৈ যেন পাইছোঁ।

যিটোৰ লগত তাইৰ বিয়া হ'ল, সিও বৰ হবৌ-জবৌ মানুহ। শাহুৱেকজনী নোহোৱা হ'লে যে ভেলোৱে কেনেকৈ ঘৰখন চলালেহেঁতেন ভাবিবই নোৱাৰি। তাতে তিৰোতাজনীৰ ইমানবোৰ বেমাৰ হৈছে, সি ক'ত চকু-কাণ দিছে! মতা মানুহটোৰ সান্ত্বনা বাণী এষাৰ নোহোৱাকৈনো তাই মানুহজনী কেনেকৈ জীয়াই থাকে। কামে-বনেও তেহে হাউচ্ লাগে।

ভেলোৱে যদি হালখনকে ভালকৈ বাব পাৰিলেহেঁতেন তাকে তাই ক'লেহেঁতেন। সি মানুহটো হালৰো নহ'ল ফালৰো নহ'ল। ভাওনা-ঘৰত লোকে ৰজা-মহাৰজাৰ ভাও দিয়ে, সিহঁতৰ ঘৈণীয়েকহঁত গৰ্বত ওফন্দি থাকে। সি আকৌ গৈ ল'বগৈ কিবা অহুৱা-বহুৱাৰ নিচিনা ভাওবোৰ। আনে নকৰা। পৰি থকা। সেইবোৰত তাই তিৰোতা মানুহজনী হৈয়ে লাজ পায়। তেওঁ তাৰ সেইবোৰত চকু নপৰে। নাভাৱে।

তাইৰ নিচিনা লাখৰ-বাখৰ ছোৱালী এজনী আছি যে এই বালিগাঁৱত এনেকৈ পৰিবহি কোনেও ভাবিব পৰা নাছিল। তাইৰতো ভাবনাৰেই

অতীত আছিল । জীয়াৰী কালত তাই মহা আয়ামত আছিল । তাইৰ
ভাবিলে দুখ লাগে । তাইৰ লগৰ কত ছোৱালীৰ বিয়াই হোৱা নাই ।
সিহঁত কিমান সুখত আছে । তাহাঁতৰ সুখখিনিয়ে যেন তাইক মাজে
মাজে ইতিকিং কৰি হাঁহে । তাই তেতিয়া পাগলীৰ দৰে হৈ যায় ।

বিয়াৰ আগতেই শুনিছিল যে ভেলৌৰ ঘৰত মাকৰ বাহিৰে আৰু
কোনো নাই । তাই মহাসুখত ৰাজৰাণীৰ দৰে থাকিব পাৰিব । কথাটো
অৱশ্যে একেবাৰে নোহোৱাও নহয়, বিয়াৰপৰা দুমাহমানলৈকে তাই
ভাবিছিল, তাইৰ নিচিনা সুখত এই 'ভূ-ভাৰত'ত বোধহয় আৰু কোনোৱেই
থকা নাই । তাহাঁতৰ গাঁৱৰ আনবোৰ ছোৱালীৰ তাইলৈ ঈৰ্ষা হৈছিল ।
পিছে, তাহাঁতে বুজা নাছিল যে এই সুখেই সুখ নহয় । ভাদমহীয়া
ক'লী গাই ভাললৈ নজগে ।

য'ৰে মানুহ আহক, ভেলৌটোৱে সদায় আঁঠুৰ মূৰতে চুৰিয়াখন পিন্ধি
ফুৰিব । তাইৰ দেখিলেই লাজ লাগে । কিমান দিন যে তাই লাজত
পৰিছে তাৰ সীমা সংখ্যা নাই । তাইৰ বৌৱেক-পিতায়েক আহিলেও
তেনেকৈয়ে থাকে । শেনচোৱাৰ বালিগঁাৱৰ ডেকা ল'ৰা এটায়োযে
তেনেকৈ থাকিব পাৰে তাই ভাবিবই পৰা নাছিল । এই ল'ৰাবোৰৰ
গাত শনিহে লাগিছে যেন পাইছোঁ । বোৱাৰী এজনীয়েও শান্তি নাপায় ।
তাতে আৰু এটা কথা হ'ব পাৰে । ভেলৌ যেনেকুৱা মানুহ তাইকো
বোধহয় সিহঁতে তেনেকুৱা বুলিয়েই ভাবিছে । বুকু ৰহল বহল, খুব
সাহ দেখুৱাই ফুৰা এই ল'ৰাবোৰৰ সাহ তাই ভালদৰে জানে । দেখিবলৈ
মন নাযায় । সিহঁতৰ মুখত যিহকে আহে তাকে কয় । কামত একো
নাই । ৰাতি হ'লে সাত হাল বায়, পুৱা হলে এহালো নাই ।

মাটিতে পাটী এটা পাৰি এবাগৰ দি তাই কথাবোৰ মনত পেলাবলৈ
চেষ্টা কৰিলে । ল'ৰা-ছোৱালীহাল শাহুৱেকৰ লগতে আছে ।

মাক-বাপেকৰ মনত যি শান্তি নিদিয়ে সি জীৱনত কেতিয়াও শান্তি
নাপায় । তাই আকৌ ভাবি চালে । হয় ! এয়া 'শাস্ত্ৰ'ৰ বাণী ।
তাইৰপৰা জানো বাপেক-মাকে কম দুখ পালে । তাইতো জীৱনত
একো ভাল কাম কৰি নাপালে । দুই তিনিবাৰ তাই ৰাইজৰ চকুত ধূলি
মাৰিলে ।' ৰাইজৰ চকুত ধূলি মাৰিলেও তাই মাকৰপৰা সাৰিব নোৱাৰিলে ।

শেষৰবাৰ সেয়ে খৰখেদাকৈ তাইক ভেলৌলৈ বিয়া দি দিলে ।
ভেলৌ নহৈ যদি আন ল'ৰা হ'লহেঁতেন সি জানো তাইক ইমান সহজভাৱে



বিয়া কৰিলেহেঁতেন ! নকৰে । কেতিয়াও নকৰিলেহেঁতেন । কুমলী-
হঁতৰ ঘৰ জোৰাস্ত মানুহ । বিয়াৰ লগত গাড়ী দুখন, গাখীৰ চাৰি মোন
আৰু মিঠৈ দুটিং দিহে তাইক বিয়া দিছে । সিও তাকে পাই বিয়া
কৰিলে । আন হোৱা হ'লে আতি-গুৰি মাৰি ছোৱালী চাইহে বিয়া
পাতিলেহেঁতেন ।

দহে বিমানেই যি নকওক কৰৈয়নী গঁাৱৰ তাইৰ মোমায়েকৰ পুতেক
হৰিৰ লগত যে তাইৰ তেনেকুৱা এটা বেয়া সম্বন্ধ আছে কোনেও বিশ্বাস
নকৰে । সেই কথা যদি কেনেবাকৈ ওলাই গ'লহেঁতেন তাই আৰু হৰিয়ে
কেতিয়াও মুখ উলিয়াব নোৱাৰিলেহেঁতেন । মাকে কতবাৰ ফুচুলাই
ফুচুলাই তাইক সুধিলে, তাই একেবাৰে সৈ নাকাঢ়িলে । কয়নো
কেনেকৈ । আন আন গঁাৱৰ ল'বাৰ লগত তাই কথা-বতৰা হবলৈ চায়,
কিন্তু একেবাৰেই সুবিধা উলিয়াব নোৱাৰে । তাইৰ বাপেক-মাক যমৰ
নিচিনা । খাই পেলাব ।

কপহীহাটলৈ যোৱা শিলগুটি দিয়া আলিটো পাৰ হৈ যেতিয়া তাই
পথাৰলৈ যায় তেতিয়াও আলিৰ মানুহখিনিকে ভালকৈ চাব নোৱাৰে ।
নাকে বাধ চকুৰে তাইলৈ চায় । কোনো 'গিৰস্থ'ই যেতিয়া লগত
কোনোবা গাভৰু ছোৱালীক ক'ৰবালৈ লৈ যায়, সিহঁতে বাটৰ মানুহ-
বিলাকৰ চকুলৈ থৰলাগি চাই যায়, যাতে তাহাঁতৰ লগত যোৱা ছোৱালী
কেইজনীক চাব নোৱাৰে । সিহঁতে তেনেকুৱা কিয় কৰে তাই বুজি
নাপায় । তাইৰ কিন্তু খুব হাঁহি উঠে । তাইৰ হাঁহি উঠাটো কি আৰু,
তেনে অৱস্থাত মৰা মানুহৰো হাঁহি উঠিব ।

সেইকাৰণেই পলাশনি গঁাৱৰ মানুহে তাইক গড় মাৰি বাপেক-মাকে
ৰাখিছে বুলি কয় । হ'লে কি হ'ব, মনটো জানো বান্ধ দি ৰাখিব পাৰে !
কুমলীয়ে মনতে ভাবি চালে, মাক আৰু পোৱালী উভয়ৰে মন থাকিলে
পোৱালীয়ে য'তে ত'তে গাখীৰ খাব পাৰে ।

তাইৰ গিৰীয়েক ভেলৌক দেখিলেই তাইৰ সদায় হৰিটোলৈহে মনত
পৰে । সি জিলাৰ অফিচ এটাত পিয়ন কাম কৰে । ভাল মানুহৰ
সঙ্গত থাকে । দুটা ভাল ক'ব জানে । দেশৰ কথাবোৰ তাৰ
মুখত আখৈ ফুটাদি ফুটে । ক'ত ক'ত মানুহ খাবলৈ নাপাই মৰিছে,
ক'ত বানপানী হৈছে, চাউল নোহোৱা দেশখনত কেনেকৈ বোজাই বোজাই
চাউল ওলাইছে, সি সকলোবোৰ ভাঙি পাতি এতিয়া আহিলেও কৈ যায় ।

ভেলোৰে সেইবোৰ ভেৰা লাগি শুনি যায়। কেতিয়াবা কেতিয়াবা হৰিৰ এইফালে 'মপচল' পৰে। তাৰ 'মপচল' পৰিলেই ৰাতি থাকি যায়। পোছাকে-পাতিয়ে তাক দেখিলেই তাইৰ এতিয়াও মনটো শাঁত পৰি যায়। চৰকাৰী কামজাৰি মানুহ। কপালত নহ'লে ৰজাৰ ধন খাব নোৱাৰে। ভেলোৰে সিয়ে যেতিয়া একেলগে থিয় হয় তাইৰ লাজ লাগে। তাৰ ধুনীয়া এখন চাইকেল আছে। ভেলোৰ নাই। সি আহিলে সদায় চাইকেলত নিকপ্‌কপীয়াকৈ ফিটাৰে বান্ধি থোৱা মস্ত বেগটোত তাইঁতলৈ কিবা আনিবই। ল'ৰা-ছোৱালীহালে লুজেন বা বিস্কুট কিবা এটাৰ মুখ দেখিবই।

তাইৰ ল'ৰাকণ দেখিবলৈ প্ৰায় হৰিৰ নিচিনাই। নোহোৱাৰ কোনো কাৰণ নাই। সকলোৰে কয় যে সি মোমায়েকৰ ঠগ লৈয়ে আহিছে। আহিবই। মোমায়েকহঁতে জানো কম মৰম কৰে কুমলীক। সেই মোমায়েকৰ ল'ৰা হৰি ককায়েকৰ ঠগটো তাইৰ ল'ৰাকণে লৈ আহিছে। মানুহে তেনেকৈ কোৱা অৱস্থাত তাইৰ মনটো কেনেকুৱা লাগে তাই নিজেই নাজানে!

টোপোলা অনা আলহীক 'গিৰস্ত'ই ভাল পায়। তাইহে তাক একো দি পঠাব নোৱাৰে। তাই জানে যে তাই একো দি নপঠালেও সি একো বেয়া নাপায়। শাহুৱেকে কেতিয়াবা জিকা-কোমোৰা দুটামানকে বান্ধি দিবলৈ ক'লে তাই মুখতে ধৰে: নালাগে দিয়ক। মোমাইদেউ-হঁতৰ ঘৰত এইবোৰ বস্তুৰ বৰ ওৱাদানি। খাওঁতা নোহোঁতা নাই। এইবোৰ দি পঠিয়ালে সিহঁতে হাঁহিবহে।

হৰি ককায়েক আহিলে খোৱা-বোৱাৰপৰা শোৱালৈকে তাই চকু দিব লাগে। ঘৰখনতো আৰু মানুহ নাই। ভেলো তো ভেলোৰেই। লাজতে প্ৰায়ভাগ তাৰ লগত কথা নাপাতে। শাহুৱেক বুঢ়ীয়ে সি আহি-লেই সদায় ল'ৰাকণক তাৰ লগতহে শুৱাই থয়। হৰি মোমায়েক অহাৰ গম পালেই হ'ল, সিও তাৰ লগ নেৰে। একেলগে খাবলৈয়ো লাগে শুবলৈয়ো লাগে। হ'লেও সি কেঁচুৱাতো, ৰাতি বৰ আমনি কৰে। ৰাতি সাৰ পালেই তাইক বিচাৰে।

হৰিয়ো বহুদিন অহা নাই। এই জলহু মানুহটোৰ লগত যে তাই জীৱনটো কেনেকৈ কটাই দিব, ভাবি ভাবিও শেষ কৰিব নোৱাৰে। আজি বিয়া হোৱা ইমান দিন হৈ গ'ল, তথাপি তাক তাই ভাল পাব নোৱাৰিলে। নোৱাৰেও!



ভেলো যিফালেই যায়, যিহকে কৰে, তাইৰ চকুহালে থহ থহাই থাকে। সি খালি ওৱা বন দোৱা কৰি ফুৰিব। কেতিয়াবা তাই তাক কেট-কেটাই থাকে। আজি কিছুদিনৰপৰা সিও মানুহটো তেনেকৈ খিং-খিঙীয়া হৈছে। মাজতে এদিন তাইক ভালকৈ এজাউৰি দিলে। সেইদিনাৰ-পৰা তাইৰ তাক ভয়ো লগা হৈ আহিছে!

সিনো বেচেৰাই কি কৰিব। মানুহ এটা পোহাই হাতী এটা পোহাই আজি কালি সমান। কোনো বস্তুৰেই খাব-ল'ব নোৱৰাত পৰিছে। আগেয়ে যেনিবা ধানমুঠিৰ চিন্তা নাছিল, এইবাৰ কি হয় ঠিক নাই। শাওণৰ মাজ পালেহি—বোৱনীৰতো কথাই নাই, টীকাবোৰ পানীত ডুব গৈ আছে।

যিমান যিয়েই নহওক, সি মানুহটোৱে যদি তাইক মন যোগাব পাৰিলে-হেঁতেন, হাজাৰ দুখৰ মাজতো তাই শান্তি পালেহেঁতেন। সেয়ে মাজে মাজে হৰি ককায়েক আহিলে তাইৰ মনটো ৰঙাই যায়। পুৰণি দিন-বোৰৰ কথা মনত পৰে। ভাল লাগে। পুৰণি বস্তুৰ চোক বেচি। থেকেবাৰে হওক বা জলকীয়াৰে হওক।

আজি কেইদিনমানৰপৰা তাইৰ মনটোত একেবাৰে শান্তি নাই। তাতে যিদিনাই তাইৰ গাত সি হাত দিলে, সেইদিনাৰপৰাই তাইৰ ভাত-পানী সোপা বিহ বিহ যেন লাগিছে। এনেয়ে তাইৰ খোৱা-বোৱাত লাগ-বান্ধ নাই। টেঙাই-টোকোছাই এগাল সুমুৱাব পাৰিলেই হয়। ঘৰত সেইকাৰণেই তাইক ভাল পাইছিল। তাইৰ ভনীয়েকজনীয়ে আকৌ জুটি-বুধি এসোপা নহ'লে ভাতৰ পাতত বহি ভোৰভোৰাই থাকে। সেই কাৰণেই তাই কিৰকিৰাই মৰা গছৰ দৰে জোৰ নাইকিয়া যেন।

আনদিনা হ'লে ভাত খাই উঠি ইখন-সিখন কৰিলেই তাইক টোপনিয়ে হেঁচা মাৰি ধৰে। আজি কিন্তু তাইক সমূলি টোপনিয়ে হেঁচা মাৰি ধৰা নাই। জীৱনৰ জীয়াই থকা চিন্তাতকৈ টোপনি একো ডাঙৰ বস্তু নহয়। অকণমান শুই নললেও এই গৰমৰ দিনত বৰ মূৰ কামোৰে। বতৰডালো যে আৰু কি হৈছে, বৰষুণ হ'লেও বাজলৈ ওলাবলৈ মন নাযায়। পেন্‌পেনাই থাকে। ৰ'দ হলেও একেবাৰে তিখংখৰা। বতৰডালৰ টেৰ পাবলৈকে টান হৈছে।

পাটীখনতে বাগৰি পৰি থাকোঁতে তাইৰ চিম্‌মিলকৈ টোপনি অকণমান আহিছিল। বুঢ়ীমাকৰ লগতে শুই থকা ছোৱালীজনীয়ে লগালে কান্দন।

বুঢ়ীয়ে মাতোঁতেই তাইৰ টোপনি ভাগি গ'ল। তাইৰ ভীষণ খং উঠিল। এইটোক মাৰি থোৱা হ'লেই ভাল আছিল। ভাল কুলৰ কণ্টকবোৰ আহি জনম ললেহি।

কেঁচুৱাটো আনি লগতে লৈ পাটীখনত পৰোঁতেই শাহুৱেকে মাত লগালে : হএঁৱা, বেলি তিনিপৰ গ'ল, এতিয়াও শুই থাকিব লাগেনে ? ধানগাল চাইছনে ? এই ৰ'দত সেইপোনেই খৰি যাব।

কুমলীয়ে একেচাটেই ৰণচণ্ডী মূৰ্তি ধৰি বাহিৰলৈ ওলাই গ'ল। ছোৱালীজনীয়ে টে-টেৱাই চিঞৰি থাকিল। বুঢ়ীমাকে মুখতে কিবাকিবি কৈ কেঁচুৱাটো নিচুকাবলৈ লাগিল। ভেলোৰ তেতিয়ালৈকে খিয়ালেই নাই। মথ জুৰি শুয়েই আছে।

শাহুৱেকে তাইক যেনেকৈয়ে নকওক তাই এটা কথা খুব ভালকৈ জানে যে শাহুৱেকে তাইক খুব মৰম কৰে। একেটি পোৰ বোৱাৰী। তাইৰ গাত দোষ পৰিবলৈকে নিদিয়ে। আনে কিবা কবলৈ ধৰিলেও মুখতে ধৰে। সেই কাৰণেই তাইৰ শাহুৱেকক খুব ভাল লাগে। আৰু এটা কাৰণত তাইৰ ভাল লাগে। ভেলো অলপ বুজন হওঁতেই বাপেক মৰিল। তেতিয়াৰে-পৰা ল'ৰাটোক বুকুত সাবটি তাৰ মুখলৈকে চাই দিনবোৰ কটাই দিলে। ভাল 'ধৈইয'ত থাকিল !

ধান চপাই মানে ঘৰৰ ছাঁ গৈ চোতালৰ মাজ পালেগৈ। বাহিৰত মেলি দিয়া কাপোৰবোৰ সামৰি-সুতৰি ইফাল-সিফাল কৰোঁতেই সাজ লাগিবৰ সময় হ'ল। ল'ৰাকণক ভৰি-হাত ধুৱাবলৈ ধৰোঁতেই ঠিক একে সময়তে ঘৰৰ চোতালত চাইকেলৰ তিলিলিং তিলিলিং শব্দ শুনিলে। সেইটো যে তাইৰ হৰি ককায়েক বুজিবলৈ বেচি পৰ নালাগিল। আধা হাত-ভৰি ধোৱাৰ পৰাই ল'ৰাকণে দৌৰ মাৰিলে : মোমাইদেৱে লুজেন দিলে আইউ। মোমাইদেৱে লুজেন দিলে আইউ। --সি ভিতৰ সোমাই আহিল। শাহুৱেকে চাকিটো লৈ বাজ ওলাই গ'ল।

তাই সেইটো ছেগতে মূৰটো কাকৈয়াই ল'লে। অলপ চুঁচি মাজি নাথাকিলে হৰি ককায়েকে কিবা ক'ব পাৰে। গতিকে মূৰটো আঁচুৰি সেন্দূৰৰ ফোঁট এটা ল'লে।

ফোঁটটো লৈ ঠিক বাজ ওলাইছেহে, ধৰিলে খজুৰতিয়ে। হৰি ককায়েকক দেখিলে --বহি আছে। কাষতে ল'ৰাকণ। হৰি ককায়েকে মিচিকৈকৈ হাঁহি এটা মাৰিলে। তাই ভিতৰলৈ সোমাই গ'ল।

চাহ কাপ কৰি থাকোঁতেই তাইৰ নানা চিন্তা আহিল। আগেয়ে এইখন ঘৰত কেতিয়াও খাবলৈ নটাকৈ থকা নাছিল। বোৱাৰীক 'লখী' বুলি কয়। তাইকো তাইৰ শাহুৱেকে কয়। কিন্তু তাইহে দেখিছে যে এইখন ঘৰ আগতকৈ পৰি গৈছে। তায়েই এতিয়া ঘৰৰ মূল মানুহ। তায়েই যদি এনেকুৱা হয়, তিষ্ঠি থাকিব কেনেকৈ। অইন ফালে বিয়েই নকৰক ভেলোৱে তাইক কেতিয়াও অবিশ্বাস কৰা নাই। এইহেন মানুহটোক তাই ফাঁকি দিছে। এবাৰ যেতিয়া তাৰ লগত তাইৰ বিয়া হ'ল কপালৰ সেন্দুৰৰ ফোঁটটোৰ দৰেটো আৰু তাক চিকুটি এৰুৱাই দিব নোৱাৰি।

হঠাতে তাই চক্ খাই গ'ল —তাইৰ ফোঁটটোৱে যিদৰে খজুৱাবলৈ লৈছে। এই ফোটটো তাইৰ নাইকিয়া হৈ যাবনেকি ? তেতিয়া তাইক কোনে উদ্ধাৰ কৰিব ? তেতিয়া তো কুৰিটা হৰিয়েও তাইক উদ্ধাৰ কৰিব নোৱাৰে। তাইৰ মনে মনে ভাব হ'ল : যাৰ বাবে শাখা সেন্দূৰ তাকে পাতিছে ভোকোৱা এন্দুৰ। ইহকাল পৰকালত তাইৰ কেতিয়াও উদ্‌গতি নহয়।

ভেলোৰ উদাৰ মনটোলৈ তাইৰ পুতৌ হ'ল। শাহুৱেকৰ জী যেন ৰৰমথিনিলৈ কুমলীৰ মনত পৰিল। তাই বুজি পালে যে এইবোৰ বেমাৰ-আজাৰ তাই নিজেই চপোৱা। হনুমন্তই নিজৰ মুখৰ জুই নিজে নুমুৱাৰ দৰে তাই নিজেই ভাল কৰিব লাগিব। তাই ভাওনাঘৰত চোৱা এই ভাওনাটোৰ অৰ্থ এতিয়াহে যেন বুজি পালে। নাল ভগা কাপটোৰ চাহ কাপ হৰিক হাতে হাতে দি তাই চিন্তা কৰি কৰি একাষে থিয় দি ৰ'ল। সি লাহেকৈ জেপৰপৰা কাগজৰ মুৰা এটা তাইলৈ আগবঢ়াই দিলে।

: কি ?—কুমলীয়ে সুধিলে।

: তই যে কৈছিলি পখৰা ব্লাউজৰ কাপোৰটোৰ কথা।

: তোৰ ঘৰত ভনীয়েৰ আছে, তাইক কিমান বস্ত্ৰ দিছ ? এইটো লৈ যা, তাইকে দিবি। তই ইয়াৰপৰা এতিয়াই যা। আগলৈ তই কেতিয়াও আৰু এইফালে নাহিবি। যা, তই এতিয়াই যা। —তাই ভালকৈয়ে বুজিছিল যে আনদিনা অহাৰ দৰে হৰি আজিও এই সময়ত আহিছিল ৰাতি থকাৰ ছল কৰি তাইক পোৱাৰ আশাৰে।

কথাখিনি তাৰ মুখলৈ নাচোৱাকৈয়ে কৈ কুমলী দৌৰি যোৱাদি ভিতৰলৈ সোমাই গ'ল। বাৰত থাকি আধা মৰা হোৱা মাছ এটাৰ দৰে হৰিয়ে থৰ লাগি সেই ফালেই চাই ৰ'ল।

# মৈদাম

## শ্ৰীত্ৰৈলোক্য ভট্টাচাৰ্য্য

নামিবলৈ সাজু হ'লোঁ ।
পাহাৰটোৰ একাষত বেলিটো মাৰ যাব খুজিছে । চৰাইদেউ পাহাৰৰ
ফালৰপৰা উৰি আহিছে এটা বগলী । দিনটোৰ ভাগৰ তাৰ ডেউকাত ।
সোঁ-সোঁকৈ বলা বতাহজাকত পথাৰখনৰ কঁহুৱা ফুলবিলাকেও মূৰ জোকাৰি
যেন লোক নামি আহিবলৈ কৈছে ।
চাবলৈ একো নাই । আহোমৰ শৌৰ্য্য-বীৰ্য্য বীৰত্বৰ সাক্ষী ইতিহাস-
প্ৰসিদ্ধ চহৰ গড়গাঁও এখন মৰিশালী । মাজত ছশ বছৰীয়া আহোম
ৰাজত্বৰ কীৰ্তিস্তম্ভ কাৰেংঘৰ ।
"আপোনাৰ ভয় লাগিল ?" নামিবলৈ ধৰি মই ৰৈ গ'লোঁ ।
কাৰেংঘৰৰ ওপৰত যে আৰু এটা মানুহ আছিল ইমান সময় মই ধৰিব পৰা
নাছিলোঁ । হাঁহিছে মানুহটোৱে ।
"আপোনাৰ ভয় লাগিছে নহয় ?" আকৌ মানুহটোৱে ক'লে ।
"আপোনাৰ ভয় লগাৰ প্ৰমাণ দিবলৈ লাজ লাগিল মোৰ । হাঁহি হাঁহি হঠাৎ
নামি গৈ ভয় লগাৰ প্ৰমাণ দিবলৈ লাজ লাগিল মোৰ । হাঁহি হাঁহি হঠাৎ
গম্ভীৰ হৈ মানুহটোৱে কৈ গ'ল, "এদিন কাৰেঙৰ ভিতৰ সোমাবলৈ মানুহে
ভয় কৰিছিল । স্বৰ্গদেউ আছিল ; আছিল ৰাজমাও, ৰাজকুঁৱৰী আই-
দেউসকল । দুৱাৰমুখত আছিল চন্তৰী । পকুৱা এটা সোমোৱাৰো পথ
নাছিল । আজি তো কোনো নাই । আপোনাৰ ইমান ভয় কিহৰ ?"
মানুহটোৱে আকৌ হাঁহিবলৈ আৰম্ভ কৰিলে । হাঁহিৰ যেন শেষ
নাই । প্ৰতিটো মুহূৰ্ততে ভাব হয় এই যেন শেষ হব । কিন্তু দুগুণ



উৎসাহেৰে পুনৰ আৰম্ভ হয় হাঁহি । মানুহৰ গৰ্ব আৰু অহঙ্কাৰ খৰ্বকাৰী
মহাকালৰ যেন গৰ্জনহে মানুহটোৰ হাঁহিটো । সেই নিৰ্জন পৰিবেশত
ভয় ভাবটো মোৰ আৰু অলপ বেচি হ'ল ।
হাঁহি শেষ হ'ল । মানুহটো বহাৰপৰা থিয় হৈ এখোজ-দুখোজকৈ
মোৰ ফালে আগুৱাই আহিল । চকু স্থিৰ হৈ ৰৈ আছে মোৰ ওপৰত । দুপাট
যেন সুতীক্ষ্ণ শৰ । মানুহৰ চাৱনি যে ইমান তীক্ষ্ণ প্ৰথম গম পালোঁ ।
কাৰেংঘৰ কোনে সজাইছিল মনত আছে আপোনাৰ ?" চকুলৈ চাই
থাকি মানুহটোৱে সুধিলে ।
"গড়গঞা ৰজাই ।" ভয়ে ভয়ে মই ক'লোঁ ।
"চহৰখন গড়গঞা ৰজাই । কাৰেংটো ?"
"স্বৰ্গদেউ ৰুদ্ৰসিংহই ।"
"শিৱসিংহই নহয় ?" মানুহটোৰ মাতত থকা বিদ্ৰূপৰ সুৰটো কাণত
বাজি ৰ'ল ।
"অসমৰ মানুহে শিৱসিংহক ভালদৰে চিনি পায় । দুৰ্বল, স্ত্ৰৈণ,
সংস্কাৰাচ্ছন্ন । চিনাতলীয়া নটৰ জীয়ৰী ফুলেশ্বৰীক বৰৰজা পাতি নিজে
উঠিবজা হ'ল । মোৱামৰা মহন্তক বলিৰ ফোঁট দিয়ালে, প্ৰজাবিদ্ৰোহ হ'ল
—আৰু—" মানুহটোৱে আকৌ হো-হোকৈ হাঁহিবলৈ ধৰিলে । পাগলৰ
দৰে লাগিল মোৰ মানুহটোক ।
মই আকৌ নামি অহাৰ কথা ভাবিলোঁ ।
"কাৰেং শব্দটোৰ অৰ্থ কি জানে ?" মানুহটোৱে মোৰ যেন পৰীক্ষাহে
লৈছে । বিব্ৰত মই মূৰ জোকাৰিলোঁ ।
"নাচনী ছোৱালীৰ ঘৰ ।" মানুহটোৱে ক'লে । "স্বৰ্গদেউ গদাধৰ
সিংহই পুত্ৰ লাই কোঁৱৰক কৈ গৈছিল—সৰুক বৰ বিষয় নিদিবি, পথালি
ফোঁটাক বিশ্বাস নকৰিবি, ৰাজসভাত জাঙা ঢোল বজোৱাই নটিনী নন-
চুৱাবি ।"
"লাইকোঁৱৰ মানে ?"
"স্বৰ্গদেউ ৰুদ্ৰসিংহ । সিংহাসনত উঠি বৈষ্ণৱ গুৰু হৰিদেৱত শৰণ
ললে । এসেৰ সোণৰ শিৱ মূৰ্তি পূজা কৰিলে, ৰংঘৰ সাজি নটিনী নচুৱালে,
আৰু—"
মানুহটো ৰৈ গ'ল । গম্ভীৰভাৱে আকাশখনলৈ চাই থাকি সুধিলে
"আজি বৌদ্ধপূৰ্ণিমা নহয় ?"

পূব আকাশৰ চুকটোত ভুমুকি মৰা পদুমৰ চকাৰ দৰে জোনটোলৈ চালোঁ। টুকুৰা-টুকুৰ ডাৱৰৰ আঁৰে আঁৰে লুকাভাকু খেলি যেন লৰি ফুৰিছে জোনটো।

"আজি সৰগদেউ পূজা।" মানুহটোৰ মুখলৈ ওভতাই আনিলোঁ মোৰ চকু।

"কাৰেংঘৰলৈ প্ৰতিবছৰত এদিন আহে স্বৰ্গদেউসকল। তেওঁলোকৰ একালৰ বাসস্থান চাই হয়তো চকুলো টোকে। আজিয়েই সেই দিনটো।" মানুহটো মনে মনে থাকিল অলপ সময়, কিবা এটা যেন গভীৰভাৱে চিন্তা কৰিলে আৰু মোক সুধিলে,

"চৰাইদেউলৈ গৈছে আপুনি?"

"ওঁহো।"

"নাযাব।"

"নাযাম? কিয়?"

"কি আছে চাবলৈ? একো নাই। অ'ত ত'ত সিঁচৰিত হৈ পৰি আছে মাত্ৰ কেইটামান মৈদাম। ভাল লাগে স্বৰ্গদেৱৰ স্বৰ্গপুৰী গড়গাঁও।" আকৌ অলপ সময় মনে মনে থাকিল মানুহটো। আকাশখনৰ চাৰি চুকলৈ চাই মোক হঠাৎ সুধিলে,

"খৈয়ামৰ ৰুবায়াত আবৃত্তি কৰিব জানে আপুনি?"

"ওঁহো।"

"তেন্তেনো কি জানে?" বিৰক্তিৰে উপচি পৰিল মানুহটোৰ কণ্ঠস্বৰ। লাজ-লাজকৈ তেওঁৰ মুখলৈ চালোঁ। আকাশৰপৰা চকু নাতবোৰাকৈ একমনে মানুহটোৱে গাতি গ'ল ওমৰ খৈয়ামৰ কেইটামান ৰুবায়াত— "ইয়াত শুই থকা সকলে এসাজ খাবলৈ পোৱা নাছিল, যি খাবলৈ পোৱাৰ গৌৰৱত ওফন্দি পৰিছিল। তাকিক আৰু ধাৰ্মিক, জ্ঞানী আৰু মূৰ্খ, সম্ৰাট আৰু ভিখাৰী। আজি আৰু কাৰো চিন নাই—কোন আছিল সম্ৰাট, কোন ভিখাৰী। কোন জ্ঞানী, কোন মূৰ্খ। সকলো মিছা, গৰ্ব, অহঙ্কাৰ, দুখ আৰু শোক, সঁচা মাত্ৰ সুৰা আৰু চাকী।" কিন্তু কি অসহ্য দুখৰ কথা! "সুৰা আৰু চাকীৰ বাণী শেষ হব এদিন। এটা এটাকৈ আঁতৰি যাব দৰ্শক। নিৰৱ হৈ পৰিব নাচঘৰ। নাচনীৰ নাচোন বন্ধ হ'ব। হেংদাঙৰ চিকমিকনি, ঘোঁৰাৰ হেঁহনি এদিন সকলো শেষ হব। মাত্ৰ থাকিব বালিৰ ওপৰত খোজৰ চিন।"



ৰুবায়াত গাতি গাতি বৈ গ'ল মানুহটো।

"কাৰেংঘৰলৈ উঠিলে মোৰ কেনেকুৱা লাগে, জানে?" মই যেন আহোম স্বৰ্গদেউ যাৰ আদেশত উঠা-নমা কৰিছে সৈন্যদল। কাষত আছে বুঢ়া-গোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই। হাতত আছে হেংদাং। মনলৈ আহে" —খহি যাব খোজা গাৰ কাপোৰখন গোঁ-হাতেৰে দাঙি ধৰি এনেদৰে মাৰি পঠালে যেন সৈন্যাধ্যক্ষই এজাক সৈন্যক আদেশহে দিছে।

"অসমৰ বিখ্যাত ৰজা কেইজনৰ নাম মনত আছে আপোনাৰ?"

মই মনত পেলাবলৈ যত্ন কৰিলোঁ। চুকাফাৰপৰা চুহুংমুঙলৈ। জয়ধ্বজ সিংহৰপৰা পুৰন্দৰসিংহলৈ।

"চুখ্ৰাংফা অসমৰ এজন বিখ্যাত ৰজা?"

"ল'ৰা ৰজাৰ দৰে!" মই ঠাট্টাৰ সুৰত ক'লোঁ। মানুহটোৱে মোলৈ খপ কৰে সেই অদ্ভুত চাৱনিৰে চালে। মোৰ ভাৱ হ'ল গোবৰ ৰজাকো যদি বিখ্যাত ৰজা বোলে মই প্ৰতিবাদ নকৰোঁ।

"আহক আপোনাক কাৰেঙৰ ভিতৰখন দেখুৱাই আনো।" নতুনকৈ সাজি উলিওৱা এটা বৰ যেন মোক দেখুৱাব খুজিছে মানুহটোৱে মোৰ তেনে লাগিল।

ওপৰ মহলাৰপৰা নামি আহিলোঁ আমি। ষষ্ঠ মহলাৰ ভিতৰলৈ সোমাব খুজি মই বৈ গ'লোঁ। ভিতৰত ঘোপমৰা আন্ধাৰ।

"ভয় নাই আহক—তুংখুঙৰ সৰ্বেশ্বৰ কোঁৱৰ আছে আপোনাৰ লগত।"

মানুহটোৱে মোৰ হাতত ধৰিলে আৰু জোৰ কৰি ভিতৰলৈ টানি লৈ গ'ল।

সাতমহলীয়া ৰাজকাৰেঙৰ এইটো ষষ্ঠ মহল। ইয়াতেই বহিছিল আহোম ৰাজসভা। তিনিবৰমূৰীয়া, গোহাঁই, ফুকন, বৰুৱা, ৰাইলুং চেংধোৱা, চুংধোৱা। সোণ, মণি, মৰকতৰে লতাফুল আঁকা সাতখলপীয়া সিংহাসনত বহিছিল স্বৰ্গদেউ—মখমলৰ তলিত তলিচা, গোমচেঙৰ কাপোৰত তুলা ভৰোৱা চাৰিচুকীয়া তুলি আৰু—

"কিন্তু এদিন স্বৰ্গদেউ চুখ্ৰাংফাৰ ৰাজসভাত, ৰাজ্যৰ ধৰণী তিনিও-জন বৰমূৰীয়া উপস্থিত নাছিল। স্বৰ্গদেৱে ন্যায়সোধা ফুকনক সুধিলে:

"ডাঙৰীয়াসকল উপস্থিত নথকাৰ কাৰণ?"

"স্বৰ্গদেউ! কুন্ মিনকুন্ খাৰ পৰিবৰ্তে বিদেশী সাজ মোগলাই চোগা চাপকণ পিন্ধিবলৈ ডাঙৰীয়াসকল অমান্তি হৈছে। কৈ পঠাইছে—

"তেওঁলোকক অসমীয়া সাজ পিন্ধিয়েই আহিবলৈ কোৱা হওক।"

অলপ পাচত বুঢ়াগোহাঁই আহি আঁঠু ললে। গাত এঙাচোলা, চিকণ পাতৰ চুৰীয়া, ধুনীয়া ফুলৰ চেলেং, মূৰত ফোঁট, ডিঙিত সাতসৰীয়া সোণৰ মণি, দহো আঙুলিত পদুমকলি আঙঠি।

মিচিকিয়াই হাঁহি স্বৰ্গদেৱে সুধিলে—

"বৰগছক বধুমলাই মাৰিব পাৰে জানো ডাঙৰীয়া ?"

বুঢ়াগোহাঁইয়ে টপৰাই উত্তৰ দিলে—"নোৱাৰিলেও নিশকতীয়া কৰে স্বৰ্গদেউ।"

স্বৰ্গদেৱে আৰু কিবা কব খুজিছিল কিন্তু ৰাজসভালৈ আগবাঢ়ি আহি সেৱা কৰিব খোজা মাদুৰিয়াল লাইথেপেনা বৰগোহাঁই আৰু কেন্দুগুৰীয়া কনচেং বৰপাত্ৰ গোহাঁইক দেখি মনে মনে থাকিল।

ৰাজসভাত কাম আৰম্ভ হ'ল

বৰবৰুৱাই গোহাঁই তিনিজন, দাঁতিয়লীয়া গোহাঁই দুজন, বৰফুকন, পানীফুকন আৰু টাংচু সন্দিকৈৰপৰা পোৱা বাতৰি পঢ়ি শুনালে। ভিতৰুৱালফুকনে ৰাজ্যৰ ভিতৰুৱা সৰু-সুৰা খবৰ জনোৱাৰ পাচত বৰগোহাঁইয়ে ক'লে—

"কছাৰী আৰু জয়ন্তীয়া ৰজাই আহোমৰ অধীনতা স্বীকাৰ নকৰে স্বৰ্গদেউ।"

"নকৰে ? কিয় ?"

"দুই ৰজাই গোপন মন্ত্ৰণা কৰি দাঁতিয়লীয়া ৰাজ্যসমূহক উচটাইছে।"

"তেওঁলোকক কৈ দিয়া হওক—পৰ্বত আৰু ভৈয়াম মিলিয়েই আহোম ৰাজ্য। অসমৰ স্বৰ্গদেৱে দেশৰ অখণ্ডতা ৰক্ষা কৰিব। যদি শান্তিৰে নহয়—যুদ্ধৰে।"

"মই ভাবোঁ ইয়াৰ ভিতৰত অন্য কথা আছে স্বৰ্গদেউ।"

"কি কথা ?"

"সন্ধিৰ বাহ বুদ্ধিৰে কটাৰ প্ৰচেষ্টা। দিল্লীশ্বৰৰ ষড়যন্ত্ৰ। আহোমৰ অপৰাজেয় শক্তিক নিশকতীয়া কৰিব খুজিছে।"

"ডাঙৰীয়া !"

"স্বৰ্গদেউ !"

"বিষয়টো তিনিওজন ডাঙৰীয়াৰ সৈতে ৰাজসভাৰ পাচত ভিতৰ-চ'ৰাত আলোচনা কৰ হওক।"



এজন কটকী আহি আঁঠু লোৱাত বৰবৰুৱাই চিনাকি কৰি দিলে—"মোগল বাদচাহৰ কটকী স্বৰ্গদেউ ! চৈ-পেচ্‌কচ্‌ বিচাৰিছে।"

"আহোম ৰজা কি মোগলৰ অধীন বৰগোহাঁই ?"

"মোগলে বাৰখন যুদ্ধৰ কথা পাহৰি গ'ল স্বৰ্গদেউ।"

স্বৰ্গদেৱে বুঢ়াগোহাঁইক আদেশ দিলে—

"খাম্পুত বৰগোহাঁয়ে মীৰজাহিনালৈ কৈ পঠোৱাৰ দৰে কটকীৰ আগত কৈ পঠাওক বুঢ়াগোহাঁই ডাঙৰীয়া, এচিকটা মাটিয়ো আহোমে মোগলক এৰি নিদিয়ে,—হাতীৰ নামত হাতীৰ লাদো, ধন-সোণৰ নামত এটা ফুটা কড়িও, চন্দন কাঠৰ নামত এডাল জেঙো। কৰতোৱাৰপৰা পাটকাইলৈ অসম আহোমৰ।"

তাৰ পাচত বৰগোহাঁইয়ে ৰাজ্যৰ ভিতৰুৱা কথা উলিয়ালে।

তিনিবৰমূৰীয়াৰ বিচাৰত চাৰিঙীয়া ৰজা অপৰাধী। স্বৰ্গদেৱে সুধিলে,—

"ৰাজদ্ৰোহৰ শাস্তি কি বুঢ়াগোহাঁই ডাঙৰীয়া ?"

"প্ৰাণদণ্ড স্বৰ্গদেউ। হ'লেও স্বৰ্গদেৱে ভাবি চাব পাৰে। চাৰিঙীয়া ৰজা স্বৰ্গদেৱৰ লুংত্যায়েক।"

"আহোমৰ ৰাজসভাত কি ভাই আৰু তেজৰ সম্বন্ধত বিচাৰৰ সাল-সলনি হয় ?"

"কিন্তু—"

"কোনো কিন্তু নাই, যি শাস্তি পাইকৰ প্ৰাপ্য সেই একে শাস্তি ৰজাৰ লুংত্যায়েকৰো। বৰগোহাঁই ডাঙৰীয়া !"

"স্বৰ্গদেউ !"

"বিচাৰৰ ৰায় পঢ়ি শুনাওক।"

বৰগোহাঁয়ে তুলাপাতডোখৰ পঢ়ি গ'ল—"চাৰিঙীয়া ৰজাই চঙ্গটকৰ কাষৰৰ চুঙ্গীৰ বৰুৱাৰ লগ লাগি চৰাইদেউত চৰাই উৰুৱাই উভতি অহা স্বৰ্গদেউক প্ৰাণে মৰাৰ ষড়যন্ত্ৰ কৰাৰ কথা চাৰিংৰজাৰ হাঁহচোৱা ডোমৰ পৰা জানিব পাৰি তিনিবৰমূৰীয়াৰ বিচাৰত প্ৰমাণ পাই চুঙ্গী আৰু চাৰি-ঙ্গীয়া ৰজাৰ প্ৰাণদণ্ডৰ আদেশ দিয়া হ'ল।"

ৰাজসভা শেষ হ'ল। চোলাধৰা ফুকনে স্বৰ্গদেৱৰ গাৰপৰা এপদ এপদকৈ সাজ আৰু অলঙ্কাৰ সোলোকাই বৰভঁৰালৰ তিনিজন বৰুৱাৰ আগত জমা দিবলৈ লৈ গ'ল। স্বৰ্গদেৱে তিনিওজন ডাঙৰীয়াৰ সৈতে আলচ কৰাৰ পাচত কাৰেঙৰ ভিতৰচ'ৰালৈ উভতি আহিল।

সৰুকুঁৱৰীয়ে পাটঘৰৰ দুৱাৰ মুখত স্বৰ্গদেৱলৈ বাট চাই আছিল। স্বৰ্গদেৱক দেখাৰ লগে লগে আগবাঢ়ি আহি ক'লে—

"এটা কথা মই অকণো ভাল নাপাওঁ।"

"কি?"

"তুমি খালি ৰাজ্যৰ দুখ-সুখতেই থাকা। ৰাজসভাৰ পাচতো—"

"তোমাৰ আকৌ দুখ কিহৰ?"

"তুমি কি বুজিবা!" হুমুনিয়াহ পেলাই অন্য ফালে মুখ ঘূৰালে সৰুকুঁৱৰীয়ে। অভিমান ভাঙিবলৈ যত্ন কৰিলে স্বৰ্গদেৱে।

"কালিলৈ নেঘেৰীটিঙৰ শিৱদ'লত পূজা দিবলৈ যাম। তুমি যাব লাগিব।"

সৰুকুঁৱৰীয়ে শেষত ক'লে—"মোৰ যে—।"

"সেই কাৰণেইতো কবৰ মন যোৱা নাছিল। তোমাৰ লেঠাৰ উপৰি লেঠা।"

"তুমি কিয় নুবুজা বাৰু?"

"নালাগে বুজাব যোৱা," ওকোন্দ পাতি সৰুকুঁৱৰী শোৱনী কোঠাৰ ফালে যাব খুজিলে। আগভেটি ধৰি হাঁহি হাঁহি স্বৰ্গদেৱে ক'লে—

"বাৰু মই নেঘেৰীটিঙলৈ যাম। অহা দেওবাৰে কিন্তু লেংদন পূজা। তুমি—"

"মইনো আকৌ..."

"জানো হয়, আহোমৰ পূজা হ'লেই যে তোমাৰ গা অসুখ হয়।"

"এইবাৰ নহয়।"

"সঁচা?"

"ও।"

সৰুকুঁৱৰীয়ে হাঁহিলে আৰু চাংমাই শালৰ ফালৰপৰা অহা ৰূপহী লিগিৰীক কিবা কবৰ কাৰণে আঁতৰি যাব খুজি ক'লে—

"তুমি বহা। আজি এটা নতুন বস্তু ৰন্ধাইছোঁ খাই যাবা।"

"কি?"

"বহাচোন বাৰু।"

সৰুকুঁৱৰী যোৱাৰ পাচত বৰকুঁৱৰীৰ টোলৰপৰা জয়ন্তী আইদেউ দৌৰি আহি স্বৰ্গদেউৰ কোচত উঠিল। দুই হাতেৰে সাবটি বুকুৰ মাজত লৈ মৰমেৰে স্বৰ্গদেৱে সুধিলে—"তোমাৰ কি অভিযোগ আছে কোৱাচোন?"



"এখন তাঁতশাল পাতি দিব লাগে।"

হো-হোকৈ হাঁহি দিলে স্বৰ্গদেৱে।

"তুমি দেখোন কণমান কেঁচুৱা ছোৱালী, তাঁত বব জানো পাৰিবা?"

কৃত্ৰিম খঙেৰে পোন্দোৰাকৈ চালে জয়ন্তী আইদেৱে। "নালাগে যোৱা—" মুখখন ওন্দোলাই পেলালে আৰু কোচৰপৰা নামি যাবলৈ যত্ন কৰিলে।

"ধেৎ বেঙী, ধেমালিহে কৰিছোঁ। প্ৰথম সাজ কি লগাবা বাৰু?"

"গামোচা।"

"মোৰ কাৰণে?"

"প্ৰথমখন আউনী-আটীৰ গোসাঁই ঈশ্বৰলৈ।"

"দ্বিতীয়খন?"

"জয়দ'লৰ কেশৰ ৰায়লৈ।"

"মোৰ নাই?" বেয়া পোৱা যেন দেখুৱালে স্বৰ্গদেৱে।

"তৃতীয়খন তোমাৰ।"

"মোক নালাগে যোৱা।"

"ও আই কিয়? সোণটো বুলিছোঁ" মুখৰ ওচৰলৈ মুখ নি সৰু ল'ৰা এটাক মৰম কৰাৰ দৰে কৰিলে জয়ন্তীয়ে।

এনেতে সৰুকুঁৱৰী সোমাই আহিল কোঠালৈ। পিচে পিচে দুজনী লিগিৰীয়ে মাইহাং, বানকাঁহী আৰু তাওবানত খোৱা বস্তু লৈ আহিল। স্বৰ্গদেউৰ আগত যতনাই দি জয়ন্তী আইদেউক সৰুকুঁৱৰীয়ে ক'লে—

"আইদেউ! তোমাক আয়েৰাই মাতিছে।"

"কিয়? কীৰ খাবলৈ?"

"হ'বলা।"

"মই ইয়াতে খাম বুলি কৈ দিয়া।"

"তুমি নিজে কৈ আহাগৈ যোৱা—"

জয়ন্তী আইদেউ স্বৰ্গদেউৰ কোচৰপৰা নামিল আৰু দৌৰি বৰকুঁৱৰীৰ ৰাহৰৰ ফালে গুচি গ'ল। সৰুকুঁৱৰীয়ে হাতত বিচনী লৈ খাবলৈ ধৰা স্বৰ্গদেউক বিচিবলৈ ধৰি হঠাৎ মনত পৰাৰ দৰে ক'লে—"তোমাক কবলৈকে পাহৰিছিলোঁ—সৰুগোহাঁই আহিছিল।"

"লেচাই?"

"অঁ।"

স্বৰ্গদেৱে কিবা যেন মনত পেলাবলৈ যত্ন কৰিলে। ক্ষন্তেক পাচতে খোৱাত মন দিলে।

ভিতৰুৱালবৰুৱাৰ চ'ৰাৰ কাষত সৰুগোহাঁই বহি আছিল। স্বৰ্গদেউক দেখা পাই থিয় হ'ল আৰু সেৱা কৰিলে।

বৰচ'ৰাৰ ফালে আহি থাকোঁতে কওঁ নকওঁকৈ সৰুগোহাঁয়ে ক'লে—"চাৰিঙীয়া ৰজাৰ প্ৰাণদণ্ডৰ আদেশ—"

"ৰাজদ্ৰোহৰ অপৰাধ তো! প্ৰাণদণ্ড হ'বই।"

"অপৰাধতকৈ শাস্তি গুৰুতৰ হ'ল নেকি?"

"মানে?" স্বৰ্গদেউ হঠাৎ বৈ গ'ল।

"তেওঁ আমাৰ সম্বন্ধত—"

"চ'ৰাৰ বিচাৰত তেজৰ সম্বন্ধ বিচাৰ কৰা নহয়।" স্বৰ্গদেৱে দৃঢ়তাৰে ক'লে।

"নকৰিলেও—"

বিৰক্তি বোধ কৰিলে স্বৰ্গদেৱে।

"চাৰিঙীয়া ৰজাৰ হৈ তাৰ মানে তুমি ওকালতি কৰিবলৈ আহিছা?"

"সৰুজনা গোহাঁয়ে কি ভাবে তাক লৈ অসমৰ শাসনতন্ত্ৰ নচলে।" স্বৰ্গদেউৰ কঠিন স্বৰত অপমান বোধ কৰিলে সৰুগোহাঁয়ে। আগলৈ আহি নাথাকি ৰ'ল আৰু ক'লে—

"তেন্তে মই অহা........"

"নামৰুপৰপৰা যদি তুমি তাৰ কাৰণে দৌৰি আহিছা, ভুল কৰিছা।" "ৰাজকাৰ্য্যত গাফিলি কৰাৰ কাৰণে ৰাজচ'ৰাত তোমাৰ বিচাৰ হ'ব।"

বিচাৰৰ কথা শুনি সৰুগোহাঁয়ে ভয় খালে। আঁতৰি যাব খুজিলে। স্বৰ্গদেৱে চাই থাকি মাত কোমল কৰি ক'লে—"সৰুকুঁৱৰীয়ে তোমাক মাতিছিল।"

সৰুগোহাঁয়ে নুশুনাৰ ভাওজুৰি বাটচ'ৰাৰ ফালে গৈ থাকিল।

"লেচাই!" স্বৰ্গদেৱৰ আদেশৰ সুৰ শুনি উভতি আহিল সৰুগোহাঁই।

"সৰুকোঁৱৰৰ হৈ আইসবাহ পাতিছিল—"

"মোৰ এতিয়া সময় নাই—"



শব্দ কৰি হাঁহি দিলে স্বৰ্গদেৱে আৰু সৰুগোহাঁইৰ গোমোঠা মুখলৈ চাই ক'লে—

"কথাটো মই ভাবি চাইছোঁ। বুঢ়াগোহাঁই ডাঙৰীয়ায়ো কৈছে। হয়তো চাৰিঙীয়া ৰজাৰ প্ৰাণদণ্ড নহৈ নিৰ্বাসন নাইবা অঙ্গক্ষত হ'ব পাৰে।"

সৰুগোহাঁই সৰুকুঁৱৰীৰ টোলৰ ফালে গ'লগৈ। স্বৰ্গদেউক বৰ-চ'ৰাৰ মুখত ভিতৰুৱালবৰুৱাই সাক্ষাৎ কৰিলে। চিৰিং আৰু চাংৰং ফুকন আহিল। চলাজনা স্বৰ্গদেউৰ দিনৰ বুৰঞ্জী লিখা হৈছে। স্বৰ্গ-দেৱে পঢ়ি চালে। চাংৰং ফুকনে ৰংঘৰ, দেৱীঘৰৰ নক্সা আৰু নামডাঙৰ সাঁকো দুবৰণি আলিৰ হিচাব দেখুৱাই ক'লে—

"জয়সাগৰ আৰু জয়দ'লৰ কাম শেষ হ'ল স্বৰ্গদেউ!"

"ডাঙৰীয়াসকলৰ সৈতে প্ৰতিষ্ঠা সম্বন্ধে পাচত আলোচনা কৰা হ'ব। আপোনালোক যাওক।"

উভতি অহাৰ বাটত বৰ বাটচ'ৰাৰ মুখত স্বৰ্গদেৱে লগ পালে চুতামুফা কোঁৱৰক। চাংমাইশালৰ লিগিৰী এজনীৰ লগত তামচা কৰিছিল। স্বৰ্গদেউক দেখি ফালৰি কাটি যাব খুজিলে।

"শুন!" স্বৰ্গদেউৰ ফালে কোঁৱৰে পিঠি দি ৰ'ল।

"চিনাতলীলৈ কিয় গৈছিলি?" কি কব কি নকব ভাবিলে বৰকোঁৱৰে।

"চিনাতলীয়া নটৰ ঘৰলৈ ইমানকৈ অহা-যোৱা কৰাৰ কাৰণ?"

"নট জানো মানুহ নহয়?"

হঠাৎ হো হোকৈ হাঁহি দিলে স্বৰ্গদেৱে আৰু আগৰ দৰে গোমোঠা মুখ কৰি ক'লে—"মূৰ্খ, তই মোকো শিকাবলৈ আহিছ?"

সৰুকুঁৱৰীৰ টোলৰ কাষ পাইছিলহি দুয়োজন। স্বৰ্গদেউৰ হাঁহি আৰু কঠিন কণ্ঠস্বৰ শুনি সৰুকুঁৱৰী দুৱাৰমুখলৈ ওলাই আহিল। বৰকোঁৱৰক দেখাৰ লগে লগে ক'লে—

"গোহাঁইদেউ তুমি ভিতৰলৈ আহা।"

হঠাৎ বৰকোঁৱৰৰ ওপৰত উঠা স্বৰ্গদেউৰ খংটো যেন কুঁৱৰীৰ ওপৰলৈ বাগৰি গ'ল।

"এনেকৈয়ে তোমালোকে তাক নষ্ট কৰিলা।"

মিচিকিয়াই হাঁহি ধেমালিৰ সুৰেৰে সৰুকুঁৱৰীয়ে ক'লে—"মই আকো কি কৰিলোঁ?"

"একো কৰা নাই। একো কৰিবও নালাগে। তাক মাত্ৰ চিনাতলীৰ নটৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ দিয়া।"

স্বৰ্গদেউ খঙেৰে আনফালে আঁতৰি গ'ল।

'নট' শব্দটোৱে একালৰ বুঢ়াগোহাঁই খেলৰ নটৰ নাচনী বাইডঙীয়া আইদেউ হেমাঙ্গিনীক বেয়াকৈ আঘাত কৰিলে। স্বৰ্গদেউ যোৱাৰ ফালে চাই থাকি বিৰক্তিৰে বৰকোঁৱৰক ক'লে—

"তুমিনো টোললৈ নোযোৱা কিয় ?"

বৰকোঁৱৰে একো নামাতি পাৰি থোৱা মাদুৰি বনৰ কঠ এখনত বহি দুই কাষলৈ চালে। একালে এশবাই গুলচ ফুল আৰু আন ফালে এবটা বগা পিঠাগুড়ি। মাটিত শুৱাই থোৱা সৰুকোঁৱৰৰ মুখখনলৈ চকু ঘূৰাই ক'লে—

"দেউতাক ক'বা—মই টোললৈও যাব নোৱাৰোঁ, পাখোৱাজ বজাই বজাই গীতো গাব নোৱাৰোঁ।"

"তেন্তেনো কি কৰিবা ? গৰু ৰাখিবা ?"

"এই এঁ-ওঁৱাতকৈ গৰু ৰখাও ভাল—"শব্দটো মুখৰ ভিতৰতে ৰ'ল বৰকোঁৱৰৰ। দুৱাৰমুখত স্বৰ্গদেউক দেখি মুখত ভয়ৰ ছাঁ পৰিল আৰু নেদেখাৰ ভাও জুৰি অন্যফালে মুখ কৰিলে।

সৰুকুঁৱৰীয়ে খোৱাৰ সময়ত একো নকৰলৈ আকাৰে-ইঙ্গিতে অনুৰোধ কৰিলে স্বৰ্গদেউক।

নিমাতে ওলাই আহিল স্বৰ্গদেউ আৰু সন্ধ্যা নোহোৱালৈকে বাট ঘৰৰ একাষত থিয় হৈ আকাশখনলৈ চাই থাকিল। চৰাইদেউ পাহাৰৰ একাষেদি জোনটো ওলাইছে। দূৰৰ কোনোবা এঠাইত ডবা কোবোৱাৰ শব্দ হ'ল। অলপ পাচত সন্ধ্যাৰ প্ৰসঙ্গ আৰম্ভ হ'ল। ভোৰতাল, খোল আৰু নেগেৰাৰ তালে তালে প্ৰসঙ্গীয়া নামৰ সুৰ শুনি শুনি একমনে কিবা ভাবি থাকিল স্বৰ্গদেৱে।

বহুত সময়ৰ পাচত গম পালে সৰুকুঁৱৰী আহি একাষত বৈ আছেহি।

"ইমানকৈনো কি ভাবিছে ?"

"তোমাৰ কথা ভবা নাই।"

"মোৰ কথা ভাবিবলৈ কৈছোঁনে কিবা ?" ওফোন্দ পাতিলে যেন সৰুকুঁৱৰীয়ে। এখনমান তামোল খোৱাৰ সময় দুয়ো নিৰৱ। সৰুকুঁৱৰীয়ে আকৌ ক'লে—"কিনো ঠিক, কোন অপেশ্বৰী বা আছে কোন নাগৰাজ্যত।



"এই বহাগতে চকলং পাতোঁ বুলি ভাবিছোঁৱেই।"

"কি বিশ্বাস।" হুমুনিয়াহ পেলালে সৰুকুঁৱৰীয়ে আৰু স্বৰ্গদেউৰ কাষৰ-পৰা আঁতৰি যাব খুজিলে। স্বৰ্গদেৱে সৰুকুঁৱৰীক এটা হাতেৰে সাবটি ধৰিলে আৰু মৰমেৰে ক'লে—"ভয় নাই সৰুকুঁৱৰী। কোনোবা আহিলেও তুমি মোৰ মৰমৰ সৰুকুঁৱৰী হৈয়ে থাকিবা।"

"নালাগে বাৰু লেন ঢেলাব যাওক।"

স্বৰ্গদেউৰ বুকুৰ ওপৰত সৰুকুঁৱৰী আউজি ৰ'ল। অলপ সময় নিমাতে থাকি সৰুকুঁৱৰীয়ে সুধিলে—"চকলঙতনো কি কৰে ?"

খপকৰে কঁকালৰপৰা হেংদানখন উলিয়াই সৰুকুঁৱৰীৰ হাতত দি স্বৰ্গদেৱে ক'লে—

"মোৰ ফালে আগবঢ়াই দি কোৱা, বঙহৰদেউ! এই অস্ত্ৰেৰে নিজৰ দেশ, নিজৰ পুত্ৰ-ভাৰ্য্যা আৰু ঐশ্বৰ্য্য ৰক্ষা কৰিবলৈ সমৰ্থ হওক।"

"যাওক খালি ধেমালি।"

"ধেমালি কৰিলোঁ ক'ত ? সঁচাকৈয়ে চকলঙৰ কন্যাই দৰাক তেনে-কৈয়ে কয়। দৰাই কয়—দুষ্টক দমন, শিষ্টক পালন, ৰাজ্য আৰু ধৰ্ম ৰক্ষা কৰিবলৈ হেংদান হাতত লৈ দৃঢ়প্ৰতিজ্ঞ হ'লোঁ।"

"হয়নেকি ?"

"ও। কন্যাদাতাই কয়—আজি মোৰ জীক পৰমেশ্বৰৰ আগত ৰাখি তোমাক দান কৰিলোঁ। তুমি মৰমেৰে ৰাখিবা। দৰাই কয়—মই আপোনাৰ দান সাদৰেৰে গ্ৰহণ কৰিলোঁ।" কৈ কৈ স্বৰ্গদেৱে দুইখন হাতেৰে সৰুকুঁৱৰীক সাবটি ধৰি বুকুৰ ওপৰত হেচি ধৰিলে।

"চিকৌ বৰ দুষ্ট পাই।"

গাৰপৰা এৰাই গৈ সৰুকুঁৱৰীয়ে আকৌ সুধিলে—"চকলং কেনেকুৱা বাৰু ?"

"তোমালোকৰ বিয়াৰ দৰে। খাওখাম, দেওবান, ৰিকখন কৰাৰ পাচত বাঘদাঁত, বানহুং, পানীকাঁইট, ছিং কৰা ফুল, হৰিণ আৰু যুঁজত ভগা মহৰ শিঙৰে জৰা পানীৰে এখন চালনীৰ ওপৰত উঠি সৰু কুকুৰা পোৱালী এটা ভৰিৰে গচকি গছ এজোপালৈ চাই তিনি বা পাঁচদিন গা ধোৱে।"

"তাৰ পাচত ?"

"বিয়াৰ দিনা এশ এটা ভাগত সাতোটা বৰণৰ মড়ল সাজে। এশ এপাহ ফুল থকা দুধাৰ মালা, তিনিখন থুৰিওৱা তামোল, এখন গামোচা,

চাউলেৰে পূৰ এটা দুণৰি, দুখন মাইহাণ্ডত আখৈ, পৰমান্ন আৰু পঞ্চামৃত, দোযোৰ লোটা-চৰিয়া, তিনিডাল খৰিকা আৰু এখন হেংদান—"

"স্বৰ্গদেউ !"

চাংমাই বৰুৱা আহি আঁঠু ল'লে। সৰুকুঁৱৰী লৰালৰিকৈ ভিতৰ কাৰেঙলৈ গ'লগৈ।

পাচদিনা পুৱা সৰুকুঁৱৰী শিৱদ'ললৈ যাবলৈ ওলাল। গাত লতা ফুল বছা গাজৰ ৰিহা, গোমচেঙৰ বনকৰা মেখেলা, কাচিপৰ বনকৰা হাত দীঘল চোলা। দহ আঙুলিত হীৰাৰ বাখৰ পতোৱা আঙঠি। ডিঙিত চন্দ্ৰহাৰ আৰু মুকুতাৰে সৈতে দুগ্‌দুগী থকা সাতশৰী। দুই হাতৰ সৰু গাঠিত দুডাল বাখৰুৱা নৱৰত্ন। তাৰ ওপৰত গাম খাৰু।

সোণৰ চটিয়া গুণাৰ বনকৰা চৈৰ ওপৰত বগা কাপোৰৰ গিলিপ মৰা, ৰঙা, হালধীয়া আৰু কলপতীয়া পাতৰ সূতাৰ জলম আঁৰা কেঁকোৰা দোলাত আহি বহিল সৰুকুঁৱৰী। দোলাকাষৰীয়া বৰুৱাৰ আদেশত দোলাভাৰী যাবলৈ সাজু হ'ল। স্বৰ্গদেউ নহা দেখি দোলাৰ জলম আঁতৰাই সৰুকুঁৱৰীয়ে বাহিৰলৈ চালে। একাষত এটা শুকুলা তেজী ঘোঁৰাৰ পিঠিত সামান্য বিষয়াৰ সাজ পিন্ধি স্বৰ্গদেউ বহি আছে। গাত চাপকন, পাতৰ চুৰিয়া আৰু মূৰত চিকণ পাতৰ পাগ। কঁকালত হেংদান।

চকুৰে চকুৰে পৰাত স্বৰ্গদেৱে হাঁহি দিলে। মুখ ভেঙুচাই ভোৰ্-ভোৰালে সৰুকুঁৱৰীয়ে—"কি যে চখ।"

কুৰিটা ঘোঁৰাচোৰাই ওচৰে ওচৰে হাতত খোলা হেংদান লৈ খোজ ললে। পিচত পাঁচশ বণুৱা। এহেজাৰ কাড়ি পাইক। আগে পিচে গায়ন-বায়ন।

জয়সাগৰৰ কাষ পাই স্বৰ্গদেউ ঘোঁৰাৰপৰা নামিল। সৰুকুঁৱৰী দোলাৰপৰা। স্বৰ্গদেউ আৰু সৰুকুঁৱৰী দৌললৈ খোজ কাঢ়ি যাব। সৰুকুঁৱৰীৰ এহাতত সোণৰ বুটাবচা সৰুদৈয়া জাপি।

জয়সাগৰৰ পানীলৈ চাই অন্যমনস্ক হৈ পৰা স্বৰ্গদেউলৈ চাই সৰু-কুঁৱৰী গম্ভীৰ হ'ল। মাতৃ জয়মতীৰ মনত পৰিছে হয়তো স্বৰ্গদেউৰ।

"মাজে মাজে মোৰ কি মন যায় জানা হেম?" অস্বাভাৱিক কৰুণতা স্বৰ্গদেউৰ মাতত।

"কি?"



"জয়দ'লৰ কাষত সৰু এটা ঘৰ সাজিম। ৰাজ্যভাৰ নাই, নাই দুশ্চিন্তা—সাধাৰণ এটা মানুহ। কাষত থাকিব সৰু—" কুঁৱৰীৰ চকুৰে চকুৰে পৰাত হাঁহি দিলে স্বৰ্গদেৱে।

"আপোনাৰতো সকলো চখ।"

"চখ?"

"ৰজাৰ প্ৰজা হোৱাটো চখ নহয় আৰু কি?"

কেশৱৰায়ৰ মন্দিৰৰ কাষ পোৱাত সেৱা কৰি স্বৰ্গদেউ ভিতৰ সোমাল। সৰুকুঁৱৰী পিচে পিচে অহা দুজনী লিগিৰীলৈ ৰ'ল। জাপিটো এজনীৰ হাতলৈ দি সুধিলে—"শৰাই বটা আৰু আগকৰা বৰণৰ কাপোৰ কেইসাজ?"

"সকলো অনা হৈছে। আমি লৈ গৈছোঁ বলক।" সৰুকুঁৱৰী মন্দিৰৰ ভিতৰ সোমাল।

উভতি আহোঁতে প্ৰায় সন্ধ্যা হ'ল। কাষে কাষে ঘোঁৰাত বহি সৰু-কুঁৱৰীৰ লগত কথা পাতি গৈছে স্বৰ্গদেৱে। দূৰত এজন মানুহ দেখি সৰুকুঁৱৰীয়ে স্বৰ্গদেউক দেখুৱাই ক'লে—"কিবা হৈছে নিশ্চয়।"

"মই চাই আহোঁ ৰবা।"

"আপুনি নালাগে।"

সৰুকুঁৱৰীৰ কথালৈ কাণ নিদি জোৰেৰে ঘোঁৰা চেকুৰাই স্বৰ্গদেউ নাফুকৰ দ'লৰ ফালে গ'লগৈ।

সৰুকুঁৱৰীয়ে দোলাকাষৰীয়া বৰুৱাক মতোৱাই স্বৰ্গদেউৰ পাচত যাবলৈ আদেশ দিলে। স্বৰ্গদেউ যোৱাৰ ফালে দোলা কাষৰীয়া বৰুৱাই এজাক সৈন্য লৈ গ'ল।

নাফুক দ'লৰ কাষত মানুহ এটা মাটিত উবুৰি খাই পৰি আছিল। যন্ত্ৰণাত কাতৰ। পিঠি ফাটি তেজ ওলাইছে মানুহটোৰ। হাতত চমতা লৈ একাষত সৰুগোহাঁই থিয় হৈ আছে। ভয়ত চাৰিও কাষে বৈ থকা মানুহৰ কোনো এজনেই আগুৱাই অহা নাই বাধা দিবলৈ।

ঘোঁৰা চেকুৰাই এজন বিষয়া অহা দেখি নিমাতে বাট এৰি দিলে মানুহবিলাকে। জাঁপ মাৰি নামি গ'ল বিষয়াজন আৰু কোবাবলৈ উদ্যত সৰুগোহাঁইৰ হাতৰ চমতাত ধৰি জোৰেৰে টান মাৰি দিলে। এজন সামান্য বিষয়াৰ সাহসত স্তম্ভিত হৈ গ'ল জুমটোৰ মানুহ। খণ্ডত বাঘৰ দৰে গুজৰি চমতা এৰি খাপৰপৰা হেংদান উলিয়াই ললে সৰুগোহাঁয়ে। লগে লগে বতাহ ফালি খণ্ড-বিখণ্ড কৰিলে দুখন হেংদানে।

কেইটামান মুহূর্তৰ পাচত সৰুগোহাঁয়ে গম পালে। সামান্য বিষয় হ'লেও তেওঁতকৈ অসি চালনাত বহুত গুণে বেচি পটু বিষয়াজন। মনে মনে ভয় লাগিল সৰুগোহাঁইৰ। নিজক ৰক্ষা কৰিব নোৱৰাৰ দৰে লাগিল। পিচলৈ গৈ থাকি এবাৰ বহুত দূৰলৈ ছিটিকি গ'ল। দুনাই ওচৰ চাপিবলৈ সাহস নকৰি অদূৰত ৰৈ থকা ঘোঁৰাৰ ফালে আগুৱাই গ'ল আৰু মুহূর্ততে ঘোঁৰাৰ পিঠিত পৰা চাবুকৰ শব্দ আৰু খুৰাৰ ধ্বনি দূৰলৈ আঁতৰি গ'ল। দোলাকাষৰীয়া বৰুৱা সৈন্যৰ সৈতে আহি পাইছেহি তেতিয়া।

"বৰুৱা!"

"স্বৰ্গদেউ!"

"মানুহটোক বেজবৰুৱাৰ ঘৰলৈ পঠাই সৰুগোহাঁইক মোৰ আদেশ শুনাই বন্দী কৰি লৈ আহক!"

এজাক সৈন্যৰে সৈতে দোলাকাষৰীয়া বৰুৱাই দ'লৰ পিচ ফালে অদৃশ্য হোৱা সৰুগোহাঁইক খেদি গ'ল।

সেইদিনা গোটেই ৰাতি স্বৰ্গদেউৰ টোপনি নাহিল। কাৰেং পোৱাৰ অলপ পাচত দোলীয়াবৰুৱাই আহি খবৰ দিলে—"সৰুগোহাঁইক দোলাকাষৰীয়া বৰুৱাই বন্দী কৰিব নোৱাৰিলে। আঠোটা সৈন্য মাৰি সৰুগোহাঁই চন্তকৰ ফালে পলাই গ'ল। কৈ গৈছে দেহত এটোপা তেজ থকালৈকে অসমৰ সিংহাসন নেৰে।"

পাচদিনা। মেচাঘৰীয়া দামোদৰ ফুকনে স্বৰ্গদেউৰ ভৰিত পঁয়জাৰ বান্ধোতে স্বৰ্গদেউৰ শুকান মুখলৈ চাই সুধিলে—

"স্বৰ্গদেউ ঈশ্বৰে চাউল খাই বন্দী বুঢ়া হৈছোঁ। স্বৰ্গদেউ ঈশ্বৰৰ দুখৰ কাৰণ—"

স্বৰ্গদেৱে দামোদৰৰ নিৰীহ মুখখনলৈ চাই থাকি ক'লে—"মই আগেয়ে বুজা নাছিলোঁ দামো, মানুহৰ গাৰ মঙহেই শত্ৰু!"

"বন্দীয়ে বহুত দিন আগতেই ক'ম বুলি ভাবিছিলোঁ স্বৰ্গদেউ! পাছে, বন্দীৰ ভয় হ'ল জানোছা সৰুকুঁৱৰীৰ ৰোষত পৰি—"

"সৰুকুঁৱৰী??"

"হয় স্বৰ্গদেউ ঈশ্বৰ! কাটিকেই বা মাৰিকেই নিজৰ চকুৰে দেখিছোঁ সৰুকুঁৱৰী স্বৰ্গদেউ ঈশ্বৰ—"

"কি কব খুজিছ সোনকালে ক দামো!"



"কাটিকে বা মাৰিকেই—সৰুগোহাঁইৰ সৈতে হাট-বাট।"

"দামোদৰ!" চিঞৰত উচাপ খাই উঠিল মেচাঘৰীয়া ফুকন। স্বৰ্গদেউ খঙত ঠক্‌ঠক্ কৰে কঁপিবলৈ ধৰিলে।

স্বৰ্গদেউৰ ভৰি দুটাত সাবটি ধৰি কান্দি কান্দি কাওবাও কৰিলে দামোদৰে—"নিজৰ অন্ধলা চকুৰে যি দেখিছোঁ স্বৰ্গদেউক তাকেহে কৈছোঁ। স্বৰ্গদেউ গোলামক যেন প্ৰাণে নামাৰে।"

"যদি তোৰ কথা মিছা হয়?"

"স্বৰ্গদেৱে নিজৰ চকুৰে সঁচানে মিছা চাব পাৰে। স্বৰ্গদেউ ঈশ্বৰ! আজি ৰাতি—"

"আজি ৰাতি?"

"আজি ৰাতি মই স্বৰ্গদেউক দেখুৱাম সৰুকুঁৱৰী প্ৰতি ৰাতি ক'লৈ যায়।"

ৰাতি তেতিয়া দুপৰ। স্বৰ্গদেউ শোৱা নাই। কোঠাৰ ভিতৰত অহা-যোৱা কৰি আছে। মনৰ ভিতৰত দপ্‌দপ্ কৰে একুৰা জুই। মাজে মাজে চকুৰ আগলৈ আহিছে দামোদৰৰ নিষ্প্ৰাণ মুখখন। বয়সত কৈও বেচি বুঢ়া দুৰ্বল এটা মানুহ। অসমৰ স্বৰ্গদেউৰ আগত মিছা কোৱাৰ সাহস তাৰ বুকুত নাই। লগে লগে মনত পৰিল সৰুকুঁৱৰীৰ মুখখন। সাপৰ দৰে ক্ৰুৰ আৰু বিশ্বাসঘাতকিনী সৰুকুঁৱৰীৰ ধুনীয়া চকুযুৰিৰ তলত গোম সাপে বাহ লোৱাৰ কথা অতদিনে স্বৰ্গদেৱে ধৰিব পৰা নাছিল।

"স্বৰ্গদেউ!" কাৰবাৰ ফুচফুচনিত স্বৰ্গদেউৰ ভাবৰ আঁত হেৰাল। বাহৰৰ বাহিৰত দামোদৰ ৰৈ আছে। এওঁৰ ক'লা মানুহটো আন্ধাৰত অশৰীৰীৰ দৰে লাগিল স্বৰ্গদেউৰ। তাৰ চকুদুটা আন্ধাৰতো তিৰবিৰাই থকা যেন লাগিল।

"ব'ল।"

"কোনোবাই যদি—"

"কোনো নাই ব'ল—মোৰ আদেশত—"

কিবা এটা শব্দত যেন স্বৰ্গদেউৰ বুকুখন চক্ কৰি উঠিল। আগলৈ খোজ দিব নোৱাৰি ৰৈ গ'ল। কোনোবাই যেন কাৰোবাক কিবা কৈছে। এক মুহূর্তৰ পাচতে স্পষ্ট হ'ল স্বৰ—ভিতৰুৱাল বৰুৱাই বৰগীত টানিছে—"মোৰ প্ৰাণ, জীৱন যাদৱ ৰায়।"

পিচৰ শাৰীৰ ঝঙ্কাৰ আৰু বেচি স্পষ্টকৈ কাণত পৰিল স্বৰ্গদেউৰ—
"মোৰ প্ৰাণ ধন, সুচান্দ বয়ন, কি লাগি নামিলা জলে এ
মোৰ প্ৰাণ জীৱন যাদৱ ৰায়।"

ৰাজগুৰু ফুকনৰ টোলৰপৰা আহিছে পাখোৱাজৰ লগে লগে গোৱা মালকোষৰ সুৰ। কোনোবাই তাৰ তালে তালে বজাই নাচিছে।

হঠাৎ হোৱা এটা শব্দত সচকিত হৈ উঠিল স্বৰ্গদেউ। দুটা চন্তৰী বৰকুঁৱৰীৰ বাহৰৰ ফালৰপৰা আহি স্তম্ভৰ কাষ পাই উলটি গ'ল।

"সৰুকুঁৱৰী—" দামোদৰে ক'লে।

"ক'ত?"

"টোলৰ মুখত।"

অস্পষ্টকৈ সৰুকুঁৱৰীৰ গাটো স্বৰ্গদেউৰ চকুত পৰিল। বৰবাটঘৰৰ ফালে একমনে চাই আছে। আঁঠুলৈকে পৰা ক'লা চুলিকোছাই গোটেই পিঠিটো ঢাকি থৈছে। চুলি নহয়—যেন এটা বিষাক্ত মাটি ফেটি সাপ।

হেংদানৰ খাপত হাত থলে স্বৰ্গদেৱে। খাপৰপৰা হেংদান উলিয়াই আনিবৰ কাৰণে হাতটোৱে উচপিচালে।

বৰবাটঘৰৰ দুৱাৰমুখৰ ফালে এখোজ-দোখোজকৈ গৈ থাকিল সৰুকুঁৱৰী। পিচে পিচে স্বৰ্গদেউ আৰু দামোদৰ।

"সৰুগোহাঁই স্বৰ্গদেউ।"

খপ্ কৰি খাপৰপৰা হেংদান উলিয়াই ললে স্বৰ্গদেৱে।

"দুইটাক—"

"স্বৰ্গদেউ"—বাধা দিলে দামোদৰে।

"এৰি দে দামো, দুইটাক একেলগে শেষ নকৰিলে—"

"ধৈৰ্য্য ধৰক স্বৰ্গদেউ। নিজৰ ঘৰৰ কেলেঙ্কাৰী ঢোল কোবাই ৰাইজক শুনোৱা নিজৰেই লাজৰ কথা।"

স্বৰ্গদেৱৰ হেংদানত লাগি পৰি গ'ল—একাষৰ মাইহাং আৰু হিৰাবটা। থন্‌থন্ শব্দই ৰাতিৰ নিৰৱ অন্ধকাৰ বিদীৰ্ণ কৰিলে।

"আহক আহক স্বৰ্গদেউ—" স্বৰ্গদেউক নিজৰ টোলৰ ফালে জোৰেৰে টানি লৈ গ'ল দামোদৰে। হৈ চৈ লাগিছে কাৰেঙৰ ভিতৰ চ'ৰাত চাৰিও-ফালে। চন্তৰী, চোবাংচোৱা, বৰুৱা, ফুকন আৰু লিগিৰা-লিগিৰীয়ে দৌৰাদৌৰী লগালে। ছাঁৰ দৰে কিবা এটা দৌৰি কাৰেঙৰ কাষেৰে আগলৈ যোৱা যেন দেখিলে হঠাৎ স্বৰ্গদেৱে। ঘোঁৰাৰ খুৰাৰ খট্‌খট্ শব্দ হ'ল। অলপ পাচত অন্য কেইবাটাও ঘোঁৰাই তাৰ পিচ ললে।

নিজৰ টোলৰ ভিতৰত দেৱালত মূৰ থৈ মৃতৰ দৰে পৰি থাকিল স্বৰ্গদেউ। বহুত সময়।

"স্বৰ্গদেউ!"

স্বৰ্গদেউৰ গা-ৰখীয়া ঘনশ্যাম আহি আঁঠু ললে আৰু ক'লে—

"কুঁৱৰীৰ টোলত কোনোবা এটা মানুহ সোমাইছিল স্বৰ্গদেউ!"

উদাশ হৈ ঘনশ্যামৰ মুখলৈ চালে স্বৰ্গদেৱে।

"ধৰিলে?"

"ভিতৰুৱাল বৰুৱাই খেদি গৈছে দিখৌ মুখৰ ফালে।"

টোলৰ বাহিৰলৈ যাব খোজা ঘনশ্যামক ৰবলৈ ক'লে স্বৰ্গদেৱে। বহুত পৰ স্বৰ্গদেৱে একো নকৈ কোঠাৰ ভিতৰত অহা-যোৱা কৰি থাকিল!

"স্বৰ্গদেউ!"

"এটা কাম কৰ ঘন!"

"আদেশ কৰক স্বৰ্গদেউ!"

আকৌ স্বৰ্গদেউ নিমাতে ৰ'ল। ভ্ৰূকুটিৰ এটা হাঁহি মাৰি ক'লে—

"মানুহটো কোন জান ঘন?"

"নাজানো স্বৰ্গদেউ!"

"সৰুগোহাঁই!"

আৰ্তনাদ কৰি উঠিল ঘনশ্যাম।

"তই এতিয়াই যা ঘন। সৰুগোহাঁইক বিচাৰি উলিয়াই চকু কাঢ়ি—"

"স্বৰ্গদেৱে কি ধেমালি—"

"অসমৰ স্বৰ্গদেৱে ধেমালি কৰি বিচাৰৰ ৰায় নিদিয়ে, ঘন তই যা—সৰুগোহাঁইৰ দুইটা চকু কাঢ়ি কাইলৈ পুৱাৰ ভিতৰতে মোক দেখুৱাব লাগিব। নহ'লে—"

একো নুবুজাৰ দৰে ঘনশ্যাম তেতিয়াও আঁঠুকাঢ়ি থাকিল।

"ঘনশ্যাম।" বাঘৰ দৰে গোজৰি উঠিল স্বৰ্গদেউ।

"মই এতিয়াই গৈছোঁ স্বৰ্গদেউ! এতিয়াই—"

ঘনশ্যাম যোৱাৰ পাচত দুই হাতৰ তলুৱাত মুখ ঢাকি বহি পৰিল স্বৰ্গদেউ!

বাতিপুৱা দুদণ্ড বেলি হোৱালৈকে স্বৰ্গদেৱে কোঠাৰ দুৱাৰ নেমেলিলে। জবাধৰা বৰুৱা দুৱাৰ আহি গ'ল। তৃতীয়বাৰ দুৱাৰৰ সিপাৰৰপৰা শুনা গ'ল সৰুকুঁৱৰীৰ মাত।

"বঙহবদেউ! দুৱাৰ খোলক।"

শিয়ঁৰি উঠিল স্বৰ্গদেউ! কোনোবাই যেন উতলা পানী ছটিয়াই দিছে গাত। অনেক অনুনয়-বিনয়ৰ পাচত হঠাৎ এবাৰ দুৱাৰ মেল খালে। স্বৰ্গদেউৰ মূৰ্তি দেখি ভয় খাই গ'ল সৰুকুঁৱৰী। একে ৰাতিৰ ভিতৰত স্বৰ্গদেউ যেন সলনি হৈ গ'ল। চকুত দুশ্চিন্তা আৰু উজাগৰে থকাৰ চিন। দুকুৰা জুইৰ দৰে জ্বলি উঠি সৰুকুঁৱৰীক যেন পুৰি ছাই কৰিব খুজিলে।

"বঙহবদেউ!"

চাদৰৰ আঁচল এটা ডিঙিত মেৰিয়াই আঠু কাঢ়িলে সৰুকুঁৱৰীয়ে। স্বৰ্গদেৱে দোখোজ পিচুৱাই গৈ ক'লে—

"তুমি যোৱা সৰুকুঁৱৰী! জ্বলা জুইত ঘিউ নাঢালিবা।"

"কি হৈছে মই জানো জানিব নাপায় বঙহবদেউ?"

"জানিও যি নজনাৰ ভাও জোৰে—"

"মই একো নাজানো বঙহবদেউ! নাজানো বঙহবদেউ! নাজানি যদি কিবা অপৰাধ—"

বলিয়াৰ দৰে হো-হোকৈ হাঁহি দিলে স্বৰ্গদেৱে আৰু আগতকৈও বেচি গম্ভীৰ হৈ ক'লে—

"তোমাৰ অপৰাধ মই কৈ দিব লাগে? অপৰাধ তুমি ভালদৰে জানা। অসমৰ স্বৰ্গদেউৰ ভুল হৈছিল এজনী নীচকুলীয়া নাচনীক ৰাজ-কাৰেঙত ঠাই দিয়া—হৃদয় উজাৰি—"

"বঙহবদেউ!" সৰুকুঁৱৰীৰ মাতত কান্দোন।

"আপোনাৰ শপত, কেশৰবায়ৰ তেজ খাবলৈ বঙহবদেউ মই একো নাজানো। মোক মিছায়ে—"

"সৰুকুঁৱৰী!" গৰ্জি উঠিল স্বৰ্গদেউ।

তিৰোতাৰ শপতৰ কি মূল্য আছে?

"তুমি যোৱা। এদিন অসমৰ স্বৰ্গদেউৰ ৰাজঅনুগ্ৰহ লাভ কৰিছিলা, তাৰ বিনিময়ত ৰাজঅন্বেষপুৰত—"

"তাতকৈ মোক প্ৰাণদণ্ডৰ আদেশ দিয়ক বঙহবদেউ! মই এতিয়াই দিখৌ নৈত পৰি মৰোঁ—" হুক্ হুক্ কৰি কান্দি শোৱনী কোঠাৰপৰা ওলাই যাব খোজা স্বৰ্গদেউৰ ভৰিত সাবটি ধৰিলে সৰুকুঁৱৰীয়ে। দোখোজ-মানলৈ চোচোৰাই লৈ গ'ল স্বৰ্গদেৱে। বাটঘৰৰ মজিয়াত চিঞৰি চিঞৰি কান্দি পৰি থাকিল সৰুকুঁৱৰী।

"স্বৰ্গদেউ!" বাটচ'ৰাৰ মুখত ভিতৰুৱালবৰুৱাই আহি আঠু ললে।

"কালি কাৰেঙত সোমোৱা মানুহটো?"—স্বৰ্গদেৱে খঙেৰে সুধিলে।

"ধৰিব পৰা নহ'ল স্বৰ্গদেউ। আঠোটা পাইক মাৰি নামৰূপৰ ফালে পলাই গ'ল।"

"অকৰ্মণ্য!"

দোষী দোষীভাৱে তলমূৰ কৰি ক'লে ভিতৰুৱালবৰুৱাই।

"মানুহটো কোন চিনি পোৱা হৈছে স্বৰ্গদেউ!"

হঠাৎ স্বৰ্গদেৱে উভতি চালে। চকু দুটা ভয়ত যেন কঁপি উঠিল স্বৰ্গদেউৰ। কিন্তু উদ্বেগহীনভাৱে সুধিলে—

"কোন?"

"সন্দিকৈ ভিতৰুৱালফুকন!"

"কোন?"

"ভিতৰুৱালফুকন স্বৰ্গদেউ! চোৰাংচোৱাৰপৰা গম পোৱা হৈছে—"

"কি?"

"তেওঁৰ লগত লান্‌মাখ্ৰু বন্দৰ নাওবৈচাফুকন, বাইলুং ডেকাফুকন, চেখাম হাজৰিকা, আৰু—আৰু স্বৰ্গদেউ—" কবলৈ দ্বিধাবোধ কৰিলে ভিতৰুৱালবৰুৱাই।

"আৰু কোন?"

"ষড়যন্ত্ৰত লিপ্ত হৈছে—তেওঁলোকৰ লগত সৰুজনা গোহাঁইদেউ স্বৰ্গদেউ!"

অকণো আচৰিত হোৱাৰ চিন নোলাল স্বৰ্গদেউৰ মুখত। কেইটামান মুহূৰ্ত মনে মনে থাকি ভিতৰুৱালবৰুৱাক আদেশ দিলে—

"এই মুহূৰ্ততে সৰহীয়াকৈ সৈন্য লৈ নামৰূপলৈ যাত্ৰা কৰক।"

ভিতৰুৱালবৰুৱাই সেৱা কৰিলে আৰু ওলাই গ'ল।

নিজৰ কোঠাৰ ফালে আগুৱাই আহি স্বৰ্গদেৱে ভাবিলে—কাৰেঙৰ ভিতৰ সোমোৱা মানুহটো সৰুগোহাঁই নে ভিতৰুৱালফুকন? কোন হোৱা উচিত? কোন??

মূৰটো যেন ঘূৰোৱাৰ নিচিনা কৰিলে স্বৰ্গদেউৰ।
"স্বৰ্গদেউ!"
খপ কৰি উভতি চালে স্বৰ্গদেৱে। বৰবৰুৱা আগুৱাই আহিল।
"মেচাঘৰীয়া দামোদৰ ফুকনক বন্দী কৰা হৈছে স্বৰ্গদেউ!"
"কিয়? কোনে তোমাক হুকুম দিছিল?" স্বৰ্গদেউৰ মাতত উচাপ খাই উঠিল বৰবৰুৱা।
"বুঢ়াগোহাঁই ডাঙৰীয়াৰ হুকুম স্বৰ্গদেউ। দামোদৰে স্বৰ্গদেৱক মিছা সম্বাদ দিছিল!"
"কি?"
"চোৰাংচোৱাই ধৰা পেলাইছে স্বৰ্গদেউ! দামোদৰে সৈও কাঢ়িছে। কালি ৰাতি স্বৰ্গদেৱে দেখা গৱাকী সৰুকুঁৱৰী নহয়, সৰুকুঁৱৰীৰ তামূলী লিগিৰী ৰূপহী আৰু ধোঁৱা চেকুৱাই যোৱাজন লেচাই সৰুগোহাঁই নহয়—সন্দিকৈ ভিতৰুৱালফুকন!"
"বৰবৰুৱা।" কান্দোনত ভাঙি পৰিব খুজিলে স্বৰ্গদেউ।
"স্বৰ্গদেউ!"
"যুঁজখন বন্ধ কৰি দিয়ক বৰবৰুৱা! এতিয়াই এই মুহূৰ্তেই নাম-ৰূপলৈ গৈ ভিতৰুৱালবৰুৱাক কওক।"
"কিন্তু স্বৰ্গদেউ!"
"কোনো কিন্তু নাই—লেচাইক মাতি পঠাওক, তাক কওক, লাগে যদি অসমৰ সিংহাসন—"
"স্বৰ্গদেউ!"
"আপুনি এতিয়াই যাওক বৰবৰুৱা—"
"লেচায়ে স্বৰ্গদেউৰ বিৰুদ্ধে—"
"সি কোনো দোষ কৰা নাই বৰবৰুৱা। সি নিৰ্দোষী।"
"স্বৰ্গদেউৰ কাৰণে নহ'লেও—"
"বৰবৰুৱা!" স্বৰ্গদেউ গৰ্জি উঠিল। "তুমি মোৰ কথা শুনিবানে নুশুনা?"
"স্বৰ্গদেউ—তিনিবৰমূৰীয়াৰ মেলত—"
"বৰবৰুৱা!"
হেংদান উলিয়াই খেদি আহিল স্বৰ্গদেৱে।
বৰবৰুৱাই আঁঠু লৈ ক'লে, "সেয়ে হওক স্বৰ্গদেউ। ডাঙৰীয়া তিনিজনৰ আদেশত যি যুঁজ হৈছে মাত্ৰ, স্বৰ্গদেউৰ আদেশত তাক মই বন্ধ কৰিব নোৱাৰোঁ।
"বৰবৰুৱা!" খঙৰ পৰিবৰ্তে হঠাৎ স্বৰ্গদেউৰ কণ্ঠস্বৰত কান্দোন শুনিলে বৰবৰুৱাই। "যুঁজখন বন্ধ কৰি দিয়ক বৰবৰুৱা, অসমৰ স্বৰ্গদেৱে আপোনাৰ—"
হঠাৎ বৰবৰুৱা জিকাৰ খাই উঠিল। ভয় হ'ল। স্বৰ্গদেউৰ হাত দুটা বৰবৰুৱাৰ ভৰিৰ ফালে যেন আগবাঢ়ি আহিছে। জাঁপ মাৰি থিয় হ'ল বৰবৰুৱা!
স্বৰ্গদেউৰ চকুৰপৰা টপ্ টপ্ কৰি চকুপানী পৰিছে।
"মই এতিয়াই গৈছোঁ স্বৰ্গদেউ! প্ৰাণ দি হ'লেও স্বৰ্গদেউৰ কথা ৰাখিম।"
ভৰিৰ কাষত হেংদান থৈ স্বৰ্গদেউক সেৱা কৰি প্ৰায় দৌৰিয়েই বৰবৰুৱা ওলাই গ'ল।
শোৱনী কোঠাৰ ফালে আগুৱাই আহি থাকি হঠাৎ স্বৰ্গদেউৰ খোজ ৰ'ল।
"ঘনশ্যাম!" ভূত দেখাৰ দৰে উচাপ খাই উঠিল স্বৰ্গদেউ। দুৱাৰ-মুখত যমৰ দৰে থিয় হৈ আছে স্বৰ্গদেউৰ গা-ৰখীয়া ঘনশ্যাম।
"স্বৰ্গদেউ! সৰুগোহাঁইৰ চকু—"
চকুৰে যেন ধুঁৱলিকুঁৱলী দেখিলে স্বৰ্গদেৱে। দৌৰি কোঠাৰ ভিতৰত সোমাবলৈ গৈ দেখিলে—সৰুকুঁৱৰী ধীৰে ধীৰে মাটিৰপৰা থিয় হৈছে। অসংযত কাপোৰ। অবিন্যস্ত চুলিকোছা। চকু ফাটি যেন চকুপানী ওলাইছে।
হঠাৎ সৰুকুঁৱৰীক সাবটি ধৰি সৰু এটা কেঁচুৱাৰ দৰে উচুপিবলৈ ধৰিলে স্বৰ্গদেৱে।
"মোক ক্ষমা কৰা হেম! ক্ষমা কৰা!!"
বুকুৰ মাজত সোমাই উচুপি উচুপি কান্দিবলৈ ধৰিলে সৰুকুঁৱৰীয়ে।
"মোৰ কথা নুশুনি তুমি কিয় এই কাম কৰিলা? কিয়?? কিয়???"
স্বৰ্গদেউ আৰু সৰুকুঁৱৰীৰ কান্দোনত পুৱাৰ পোহৰ যেন মলিন হৈ গ'ল। চাৰিওফালৰপৰা ডাঠ আন্ধাৰে আৱৰি ধৰিলে ৰাজকাৰেং। মৃত্যুৰ দৰে নিবৰ, বিভৎস অন্ধকাৰ।
কোনোবা এটা যেন আন্ধাৰত দৌৰি আহিল। তাৰ ভৰিত লাগি খন্ খন্ শব্দ হৈ পৰি গ'ল— বানকাঁহী, মাইহাং আৰু ভৃঙ্গাৰ। হেংদানৰ

ঝন-ঝননিত যেন এজাক মৃত সৈন্যই সাৰ পাই উঠিল। ৰণুৱা ঘোঁৰাৰ হেঁহনি আৰু খট্ খট্ শব্দত কঁপি উঠিল ৰাজকাৰেং!

"ডেকাফুকন!" দেহৰ সকলো শক্তি জিভাৰ আগলৈ আনি চিঞৰিলে মানুহটোৱে। মই বৈ যাব খুজিলোঁ।

"আহি থাওক। আৰু মাত্ৰ দুটা মহলা।" মোৰ হাতত ধৰি টানিলে সৰ্বেশ্বৰ কোঁৱৰে আৰু চিৰিয়েদি জোৰেৰে নমাই লৈ গ'ল।

চিৰিৰ শেষ চাপত উঠিয়েই কোঁৱৰে মোৰ হাত এৰি দিলে।

আন্ধাৰ কোঁঠাটোৰ গৰম বতাহত উশাহ লবলৈ টান লাগিল মোৰ। বহুত যুগ হয়তো মানুহ অহা নাই তলৰ তলালৈ—শ শ বছৰৰ অন্ধকাৰ আৰু আৱৰ্জনা একে ঠাইতে য'ত থূপ খাই আছে।

মৃতদেহৰ দুৰ্গন্ধৰ দৰে অকটা গন্ধেৰে উপচি পৰিছে ৰাজকাৰেং।

কেইটামান মানুহ চিৰিয়েদি নামি অহাৰ শব্দ হ'ল হঠাৎ। এজাক যেন সৈন্য দুপ্-দুপাই নামি আহিল পলৰীয়া শত্ৰুক বিচাৰি।

"কোঁৱৰ!"

"চুপ।"

লগে লগে এটা স্পষ্ট গেঙনি। আৰু গম পালোঁ সবল দুটা বাহুৰে কোনোবা এটাই পিচফালৰপৰা মোক সাৱটি ধৰিলে আৰু জোৰ কৰি ওপৰলৈ উঠাই অনাৰ চেষ্টা কৰিলে।

মুকলি আকাশৰ তলত মই পৰি আছিলোঁ। চাৰিওকাষত এজাক মানুহৰ গুণ্-গুণনি। অদূৰত এটা ৰক্তাক্ত মৃতদেহ।

"আগৰটো 'কেচো' এনেকুৱাই আছিল চাৰ।" কোনোবা এটাৰ মাত মোৰ কাণত পৰিল। "পূৰ্ণিমাৰ দোভাগ ৰাতি স্বৰ্গদেউৰ পূজাত মানুহ বলি—"

ভয়ত মোৰ চকু আকৌ জাপ খাই গ'ল।



# পুতলা ঘোঁৰা

শ্ৰীনগেন শইকীয়া

কন্দৰ্পই শাৰী শাৰীকৈ সজাই থোৱা বিভিন্ন ৰং আৰু আকাৰৰ পুতলাবোৰলৈ এক মুহূৰ্ত স্তব্ধ হৈ চালে; তাৰপৰা পুতলা-ঘোঁৰা এটাৰ গাত হাত দি মিহি নোমবোৰ স্পৰ্শ কৰাৰ লগে লগে মনলৈ বাগৰি আহিল উত্তেজনাৰ এটা সৰু ঢৌ। আৰু দুই-এজন গ্ৰাহকে পুতলা কিনিছে; লগত আছে সুন্দৰকৈ সাজি-পাৰি অহা পত্নী আৰু পুতলাৰ দৰেই নোদোকা মৰমলগা ল'ৰা-ছোৱালী। কোনোবাই ট্ৰাই চাইকেল, কোনোবাই পেৰাম্বুলেটৰ, কোনোবাই দামী পুতলা কিনিলে—পত্নী আৰু সন্তানৰ ইচ্ছা মতে। কন্দৰ্পই এবাৰ চাৰিওফালে চালে। এটা হতাশা আৰু ক্ষোভে তাক যেন বাৰম্বাৰ আঘাত কৰিছে। আপাতদৃষ্টিত তাৰ এই কপাহী ট্ৰাউজাৰ আৰু চাৰ্ট, ভৰিৰ চপল নিতান্ত সস্তীয়া। মূল্যবান পোছাক পৰিহিত ভদ্ৰলোকৰ মাজত, ভদ্ৰলোকৰ বিলাসৰ সামগ্ৰীৰ দোকান এখনত থিয় হ'বৰ যোগ্যতা তাৰ দৰে নিৰীহ কেৰাণী এটাৰ আছেনে নাই—সেই কথা চিন্তা নকৰাই উচিত বিবেচনা কৰি সাহস সঞ্চয় কৰি কন্দৰ্পই চেল্‌চমেনজনক সুধিলে, "টয়-হৰ্চটোৰ দাম কিমান?"

ড্ৰেইন পাইপ পেণ্ট, টেৰিলিনৰ চাৰ্ট আৰু পইণ্টেড চু পিন্ধা ডেকা, তৎপৰ চেল্‌চমেনে চতুৰতাৰে ইংৰাজী মিহলি অসমীয়াত ক'লে, "আমি মনোহৰ এণ্ড চঞ্চ কোম্পানীৰ ইয়াৰ চ'ল এজেণ্ট। আমাতকৈ চিপাৰ প্ৰাইচত এই টয়-হৰ্চ আপোনাক কোনেও দিব নোৱাৰে। লৈ যাওক চাৰ। বান্ধি দিম?"

কন্দৰ্পই নিজৰ অজ্ঞাতসাৰেই জেপটো খেপিয়াই চালে। সুধিলে, "দাম কিমান ?"

"পঁচিশ টকা—টুৱেণ্টি-ফাইভ্ মাত্ৰ।"

"পঁচিশ টকা ?" অস্ফুট কণ্ঠে নিজকে প্ৰশ্ন কৰাৰ দৰে প্ৰশ্ন কৰি পুতলাটোৰ গাৰপৰা নিজৰ হাতখন কোঁচাই আনি ক'লে,

"আচ্ছা পাচত আহিম।"

চতুৰ চেল্চমেনৰ আৰু একো কথাকে নুশুনি, কন্দৰ্পই ফুটপাথত ভৰি দিহে স্বস্তিৰ নিশ্বাস পেলালে। মাত্ৰ পঁচিশ টকা ; তাৰ এমাহৰ পাচলিৰ খৰচ। জেপত আকৌ হাত দি চালে। আছে। দুখন দহটকীয়া নোট আছে ; মাহেকৰো আৰু বিশ-বাইশ দিন আছে ! লগে

কিনিবনে নিকিনে কন্দৰ্পই আকৌ এবাৰ চিন্তা কৰিলে। চাৰি বছৰীয়া দুলালৰ মুখখন লগে মনৰ চকুৰ আগত জিলিকি উঠিল আৰু পত্নী সাৱিত্ৰীৰ মুখখন। এখনত ভয়, উৎকণ্ঠা, আশা ; আনখনত বিৰক্তি, ক্ষোভ আৰু হতাশা। কিন্তু পত্নীৰ ক্ষোভ আৰু পুত্ৰৰ আশাৰ সকলোখিনি কেৱল এটা পুতলাই সমাধা কৰিব পাৰিবনে ? কন্দৰ্পই জেপত খেপিয়াই চালে—চুৰট আছেনে নাই। নাপালে। ফুটপাথত মানুহৰ ভিৰৰ মাজতো নিসঙ্গভাৱে, একান্ত অকলশৰীয়া হৈ কন্দৰ্পই দাঁতিৰ বিভিন্ন ৰঙৰ বৈদ্যুতিক চাকিৰ পোহৰলৈ আৰু উল্লসিত জনতাৰ চঞ্চল খোজলৈ উদাসভাৱে লক্ষ্য কৰি এখোজ দুখোজকৈ আগবাঢ়িল। তাৰ দুৰ্বাৰ ইচ্ছা হ'ল—কৰবাত নিসঙ্গভাৱে অকমান বহি থাকে। তাৰ ইচ্ছা হ'ল—পুত্ৰ-পত্নী, পৰিয়ালৰ খুচুৰা কথা সকলো পাহৰি আকৌ এবাৰ, এক মুহূৰ্তলৈ সি নিজৰ মনৰ লগত চুপেচাপে কথা পাতে। তাৰ ইচ্ছা হ'ল—জনতাৰ ভিৰৰ মাজত, উল্লাসৰ মাজত নিজকে এৰি দিয়ে। কিন্তু বাৰে বাৰে তাৰ এই আকাঙ্ক্ষাক আঘাত কৰিছে—পথযাত্ৰী নাৰীৰ উল্লসিত কণ্ঠৰ শব্দই, সৰু ল'ৰা-ছোৱালীৰ পোছাকৰ বৈচিত্ৰ্যই আৰু চকু-মুখৰ তৃপ্তিৰ হাঁহিয়ে।

আচ্ছা, পুতলা এটা কিনিবনে নিকিনে ? সচাকৈ এটা পুতলাৰ প্ৰয়োজন ঘৰখনত কিমান ? ডাক-ঘৰৰ কেৰাণীয়েতো যোগান, সমবায়, আয়কৰ কাৰ্য্যালয়ৰ বিষয়াৰ দৰে মুঠি মুঠি পইচা জেপত ভৰাব নোৱাৰে—সেই কথা নতুনকৈ চিন্তা কৰি লাভ কি ? চিন্তা ? চিন্তাটো এনে এক কাৰ্য্য যিটো কৰোঁ বুলিও কৰিব নোৱাৰি, নকৰোঁ বুলিও কৰিব লাগে।



আচ্ছা যাওক—যাওক সেইবোৰ কথা। কিন্তু, কিবা এটা বৈদ্যুতিক শক্তিৰদ্বাৰা যদি মানুহৰ মগজুৰ এই চিন্তা কৰা যন্ত্ৰটোৰ পৰিৱৰ্তন সাধন কৰিব পৰা হ'লহেঁতেন ! যন্ত্ৰটো কেনেকুৱা হ'ব ? মানে ঠিক যি মগজুক আঘাত কৰিব নালাগিব ; ভাল চিন্তা—লাভজনক চিন্তাবোৰ কৰাত বাধা জন্মাব নালাগিব। মাত্ৰ দুশ্চিন্তা, দুঃস্বপ্ন, দুখজনক চিন্তা, এইবোৰ কৰাব নালাগিব। .............হঠাৎ কন্দৰ্পই মানুহ এজনৰ গাত খুন্দা মাৰিলে। মানুহটোৱে ভোৰ ভোৰাই উঠিল। কন্দৰ্প ৰৈ নাথাকিল।

আচলতে পুতলাটোৰ চিন্তা...........আকৌ সেই চিন্তাৰ শিকলি। কিন্তু জীৱনৰ লগত পুতলাৰ সম্বন্ধটো ? নাই নাই, বেয়া কথা হৈছে। কিন্তু পুতলা এটা কিনাটো এটা সমস্যা হৈ পৰিছে। কিমান সমস্যা এই ত্ৰিশ বছৰে পুৱাৰপৰা ৰাতিলৈকে লগ পাই আহিল, ক'তা এটা সমস্যাও তো সমস্যা হৈ নাথাকিল ? হাতেৰে চুই অনুভৱ কৰিব পৰাকৈ কোনটো সমস্যা জীয়াই থাকিল ? আচলতে সমস্যাবোৰ বৰফৰ টুকুৰাৰ দৰে বা ধুমুহা-বৰষুণত অহা শিলগুটিৰ দৰে। বৰ টান। কিন্তু এটা সময়ত সি আৰু টান হৈ নাথাকে।

কুৰি টকা দি এটা পুতলা কিনাৰ পাচত বাকী বাইশ দিন কেনেকৈ যাব ? আচলতে সি এটা পুতলা কিনাৰ কথা ভবা তো নাছিল আগতে। পুতলা বা তেনে কিবা বিলাসৰ সামগ্ৰী কিনিবলৈ হ'লে দৰ্মহা পোৱাৰ আগতেই হিচাবত ধৰিব লাগিব। হিচাব কৰি চাব লাগিব—এশ ষাঠি টকাৰপৰা ত্ৰিশ টকা ঘৰভাৰা, ফুকনৰ দোকানত চল্লিশ, গণেশৰ দোকানত পঁচিশ, গাখীৰত সাত টকা আঠ অনা, চাউলৰ দোকানত কমেও চল্লিশ আৰু বাকীবোৰ যেনে—দৰৱ-পাতি, কাপোৰ-কানি ফুৰা-চকা, মাছ-মাংস ( মিছা কথা, মাছ-মাংস আচলতে বহুত দিন খোৱাই নাই ), শাক-পাচলি ইত্যাদি ইত্যাদি—খৰচ কৰিলে হাতত কিমান পইচা থাকে ? আচলতে গণিতৰ বিশেষজ্ঞয়ো এইটো অঙ্ক শুদ্ধকৈ কৰি দিব পৰাৰ ক্ষমতা নাই। সেইবাবে সাৱিত্ৰীয়ে কেতিয়াবা কয়, "উকা পাটৰ কাপোৰ এযোৰ আজি পাঁচ বছৰেও দিব নোৱাৰিলে ! ঠিকাদাৰণীৰ পাটৰ চেটেই ছটা।"

কন্দৰ্পই হাঁহিৰ চলেৰে কয়, "ছটা ? তথাপি ৰক্ষা ! কাৰণ, সাতোটা হোৱা হ'লে দিনে এযোৰ পিন্ধিব পাৰিলেহেঁতেন ! ছটা যেতিয়া এটা ছেট অন্ততঃ সপ্তাহত দুদিন পিন্ধিবই লাগিব। তুমি এটা ছেট

তেওঁতকৈ মাত্ৰ পাঁচদিন বেচিকৈ পিন্ধা! পাঁচদিনৰ পাৰ্থক্যটো মামুলী পাৰ্থক্য! যোগেশ্বৰ মোতকৈ পাঁচ মাহৰ ডাঙৰ; তথাপি তাক মই ককাইদেউ বোলোঁনে? নোবোলোঁ। ফুঃ মাত্ৰ পাঁচদিন!"

কিন্তু এনেকৈ সমস্যাটোৰ সাময়িক নিষ্পত্তিয়েও কন্দৰ্পক সন্তুষ্ট কৰিব পৰা নাই। বৰং এটা বেজীয়ে বিন্ধাৰ দৰে বিন্ধি থাকে। ......প্ৰথম নৱবিবাহিতা পত্নী সাৱিত্ৰীৰ পৰিচ্ছন্ন পোছাক, পৰিপাটী প্ৰসাধন, মুখ-চকুৰ লজ্জা-ভৰা মিঠা হাঁহি, ভৰিৰ নখৰপৰা চুলিৰ আগলৈকে থকা সৰল পাৰিপাট্য আৰু দাম্পত্য জীৱনৰ কোমল মধুৰ আলাপ—এই সকলো এটা দ্ৰুত গতিত, এটা দুৰ্বাৰ তালত আহি আহি কি যে হৈ গৈছে! চকুৰ ছাই, হালধিৰ দাগেৰে চিহ্নিত ঘৰুৱা সাজ-পাৰ; অবিন্যস্ত, শুকান, অপৰিপাটী চুলি, ঢিলা হৈ হাতৰ ঠাৰিত ওলমি থকা খাৰু, মুখ-চকুৰ ৰুক্ষ কঢ় চেহেৰা আৰু অভাৱ-অভিযোগত বিকৃত কণ্ঠস্বৰ! মাত্ৰ চাৰিটা বছৰ! চাৰিটা যুগ জীয়াই থাকিবলৈ হ'লে কি হ'ব?

দুটা কোঠালী আৰু পিচফালে পাকঘৰেৰে খেৰী ঘৰটোৰ প্ৰথম কোঠাটোৰ পাৰিপাট্য ৰক্ষা কৰিবলৈ যথেষ্ট সাধ্য-সাধন কৰিব লাগিব। চূণ এবাই যোৱা বেৰৰ ঠায়ে ঠায়ে গোবৰ মাটিৰ প্ৰলেপ, খুটাৰ দাঁতি, চ'তি, চালত মকৰা জাল, বেৰত য'তে ত'তে বিশৃঙ্খলভাৱে আঁৰি থোৱা কেলেণ্ডাৰৰ ছবি, কাঠৰ চকী-মেজৰ খুড়াৰ প্ৰায় আধা ফুট পৰ্য্যন্ত সোতাকানিৰে মিহিকৈ সানি থোৱা বোকাৰ দাগ—এই আটাইবোৰ নাইকিয়া কৰিবলৈ গিৰীহঁত আৰু ভাৱা দিয়া কাৰো অৱসৰ নাই। ......নৱবিবাহিতা পত্নীৰ অৱস্থাৰ পৰিৱৰ্তনৰ লগত ঘৰটোৰ অৱস্থাৰ পৰিৱৰ্তনৰ সাদৃশ্যত এটা সুন্দৰ সামঞ্জস্য আছে।

কিন্তু এই যে পৰিবৰ্তনৰ ধাৰাটো, ইয়াক তো অস্বাভাৱিক যেন লগা নাই। ধাৰণা, আচলতে এটা ধাৰণা হয় কন্দৰ্পৰ—সাৱিত্ৰীয়ে যে তিতা লেতেৰা হাতেৰে চাহ কাপ দিয়ে, হাতটো যে পৰ্দাখনৰ তল অংশ কোঁচাই মচি থয়, এই যে চাহ খাবৰ সময়ত হয় গাখীৰ নহয় চাহ নহয় চেনি নাই বুলি অভিযোগ কৰে, চাৰি বছৰীয়া দুলালক খুৱাবলৈ অনা গাখীৰকণ যে চাহ খাওঁতেই শেষ হৈ যায় বুলি বিৰক্তি প্ৰকাশ কৰে,—এই কামবোৰ তো স্বাভাৱিক যেন লাগে তাৰ। অৱশ্যে দুলালৰ প্ৰথম জন্মৰ সময়ত বেছ যত্ন লৈ তাক আন দহজন আঢ্যৱন্ত ঘৰৰ কেঁচুৱাক প্ৰতিপালন কৰাৰ দৰেই প্ৰতিপালন কৰিবলৈ আশা এটা কৰিছিল। চাৰি-পাঁচ মাহ মানলৈকে



গ্লেক্স', ফেৰেক্স, অষ্টাৰ-মিল্ক, আমূল ইত্যাদি মেডিকেটেড্ ফুড্ কিনিছিল। সেই টিনবোৰ খালী হোৱাৰ পাচত আগৰ দাইল, আলু, পিঁয়াজ, নিমখ, চেনি থোৱা পুৰণি টিনবোৰে অৱসৰ গ্ৰহণ কৰি পায়খানাৰ বাহিৰে ভিতৰে চুঁচৰি ফুৰিছিল। মিটচেফ্‌টোৰ ওপৰত এই বিভিন্ন টিনবোৰৰ বেছ প্ৰদৰ্শনী এখনেই হৈছিল। আন লগৰ মানুহকো সি উপদেশ দিব পৰা হৈছিল যে কেঁচুৱাক সৰুতে কল, ভাত, চেনি খুৱালে পেটত ক্ৰিমি হয়, কোষ্ঠবদ্ধতা হয়....ইত্যাদি ইত্যাদি। এবছৰ মানৰপৰা কিজানি টিনৰ আহাৰৰ সলনি চকুৰ আহাৰকে খুৱাবলৈ বাধ্য হৈছিল। কাৰণ—'ভাত নুখুৱালে কেঁচুৱাই ষ্ট্ৰেংথ্ নাপায় নহয়!' সেই সময়ত দুই এটা খেলনা,—হয় পুতলাও কিনি দিছিল। পুতলা......পুতলা......

পুতলাও কিনি দিছিল। অৱশ্যে প্লাষ্টিকৰ আছিল। সেইবোৰ বেছ চলি গৈছিল। কিন্তু এই যে পুতলাটো! পুতলাৰ যোঁৱাটো—বৰ দাম সচাকৈ। আচলতে পুতলা হ'লেও যোঁৱাৰ নোমৰ দৰেই নোম। মিহি। কিবা জন্তুৰ চাল লগাই দিছে কিজানি! ছুই কিন্তু ভাল লাগে। কোমল। পিছে, ছুই আচলতে বেয়াও লাগে—ইমান দাম।

কিন্তু, দামটোৱেই তো আচল কথা নহয়। আচল কথা হ'ল তাৰ প্ৰয়োজনটো। আচলতে প্ৰয়োজন শব্দটোৰো নিজা শক্তি নাই; আছে 'ব্যৱহাৰ'টোৰ। আচল কথা হ'ল ব্যৱহাৰ। ওঁ, ব্যৱহাৰ। পিছে, ব্যৱহাৰ—অঁ......ব্যৱহাৰ শব্দটোৰ সামৰ্থ্য নিৰ্ভৰ কৰিছে ব্যৱহাৰ কৰিব পৰা ক্ষমতাৰ ওপৰত। গতিকে ক্ষমতাটোৱেই আচল কথা! ....হঠাৎ কন্দৰ্পই অনুমান কৰিলে সি বজাৰ এৰি বহুদূৰ আহিল। বহুদূৰ আহিল তো! আৰু এনেকৈ আহি থকাৰ কথা মনত পৰাৰ লগে লগে সি ঘূৰিলে আৰু পুতলা এটা কিনাৰ কথা নাভাবি নোৱাৰিলে।

কাৰণ,—কাৰণটো অৱশ্যে চিন্তা কৰিবলগীয়াই। দুলালৰ মুখখনলৈ মনত পৰিল। সাৱিত্ৰীৰ ক্ষোভৰ কথা কেইষাৰলৈও মনত পৰিল। ছিঃ ছিঃ বাপেকটো হৈ একমাত্ৰ প্ৰথম ল'ৰাটোৰ সামান্য অভিলাষ এটাও পূৰণ কৰিব পৰা নাই! আৰু শুদা হাতেৰে গ'লে বা পুতলা এটা লৈ গ'লে পত্নী আৰু পুত্ৰৰ মনত কি প্ৰতিক্ৰিয়া হ'ব পাৰে, তালৈও মনত পেলালে। লগে লগে আনৰ ল'ৰা-তিৰোতাবোৰৰ চেহেৰাও মনত পৰিল। সদায় যে ঘৰৰ সন্মুখেদি ছোৱালী কেইজনী যায়—কোনোবা এখন কলেজত

পৰিছে হ'ব পায়—বেছ সুন্দৰ পৰিপাটী পোছাক, চঞ্চল খোজ, কণ্ঠস্বৰ মিঠা, হাঁহিটোও মনোলোভা ; চকু-মুখবোৰো মিহি । সাৱিত্ৰীৰ চেহেৰাৰ কথা মনত পৰি খঙেই উঠি যায় । কেতিয়াবা কন্দৰ্পই ঘৰৰ আগফালে দুলালক লৈ ছোৱালী কেইজনীৰ আগমনৰ প্ৰতীক্ষা কৰে । এনেয়ে ভাল লাগে দেখি ; মাতি-বুলি কথা পাতিবৰ মন যায় । কিন্তু এদিন—অঁ এদিন তেনেকৈ চাই থাকোঁতে সাৱিত্ৰীয়ে পিচফালৰপৰা আহি দুলালক খঙেৰে কন্দৰ্পৰ কোলাৰপৰা আঁজুৰি নিজৰ কোলালৈ নি—"ভিতৰত থাকিব নোৱাৰনেকি ?" বুলি চকা দুটামান মাৰি ভিতৰলৈ লৈ গ'ল । ভয়ে ভয়ে চকা দুটা আচলতে কন্দৰ্পৰ পিঠিত পৰা যেন লাগিল । সেই দিনাৰপৰা কন্দৰ্পই সাৱিত্ৰীৰ ভিতৰ সোমাই বহি থাকিলহি । সাজি-পাৰি অহা গাভৰু বা তিৰোতা দেখিলে নোচোৱাকৈ ওচৰত থাকিলে সাৱিত্ৰীক বা দুলালক ধেমেলীয়া কিবা কৈ থাকিবলৈ চেষ্টা কৰে বা পৰ্দাৰ ফাঁকেৰে ততাতৈয়াকৈ চাই লয় । ইঁহৰাৰ চলেৰে

আচলতে, এইবোৰ কথাৰ লগত পুতলাৰ সম্পৰ্ক আছেও—নায়ো । কথা হ'ল দুলালক ধেমালি কৰিবলৈ পুতলা লাগে । কিন্তু প্ৰয়োজনটো কেৱল পুতলাৰ ঘোঁৰা এটাৰ মাজত সীমাৱদ্ধ ! নহ'লে ইমান দিনে, ৰাতৰি কাগজৰ ছবি, চোভিয়েট দেশ নামৰ চাৰি অনীয়া আলোচনী, গ্লেক্স' গাখীৰৰ টিন, আঠ অনীয়া পিষ্টল—এইবোৰেই তাৰ প্ৰয়োজন পূৰাই আহিছিল । তদুপৰি কাঠৰ ফলি আৰু ছবি থকা অ-আ-ক-খৰ পুথি এখনো আছে । পূজাৰ সময়ত কিনা প্লাষ্টিকৰ খেল্না দুই-এটা আছেই । তাৰ বাহিৰেও কন্দৰ্পৰ তাচপাত যোৱা দুলালৰ আন এটা খেলাৰ সামগ্ৰী । তথাপি, তথাপি প্ৰয়োজনটো হ'লগৈ—পুতলাৰ এটা ঘোঁৰাৰহে ; দাম যাৰ পঁচিশ টকা ।

হয়, সন্মান জড়িত হৈ আছে কথাটোত । যদি কন্দৰ্পৰ সন্মান, সাৱিত্ৰীৰ সন্মান জড়িত হৈ নাথাকিলহেঁতেন, তেনেহ'লে পুতলা এটা কিনাৰ বাবে ইমান দুৰ্ঘোৰ চিন্তাও নহ'লহেঁতেন । আচলতে এই সন্মান নামৰ 'ভাবটো' বৰ মাৰাত্মক । নেদেখা, নুশুনা, মনৰ মাজত ওপঙি ফুৰা এটা ভাৱ ; অথচ তাৰ কি জ্বালা—যেন এটা বিষাক্ত পোকেহে কামুৰিলে ! দোষ আচলতে মাকৰ গাত । ল'ৰাই কি জানে ! পাচত ল'ৰাটোক, চাৰি বছৰীয়া ল'ৰাটোক কন্দৰ্প আৰু সাৱিত্ৰী দুয়ো ধৰি মৰিয়ালে হ'ব কি ? আচলতে দোষ সাৱিত্ৰীৰ গাত । কন্দৰ্পই কোৱা নাছিল—



ঠিকাদাৰৰ ঘৰলৈ যাব নালাগে ? শুনিছিলা কন্দৰ্পৰ কথা ? "ঠিকাদাৰণী বাইদেউ বৰ ভাল ; গপ-দৰপ একো নাই । সদায় মাতি থাকে দেখিয়েই ।" এতিয়া ভাল হ'ল । এনেয়ে কেৰাণী, তাতে আকৌ পোষ্টেল ডিপাৰ্টিমেণ্ট ! আনে পাৰিছে ঘটিছে টকা ! শিল, বালি আৰু চিমেণ্টৰ অনুপাত এক্সিকিউটিভ্ ইঞ্জিনীয়াৰে পঢ়ি-শুনি জনাৰ দৰে যে দৰাচলতে নহয়, সেই কথা ঠিকাদাৰৰ বাহিৰে কেৰাণীয়ে জানিবনে ? এইবোৰ কৌশলকে জনা হ'লে দেখোঁ—কন্দৰ্পৰ কাহানিবাই গাড়ী-বাড়ী হৈ গ'লহেঁতেন !

আচল কথা হ'ল—মাইকী মানুহবোৰ বৰ লুভীয়া । সাজ-পাৰ, আ-অলঙ্কাৰ, সা-সম্পত্তি এইবোৰৰ পয়োভৰ, জাক-জমক দেখিলে তাৰ মাজত সোমাই পৰিবলৈ বৰ ইচ্ছুক হৈ পৰে । আচলতে এই ইচ্ছাটোৱেই মানুহক পুতলাৰ দৰে নচুৱায় । আচ্ছা মানুহবোৰ যদি সচাসচি পুতলা হ'লহেঁতেন, চাবি দিলেই চলে আৰু চাবি নিদিলেই বন্ধ হয় ! দৰাচলতে মানুহবোৰ যন্ত্ৰ হোৱাই ভাল আছিল । তেতিয়া হ'লে সিহঁতে ইচ্ছা কৰিবই নোৱাৰিলেহেঁতেন । ইচ্ছা কৰিব পৰা শক্তি নথকা হ'লে সাৱিত্ৰী বলোভদ্ৰ ঠিকাদাৰৰ ঘৰলৈ নগ'লহেঁতেন ; নোযোৱা হ'লেই দুলালো নগ'লহেঁতেন ! নোযোৱা হ'লেই তাৰ চকুত বলোভদ্ৰৰ ঘৰৰ ড্ৰয়িং ৰুমৰ বিচিত্ৰ বস্তুবোৰো চকুত নপৰিলহেঁতেন ; চকুত নপৰা হ'লেই সি বস্তুবোৰ চুই নাচালেহেঁতেন ! চুই নোচোৱা হ'লেই পুতলাৰ ঘোঁৰাটো ( যাৰ দাম বজাৰত পঁচিশ টকা ) সি লৈ নাহিলেহেঁতেন !... আচলতে এই 'হেঁতেন'বোৰেই যত গণ্ডগোলৰ মূল । 'হেঁতেন'বোৰ আঁতৰাই পেলাব পৰাহেঁতেন !

হঠাৎ কন্দৰ্পই এইবাৰ উজুটি খাই পৰেঁা পৰেঁা হৈ কথমপি নপৰাকৈ ৰ'ল আৰু কুঁজা হৈ সোঁ ভৰিৰ বুঢ়া আঙুলিটোলৈ চাই দেখিলে—নখ গৈছে । বৰ বিষ, বৰ বিষ । আচলতে নখৰ বিষেই আটাইতকৈ বেচি হব পায় । মূৰ তুলি এতিয়াহে সি লক্ষ্য কৰিলে যে দৰাচলতে তাৰ ভৰিয়ে ঘৰৰ ফালেহে টানি আনিছিল আৰু সোঁ ভৰিটোৱে উজুটি মাৰি মনত পেলাই দিছে যে পুতলাটো তো কিনা নহ'ল । যথেষ্ট বিষ কিন্তু । বান্ধিব লাগিবনেকি ! ওচৰেদি কেইবাটাও মানুহ পাৰ হৈ গ'ল । বহুত সাধাৰণ কাপোৰ-কানি পিন্ধা দৰিদ্ৰ মানুহো গৈছে । বজাৰ কৰিবলৈ গৈছে । কিন্তু আটাইবোৰবে প্ৰয়োজন 'পুতলা' নে বাৰু ? আটাইবোৰৰ

নহ'লেও কিছুমানৰ ? সিহঁতেও কোনোবা বলোভদ্ৰৰ ঘৈণীয়েকৰ তিৰস্কাৰ শুনি পুতলা কিনিবলৈ আহিছেনে বাৰু ? আচ্ছা—সেই যে ৰামায়ণত নে মহাভাৰতত যে আছিল বলোভদ্ৰ, তেওঁৰ ঘৈণীয়েকৰ নাম কি আছিল জানো ; নে ঘৈণীয়েকেই নাছিল ? নে ঘৈণীয়েক আছিল, নামহে নাছিল ? সেই বলোভদ্ৰৰ ঘৰৰপৰাও কোনোবা কন্দৰ্পৰ চাৰি বছৰীয়া ল'ৰাই পুতলা চুৰ কৰিছিলনে ? এটা ধোঁৱা ? পুতলাৰ ধোঁৱা ? চুৰ কৰাৰ বাবে বলোভদ্ৰৰ ঘৈণীয়েকে কৈছিলনে বাৰু—"এই সাধাৰণ টোকোনা মানুহবোৰক লাই দিব নাপায় । মাক-বাপেকৰ চৰিত্ৰ বেয়া নহ'লে ল'ৰা-ছোৱালী বেয়া হ'ব পাৰে নেকি ? ....অ' আই এইবোৰ মানুহক ভিতৰত সোমাবলৈ দিবলৈকে ভয় ?" এনেকৈ কৈছিলনে ? যদি কৈছিল, তাৰ গোটেই হোৰটো কোনোবা কন্দৰ্পৰ ঘৈণীয়েকে নিজৰ চাৰি বছৰীয়া ল'ৰাটোৰ গাত তুলিছিলনে ? বলোভদ্ৰৰ ঘৈণীয়েকৰ পিঠিৰ জোখৰ চকাটো চাৰি বছৰীয়া ল'ৰাটোৱে সহ্য কৰিব নোৱাৰি, হামখুৰি খাই পৰি কান্দিব নোৱৰাকৈ থৰ হৈ গৈছিল-নে ? তাৰ পাচত, তাৰ পাচত সেই ল'ৰাৰ মাকে গিৰীয়েকক ভৰ্ৎসনা কৰি চকুৰ পানীৰে নিজৰ গাল-মুখ তিয়াই কৈছিল নে—"মতা মানুহটো হৈ নিজৰ ল'ৰা-তিৰোতাক সামান্য বস্তু এটা দিব নোৱাৰে ?" কৈছিলনে—"ল'ৰা-তিৰোতাক মন বুজি খুৱাব পিন্ধাব নোৱৰাবোৰে বিয়াকে কৰাব নালাগে ?" আচল কথা হ'ল খুৱাব-পিন্ধাব নোৱৰাটো ; পুতলাটো আচল কথা নহয় ।......

কন্দৰ্পই ক'ব নোৱাৰাকৈয়ে লেকেচিয়াই লেকেচিয়াই আহি ঘৰৰ দুৱাৰমুখ পালেহি । ভিতৰত কথা পতা যেন শুনি কন্দৰ্প চুপে-চাপে দুৱাৰৰ ওচৰ পাই শুনিলে—সাৱিত্ৰীয়ে কৈছে, "সোণটো নাপায় নহয় ! লোকৰ বস্তু কেলেই আমাক ? আৰু পুতলাটোৱে নো কি কৰিবা ? এতিয়া তুমি অ-আ-ক-খ শিকিব লাগে, ডাঙৰ মানুহ হ'ব লাগে । তেতিয়া আগলৈ পুতলাৰ ধোঁৱা নালাগে, উঠি ফুৰিবলৈ সচাসচি মটৰ লবা ।

মটৰ—সেই যে পঁট পঁটকৈ বাজে !" দুলালে কৈছে—"দেউতাই নিকিনে কেলেই মটৰ ?"

"দেউতাৰ পইচা নাই নহয় ! দেউতাই আমালৈ চাউল আনে, দাইল আনে, কাপোৰ আনে, গাখীৰ আনে । কত কি আনে । মটৰ কিনিবলৈ পইচা নাথাকেগৈ নহয় ।"



কন্দৰ্প ৰ'ব নোৱাৰিলে । সি দুৱাৰখন ঠেলি মাতিলে—"সাৱিত্ৰী —সাৱিত্ৰী ।"

সাৱিত্ৰী দৌৰি আহিল । লেম্পটো দাঙি দেখে কন্দৰ্পৰ গাল দুখন তিতি গৈছে । "কি হ'ল আপোনাৰ ?"

সি থোকা-থুকি মাতেৰে ক'লে, "আচলতে, আচলতে বুইছা—এক্‌জিচ্‌টেঞ্চ—মানে অৱস্থিতিটোহে আচল কথা । আচল কথা হ'ল অৱস্থিতি, মানে জীয়াই থকা । জীয়াই থাকিবলৈ এটা পুতলা...মানে...।" কন্দৰ্পই আৰু একো ক'ব নোৱাৰিলে । ওচৰত ৰৈ থকা দুলালক কোলাত তুলি লৈ হঁহাৰ দৰে হো-হোকৈ শব্দ কৰি চকীত বহি পৰিল । আচলতে সি কান্দিলেহে ।

# প্ৰতিযোগিতা

শ্ৰীঅৰুণ গোস্বামী

মাজত গেলা শ এটা লৈ চাৰিওফালে বেৰি আৱাও কৰা কাউৰীৰ দৰে শশীমাষ্টৰৰ চাৰিওফালে ল'ৰা-ছোৱালীখনে হুলস্থূল লগাই দিছে,—মাষ্টৰেও গতানুগতিকভাৱে, "হেই কেলৈ হায় কৰিছ, ৰ' তহঁতৰ পিঠি ফালিম কোবাই কোবাই, ভাগ এইখিনিৰপৰা, নিজৰ জেগাত বহি বহি কাম কৰগৈ, তহঁতক চৰকে ফেইল কৰাই দিম এইবাৰ, এই গৰুখন গলিনে" বুলি সদায় কোৱা কথা কেইষাৰকে আজিও হুঙ্কাৰ মাৰি ক'লে। যদিও চিঞৰ-বাখৰৰ প্ৰতিযোগিতা পতা ল'ৰা-ছোৱালীমখাই কোনেও কাণ নিদিলে। অৱশ্যে মাষ্টৰেও কাণ দিয়া বা মনে মনে থাকক বুলি ভাবি তেনেকৈ কোৱা নাই; মাথোঁ চিনাকি মানুহ বাটত লগ পালে বা কি খবৰ, আছোঁ আৰু বা কোন ফালে যায়, এইফালৰপৰা আহোঁ বুলি কোৱা যেনেকৈ প্ৰথা বা কৰ্তব্য লাভালাভ বা প্ৰয়োজনীয়তা কোনেও উপলব্ধি নকৰে, তেনেকৈয়ে হাই-উৰুমি কৰিলে আপোনা-আপুনি মাষ্টৰৰ মুখৰপৰা এই কথা কিযাৰ ওলাই যায়, যেন টেঙাৰ নাম শুনিহে ছোৱালীৰ মুখলৈ সিৰিপকৈ পানী ওলাই আহিছে। সেয়েহে মাষ্টৰে ল'ৰাই কোৰ্হাল কৰিবলৈ এৰিলে নে নাই ভাবিব লগা নহ'ল বৰঞ্চ চছমাযোৰ ঠিক নাকৰ ওচৰলৈ নমাই নি কাগজেৰে গাভিনী হৈ থকা ক'লা কাপোৰৰ কোট-টোৰ তল জেপটোৰপৰা কাগজ এজাপ উলিয়াই আনি মেজত থলে। এখন এখনকৈ কাগজবোৰ বাছি ছোৱালীৰ নকলখন আৰু প্ৰায় একুৰি মান ল'ৰাৰ নকলৰ জাপটো একেলগ কৰি মাষ্টৰে ওপৰ জেপটো





খেপিয়ালে। নাই, কাৰ্ড এন্‌ভলপ একোৱে নাই জেপত। এইবাৰ মাষ্টৰে কাগজবোৰৰপৰা প্ৰায় চিমেণ্টা টিকত চাইজৰ আলপিন মাৰি থোৱা এজাপ কাগজ উলিয়াই ল'লে। ঢোলৰ মাৰি যেন শকত 'প্ৰেচিডেণ্ট' পেনটো খুলি অলপ দীঘল এখন কাগজত হিচাবটো কৰিবলৈ বহিছেহে মাথোন তেনেতে লাগিল কাজিয়াখন। যেন কোনোবাই প্ৰমোদৰ নাকটোহে চিকুটি একুৱাই আনিব খুজিছে, তেনেকৈ সি হুৱাওৱাৰে চিঞৰিবলৈ ধৰিলে আৰু মাজে মাজে চাৰ, অমুক চাৰ, মোক চাৰ, চাৰ...বুলি কিছুমান অসংলগ্ন কথা চিঞৰি থাকিল। মাষ্টৰে অন্য দিনা হোৱা হ'লে, 'হেই কিয় হাই কৰিছ, ৰ তহঁতক মৰিয়াই মৰিয়াই পিঠি ফালিম' বুলি কৈ ঘূৰিকে নাচালেহেঁতেন কিন্তু আজি খোঁচখোৱা সাপৰ দৰে ফেঁট তুলি উঠি এটাৰ হাতৰপৰা কেঁচা জেওৱাৰে সাজি লোৱা স্কেলডাল লৈ উৰাই ঘূৰাই প্ৰথমে নাকৰ পানী উজাই কান্দি থকা প্ৰমোদক আৰু তাৰ পাচত ওচৰে পাজৰে যাকে পালে তাকেই হাতে-গায়ে, ভৰিয়ে-পিঠিয়ে মৰিয়াবলৈ ধৰিলে। 'চাৰ মই নহয়, চাৰ মই নহয় অসীমহে, চাৰ ভেকোলাহে চাৰ মই ...বোলা এই জাতীয় কথাবোৰ মাষ্টৰে নুশুনিলে,—কেৱল উৰাই ঘূৰাই ধান খাই থকা দগা গৰু মৰিওৱাদি মৰিয়াবলৈহে ধৰিলে। তাৰ পাচত এবাৰ ঘুণে খাই পইতাচোবাটো সমান জেঠাটো সমান কৈ ঘা লগোৱা মেজখনৰ কাষলৈ আহি, "এই প্ৰথম শ্ৰেণীটোৱে সাহিত্য লিখ, দ্বিতীয় শ্ৰেণীয়ে অঙ্ক কৰ, তৃতীয় শ্ৰেণীয়ে পৰীক্ষাৰ ফলাফল জনাই বাপেৰহঁতলৈ এখন এখন চিঠি লিখ" বুলি তিনিটা কাঠৰ আৰু এটা বাহৰ ঠেঙৰ চকীখনত ধপচকৈ বহি পৰিল। তথাপি শান্তি নাই; মাৰখোৱা জাকে সোঁত সোঁত কৈ শেঙুন উজাবলৈ ধৰিলে; তৃতীয় শ্ৰেণীৰপৰা চিঞৰিলে, 'চাৰ আমি চিঠি নিলিখোঁ এতিয়া, কাৰণ আমাৰ পৰীক্ষা পতাই নাই নহয়, পাতিবহে' বুলি চিঞৰ ধৰিলে। এইখিনিতে শশীমাষ্টৰৰ ধৈৰ্য্যৰ পৰিচয় পোৱা যায়। তেওঁ কাৰো কথালৈ কাণ নিদি পুনৰ হিচাবত বহিল।

মাথোঁ মাজে মাজে 'হেই গৰুমখা, হেই গৰুমখা' বুলি হুঙ্কাৰি থাকিল। মিছা জানো, গৰুমখাই সচা, স্কুলখনত আটাইকেউটা শ্ৰেণীৰ ভিতৰতে ল'ৰা-ছোৱালীৰ সংখ্যা মুঠ দুকুৰি দুটা আৰু নহাখিনি বাদ দিলে দিনে প্ৰায় পঁচিশ ত্ৰিশটা হয়। অকল কিবা সেয়েহে; বাৰিষাৰ আগন্তুক হ'লেই স্কুল বন্ধ দিয়াৰ কথা ভাবিব লাগে আৰু নৈ বাঢ়িলে তো কথাই নাই। গৰম বন্ধ আদি কৰি সকলোবোৰ মিলি সাতমাহ স্কুলখন

বন্ধ হৈ থাকে। কিন্তু খোলা কেইমাহৰ ভিতৰতে মাষ্টৰৰ মূৰৰ চুলি সৰে আৰু মূৰৰ চুলি সৰি সৰি তালুখন এনে দৰে তপা হৈ গৈছে যে দুঘণ্টামান শাওণ মহীয়া ৰ'দৰ তাপত থকাৰ পাচত মাষ্টৰৰ মূৰত কেঁচা কণী সেকি খাব পৰা হ'ব। অৰ্থাৎ প্ৰায় গোটেই তালুখন তেল সানি থোৱা তানপুৰাৰ খোলাটোৰ দৰে হৈ থাকে। সেয়া যেন মৌবাহঁহে উৰাই দিলে।

মাষ্টৰে যোগ কৰিলে মুঠ শ্লিপ ওঠৰখন। মুঠ বাকী এশ বত্ৰিশ। আগৰ বাকী দুকুৰি। সৰ্বমুঠ এশ বাসত্তৰ টকা। 'এ—ইমান বেচি হ'লনে?' ১৭২সংখ্যাটো দেখি সাপ গচকা মানুহৰ দৰে শশীমাষ্টৰ জিকাৰ মাৰি উঠিল। এশ বাসত্তৰ টকা কেনেকৈ হ'ব পাৰে। কিজানি যোগত ভুল হৈছে। সাতে পাঁচে বাৰই দুয়ে চৌধ্যৰ চাৰি, বুলি চাৰিটো লিখোঁতেই প্ৰথমশ্ৰেণীৰ কেৰকণে হাতত মাটিৰ ফলিখন লৈ সেইখিনিতে বহুত দেৰিৰ পৰা থিয় হৈ থকাৰ দৰে ক'লে, "চাৰ নহয়, ওকলা একৰ সতে পোন্ধৰৰ পাঁচ বহে চাৰ।"

"ক'ত পাচ দেখিলি ?"

"এয়া চাৰ মোৰ উত্তৰ কিতাপৰ লগত মিলি গৈছে নহয়।"

"চালা গাধ, তোৰ অঙ্ক চাব খোজা নাই।"

"নহয় চাৰ, আপুনি আমাক অঙ্ক কৰিবলৈ কৈছিল নহয়, ময়েহে প্ৰথমে কৰি আনিছোঁ। বাকীবোৰে কথা পাতিয়েই আছে।" তাৰ কথাত মাষ্টৰে একো নক'লে আৰু চাৰিটো বহুৱাই কাষতে থ'লে।

বহুত দেৰি কটাকুটা কৰি এবাৰ মাষ্টৰে কলমটো কামুৰি ধৰিলে আৰু তেতিয়াই বুজা গ'ল যে বাৰে বাৰে যোগ-বিয়োগ কৰিও ১৭২ টো ১০০ বা একেবাৰে নাইকিয়া কৰিব নোৱাৰিলে। এইবাৰ মাষ্টৰে বং যোৱা ক'লা কোটটোৰ ভিতৰ ফালৰ জেপটোৰপৰা ক'লা চামৰাৰ মনিবেগটো উলিয়াই আনি ভিতৰৰপৰা নগদ টকাৰ জাপটো মেজত থ'লে। মেৰিয়াই থোৱা কাগজখন এক্ৰাই মাষ্টৰে টকা কেইটা গণনা কৰিবলৈ আঙুলিত থুই অকণ লগাই ল'লে। এশ এটকা। আকৌ লিখিলে এশ এটকা। দোকানৰ বাকী এশ বাসত্তৰ টকা। হাতত কালি দৰ্মহা পোৱা টকা আছে এশ এটকা আৰু আজি বিপুলৰ পৰীক্ষাৰ ৰিজাল্ট ভাল হ'লে অহা সপ্তাহত তাক পৰীক্ষাৰ ফিজ দিব লাগিব বাইশ টকা। তাৰতো ৰিজাল্ট ভাল হবই। টেষ্টত দুবাৰ বখাৰ পাচত এইবাৰ আৰু তাক নাৰাখে, যেনেতেনে এলাও কৰি দিব। সি পঢ়াত ভালেই আছিল, খালি সঙ্গদোষেহে



তাক নষ্ট কৰিলে। এই যদুহঁতৰ লগ এক্ৰাই দিব পৰা হ'লেই ল'ৰাটো ভাল হ'লহেঁতেন। বাইশ বছৰ হ'ল তথাপি তাৰ কাণ্ড-জ্ঞান নহ'ল যে সি পাতচলা পণ্ডিত দুখীয়া পৰিয়ালৰ একমাত্ৰ বৰ ল'ৰা। তাৰ বয়সত দেখোন মোৰ মূৰত এখন সংসাৰৰ বোজা পৰিছিল। বাইশ বছৰ বয়সত দেখোন তাৰ বায়েকৰেই জন্ম হ'ল। নাই এইবাৰ এলাও হ'বই। পঢ়া-শুনাও কৰা দেখিছোঁ। অৱশ্যে পঢ়া-শুনা নকৰিলেহেঁতেন যদিহে মাজতে সেই চকটো নাপালেহেঁতেন। ভাল নাক-কাণ কটা কথাখন কৰে। হেৰৌ মেট্ৰিক পৰীক্ষা দিবলৈ পৰাই নাই তাতে আকৌ গাভৰু ছোৱালীলৈ চিঠি চলাচল কৰিবলৈ ধৰিলেই। ভাল হ'ল বাপেকে, পালি নহয় এখুন্দা, ঠিকো হ'লি। খেলাৰ নাম বাবাজী। "ঐ নবেন চাওঁ এইফালে আহ।" বগলীৰ দৰে ডিঙি মেলি মেলি চাই মাষ্টৰে তৃতীয় শ্ৰেণীৰ নবেনক মাতিলে।

—চাৰ।

—কালি বাপেৰে মাছ পালেনে নাই, বোকাহলা বিল মাৰিছিল নহয় ?

—চাৰ কেইটামান পালে।

—মোলৈ কেইটামান আছেনে নাই ?

—চাৰ, বৰালি মাছ এটা থৈছে।

—যা, ঘৰৰ পৰা আহগৈ, সৌটো বেগ লৈ যা শাক-পাচলি যি আছে দিবি, ন খালিহঁকনে নাই ?

—চাৰ ন মাধৱহঁতে খালে ; আমি আহুকেহে খাই আছোঁ।

—মাধৱ' আহিছেনে নাই ?

—চাৰ আহিছে ; সৌটো অমৰা তলত অমৰা পাৰি আছেগৈ। ঐ—মাধৱ' তোক চাৰে মাতিছে। যেই তেনেকৈ ক'বলৈহে পালে অমৰাৰ তলৰপৰা মাধৱে অৰ্থাৎ মাধৱই 'চাৰ মোক সিয়েই অমৰা আনিবলৈ কৈ আপোনাক লগাই দিছেগৈ, চাৰ মই মূতিবলৈহে গৈছিলোঁ, চাৰ মোক অকলে দণ্ড নিবিহিব, ইহঁতেহে মোক কৈ আছিল' বুলি নানা কথা কৈ কৈ আহি গলধনত হাতটো থৈ মাষ্টৰৰ ওচৰত ৰ'লহি।

—ৰ'বিচোন বাপেৰ ঘৰত আছেনে নাই ?

—চাৰ আছে।

—ইয়াৰ লগতে যা, বাপেৰে সৰিয়হ দিব বুলি কৈছিল, শাক-পাচলি অলপৰ সৈতে দি পঠাবি। আৰু মোক ন নুখুৱাবিহঁকনেকি ?

—চাৰ খুৱাব।

—অঁ যা।

'চাৰ একেবাৰে কিতাপ ফলি লৈ যাওঁ' বুলি মাধৱ অৰ্থাৎ মাধৱ'ই নৰেনৰ লগত দুপদুপকৈ ল'ৰ মাৰিলে। মাষ্টৰে দুৱাৰমুখলৈ ওলাই 'হেৰৌ তহঁত সোনকালে আহিবি, মই আজি স্কুলৰপৰা সোনকালেই যাম' বুলি চিঞৰি চিঞৰি কোৱা কথাষাৰৰ উত্তৰ সিহঁতে অমৰাজোপাৰ তলৰ পৰায়ে 'বাৰু চাৰ আমি একে ল'ৰে আহিম গৈ' বুলি দিছে। মাষ্টৰ ভিতৰলৈ আহি চকীখনত বহিব খোজোঁতেই আটাইমখাই 'চাৰ আমিও যাওঁ, আমাৰ গাঁৱত ভাৱনা আছে' বুলি চিঞৰিবলৈ ধৰিলে।

'ব'বি ব'বি যাবি মযো যাম, অলপ বহঁত।' মাষ্টৰে পুনৰ টোলৰ মাৰি যেন প্ৰেচিডেণ্ট পে'নটো লৈ হিচাব কৰিলে; দোকানত এশ বাসত্তৰ, বিপুলৰ পৰীক্ষাৰ ফিজ বাইশ টকা, স্বৰ্ণৰ স্কুলৰ দুমাহৰ ফিজ আঠে একে ন টকা, জয়াৰ ব্লাউজৰ কাপোৰ এগজ দুটকা—মুঠ দুশ পাঁচ টকা। দৰ্মহা এশ এটকা। লগৰ কম বয়সৰ শিক্ষকেই সেয়া ট্রেইনিংটো পাছ কৰাৰ বাবেই এশ বাৰন্ন টকা পাইছে। কিয়ে আনজাষ্টিচ,ট্রেইনিংটো পাছ কৰাৰ বাবেই মাষ্টৰজনে বেচি দৰ্মহা পোৱা উচিত আৰু পাছ নকৰাৰ বাবেই আজি চৌবিশ পঁচিশ বছৰ কাল কটোৱাৰ পাচতো এজনে পাব লাগে এশ এটকা। তাতে আকৌ টকাই দিছে বহুত, কালি সেয়া নেদেখিছা দন্তালিখন—সিহঁতৰ হাঁহৰ ওপৰত শিয়াল ৰজা!

কালিৰ কথাটো মনত পৰাৰ লগে লগেই মাষ্টৰৰ বুকুখনৰপৰা গৰম কিছুমান গৈ প্ৰথমে কাণ পালেগৈ আৰু তাৰ পাচত ক্ৰমান্বয়ে বমবমকৈ পুৰি পুৰি আহি চকু পালেহি। আৰু সেই গৰম সোপাই মূৰটোৰ ভিতৰত সোমাই খং নামৰ বেলুনটো ফুলাই বৰ এটা কৰি দিলে। হেৰ সেইদিনাৰ ল'ৰা সি, মোক 'আনৰিফাইঙ' বুলি পঢ়াৰ পদ্ধতি শিকাবলৈ আহিছে। হ'ব নোৱাৰিছে এছ আই, হ'ব নোৱাৰিছে গ্ৰেজুৱেট; কি পৰোৱাই কৰিছোঁ মই। দ্বিতীয় শ্ৰেণীৰ ল'ৰাটোৱে দহ বাৰং বাইশ বুলি ক'লত, সি লাজটো পালে। তৃতীয় শ্ৰেণীৰ ল'ৰাই অসমৰ মুখ্যমন্ত্ৰী বিমলা দেৱী বুলি ক'লত তাৰ নাকটো কাটি গ'ল। নৱাব বোলে। মোক কিবা সিহঁতে মাষ্টৰ পাতি থৈছেনে? গৰখীয়া এটা পাতি থৈছে আৰু দহ বজাৰপৰা তিনিবজালৈ এই গৰুসোপা ৰখি ৰখি বহি থাকোঁ। শ্ৰেণী পাঁচটা, মাষ্টৰ এজন। কি শিকাব লাগে কেনেকৈ? নৈত পানী



বাঢ়িলে স্কুল বন্ধ দিব লাগে, বাৰিষাৰ আগন্তুক হ'লেই স্কুলৰ বহী-পত্ৰ কেপদ নি চেক্ৰেটৰীৰ ঘৰত চমজাই দিব লাগে; পানী শুকালে আহিন মহীয়া আকৌ ল'ৰা বিচাৰি ঘৰে ঘৰে গৈ কৈ আহিব লাগে, হেৰা, স্কুললৈ ল'ৰা পঠাবাহঁক। কোনো ফালৰেপৰা একো সা-সুবিধা নাই। তেনে-স্থলত প্ৰথম শ্ৰেণীৰ ল'ৰাই আমাৰ দেশৰ নাম 'গড়মৰা' বুলি ক'লত সি আচৰিত হ'ল। হে'ৰ গড়মৰা চাপৰিৰ ল'ৰাই ইয়াৰপৰা ওলাই যাবলৈ কিটো সুবিধা পাইছে? য'ত শতকৰা আশী ঘৰৰ খাবলৈ নাই, ভীমকল ঠাণ্ডা পানীও য'ত পাবলৈ নাই, তাত আকৌ ভাল কাপোৰ পিন্ধে ক'ৰপৰা? অ' ল'ৰাই লেতেৰা কাপোৰ পিন্ধিলে নাকৰ শেঙুণ সৌতকৈ টোলাত সানিলে তাৰ বাবেও মাষ্টৰহে জগৰীয়া হ'ল! লাজ নাই, বৰ ফুটনিডাল মাৰি দেখুৱাবলৈ আহিছে। বৰ শিক্ষাডাল পালে, পেটৰ পোৱালীৰ জুৰীয়া হৈ বাপেকৰ বয়সৰ শিক্ষকটোক 'অনৰিফাইঙ' 'অনএডুকেটেড' বুলি ক'বলৈ আহিছে। লাজ লগা নাই ক'বলৈ, আজিকালি শিক্ষকবোৰক দৰ্মহা-পাতিও বেচিকৈ দিয়া হৈছে। বৰ ভেঁকুলীটো দিছে। একুৰি পাঁচ বছৰে গাধক মানুহ কৰিবলৈ খাটি খাটি তালুৰ চুলি সৰুৱালোঁ, টকা দিছে এশ এটকা। এসাজ খাই এসাজ নাখাওঁতেই দোকানত বাকী হ'ব এশ বাৰন্ন টকা। চৰম নাই। যা কিটোনো কৰিবি। কামৰপৰা খেদাব নোৱাৰবই। "বেড্ ৰিমাৰ্ক" লিখিলি বুলি মূৰটো মোহাৰি মাষ্টৰে খেক কৰি খিৰিকীয়েদি থু এসোপা বাহিৰলৈ পেলাই দিলে যেন থু সোপাই কালি স্কুল চাবলৈ অহা ডেকা এছ-আইটোৰ প্ৰতি ওপজা মাষ্টৰৰ মনৰ খং-ৰাগ-ঘিণবোৰ ধুৱাই উলিয়াই দিলে।

ঘৰৰ কথা মনত পৰিলেই মাষ্টৰৰ মনটো ছুই দিয়া কেৰেলুৱাটোৰ দৰে কোঁচ খাই যায়। নগৰো নহয় গাঁৱো নহয় এনেকুৱা অৱস্থাত ঘৰ চলোৱা কথাটো বৰ কষ্টকৰ। বিশেষকৈ যেতিয়া জয়াৰ কথা মনত পৰে তেতিয়াই মাষ্টৰৰ খংটো সংসাৰৰ বিয়া নকৰোৱা ডেকা ল'ৰাবোৰলৈ কোৰ খোৱা সাপৰ দৰে জাঙুল খাই আহে। দৰা বিচাৰি কিমানৰনো হাতে ভৰিয়ে নধৰিলে। ক'ৰবাত ল'ৰা এটাৰ খবৰ পালেই হয়—নিজে গৈ ওলাবগৈ, নহয় বিজুৱা ধৰিব বা একো কৰিব নোৱাৰিলে পোন্ধৰ পইচীয়া লেফেফা এটাৰ মাজত কমেও এফুট দীঘল এখন চিঠি ভৰাই পঠাব। দৰাৰ লগত আজি দহবছৰ যিমানবোৰ পইচা ভাঙিছে সিমান পইচা কিজানি একুৰি ছয় বছৰৰ আগতে মাষ্টৰৰ বিয়াখনত খৰচ হোৱা

নাছিল। এতিয়া কৰিবনো কি ? কোনোৱে ক'ব ছোৱালী মেট্ৰিক পাছ নহয়, কোনোৱে ক'ব ছোৱালী ল'ৰাতকৈ শকত, কোনোৱে আকৌ ক'ব বংটো ল'ৰাৰ লগত নিমিলে ; ছোৱালী ক'লা। কোনো কোনো মাক-বাপেকে আকৌ অন্যৰ দ্বাৰাই কাণ চুৱাব "বৰ দুখীয়া মানুহৰ ঘৰৰ ছোৱালী, ল'ৰাই বিয়া নকৰায়", কিছুমান আকৌ ওলাব, ক'ব—ছোৱালী উঠি থকাৰে দহবছৰ হ'ল। কম বয়স হৈছে নে চাগৈ ? এতিয়া কিনো কৰিম, বয়স হৈছে। অহা মাঘে চৌবিশ উকলি পঁচিশত সোমাব। মিছানে কিবা। হয় ছোৱালী মানুহ হোৱাৰেপৰা দৰা বিচাৰিছে। দুখীয়া বুলিটো বহি থকা নাই। ছোৱালী বিয়া দিবই লাগিব নাথাই হ'লেও। ধনী মানুহৰ ঘৰৰ ছোৱালী হোৱা হ'লে বয়স এতিয়া সোতৰ মানহে হ'লহেঁতেন বা ফ্ৰক চোলা এটা পিন্ধি থকা হ'লেও জয়াৰ বয়স এতিয়াও কমেও সাতবছৰমান কমি গ'লহেঁতেন। পিছে কি কৰিম মোৰ অৱস্থা নাই। পিচৰ দুজনীও দাও দাওকৈ বাঢ়ি আহিব। হিচাৱত তিনিওজনীৰে আগৰ কাল থকা হ'লে বিয়াৰ বয়স চৰিহে গ'ল। কিন্তু উপায়তো নাই। এজনীক এইবাৰ স্কুল এৰুৱাব লাগিব ; চাৰিটাক হাইস্কুলত পঢ়াবলৈ পইচা নাই। বিপুলে যেনেতেনে মেট্ৰিকটো পাছ কৰিলে ক'ৰবাত নূৰটো সুমাই দিব লাগিব। বিজয়া, যদু আৰু কণমনকো হাইস্কুলত পঢ়ুৱাব লাগিব, স্বৰ্ণক একেবাৰে দিব লাগিব। কি কৰিম খাবলৈ নাই। আজি তিনিদিন আটাকে খোৱা হৈছে। চাউল এমুঠি বাতি বোলে অমুকাক ভৰণ দিব লাগে—নাই তাৰ বাবেও ঘৰখনত চাউল এমুঠি নাই। ইপিনে মানুহজনী। এৰা, কেনেবাকৈ যদি, কেনেবাকৈ যদি.... । খাবলৈ নোহোৱা মানুহৰ ঘৰতনো ইমানবোৰ ল'ৰা-ছোৱালী ঈশ্বৰে কিয় জন্ম দিয়ায়। যাৰ ভাতে-ভঁৰালে নদন-বদন তাৰ ঘৰত আকৌ ল'ৰা-ছোৱালী এটাৰ বাবে সত্যনাৰায়ণ কৰিব লাগে। আৰু যাৰ ঘৰত খাবলৈ নাই তাৰ আকৌ হাঁহৰ দৰে এগঁৰাল। ল'ৰা চাৰিটা ছোৱালী তিনিজনীৰ সৈতে এই নটা খাৰৈয়াই কাহানিও পেট পূৰাই খাবলৈ পোৱা নাই। তাতে আকৌ--বুলি শশী মাষ্টৰে ভাবিব নোৱাৰিলে। নূৰটো জোকাৰি সোঁহাতটোলৈ চছমাযোৰ লৈ চুৰিয়াৰ আগেৰে চকু দুটা মোহাৰি ল'লে আৰু এবাৰ কোটটোৰ ওপৰত চছমাযোৰ দুবাৰমান ঘঁহাই চকুত সুমাই ল'লে। কিবা এটা কথা মনত পৰাৰ দৰে মাষ্টৰে খৰধৰীয়াকৈ কাগজজাপ



তলৰ জেপটোত ভৰাই থ'লে। দোকানৰপৰা দিয়া শ্লিপৰ জাপটো টকা শব লগতে ক'লা চামৰাৰ মনিবেগটোত ভৰাই ওপৰ জেপত থ'লে।

স্কুললৈ ওলাওঁতেই মাষ্টৰে ভাবিছিল, আজি ঘৰলৈ সোনকালে আহিব লাগিব। কাৰণ ৰাতিৰেপৰা মানুহজনীৰ গা ভাল নহয়। কিন্তু ভাবিলে কি হ'ব, যাব জানো পাৰিব। চাহ নোখোৱাৰ বাবে হামি আহিবলৈ আৰম্ভ কৰিলেই—দোকানত সোমাবলৈ আছেই। নাই আৰু নোৱাৰি, ইমান হামিবোৰ আহিব লাগিছে--বুলি মাষ্টৰে বাহিৰলৈ চালে আৰু মোনা এটা লৈ প্ৰমোদহঁতক অহা দেখি মাষ্টৰে স্কুলৰ দুৱাৰ-খিৰিকী বন্ধ কৰিবলৈ তৃতীয় শ্ৰেণীৰ ল'ৰাকেটাক আদেশ দিলে লগে লগে স্কুল ছুটী।

দুৱাৰ মেলি দিলে হাঁহ-গঁৰালৰপৰা হাঁহপোৱালীবোৰ খৰধৰকৈ পিল-পিলকৈ ওলাই যোৱাৰ দৰেই হাই-উৰুমি ঠেলা-হেঁচা কৰি ল'ৰা-ছোৱালীমখা ওলাই গ'ল। ছাতি, লাঠি, বৰালীমাছ, ধেকুৱা শাক আৰু ন'চাউল অলপ-মানেৰে ভৰ্তি হৈ অহা চ'তি কাপোৰৰ বং যোৱা বেগটো লৈ শশীমাষ্টৰ ওলাই আলিত উঠিলহি আৰু তাৰ পাচত শৰাধ কৰিবলৈ যোৱা বামুণৰ খোজেৰে যাবলৈ ধৰিলে।

দোকানত মানুহৰ সমাগম অলপ বেচি দেখি শশীমাষ্টৰ গাদীখনৰ চুকতে থপচকৈ মোনাটো কাষতে থ'লে। দোকানী মানুহৰ লগত ব্যস্ত থাকোঁতে কাগজ এখন আনি দোকানৰপৰা নিব লগা বস্তুকেটাৰ নাম লিখিলে,—আটা ৩ কি :, কে, তেল ১ লি :, ( ক'লা ), গুড় ১ কি :.... প্ৰায় আঠটা বস্তুৰ নাম কাগজখনত লিখি তলত নামটো লিখিলে—শ্ৰীশশীকান্ত দেৱ শৰ্মা আৰু তাৰ তলতে তাৰিখটো।

--দিয়ক আপোনাৰ পইচা, 'পুত' বহুত বাকী হ'ল আপোনাৰ 'পুত' এইবাৰ। —অঁ দিছোঁ বুলি মাষ্টৰে মুখৰপৰা ধোঁৱা-মোকোৱা উলিয়াই ওপৰ জেপৰপৰা ক'লা চামৰাৰ মনিবেগটো উলিয়াই আনিলে আৰু এখন এখনকৈ দুবাৰ গণি আঠখন দহটকীয়া নোট আগবঢ়াই দি আশীৰ্বাদ দিয়া মানুহৰ দৰে বিৰবিৰকৈ ক'লে, "এৰা আটাইখিনি দিব নোৱাৰিলোঁ।"

--আটাইখিনি দিব নোৱাৰিলে 'পুত' কিমান দিছে ? 'পুত' শব্দ কৰি কথা পাতোঁতে নাকৰ তলৰপৰা দীঘল গোঁফবোৰ মুখৰপৰা উলিয়াই থাকে কাৰণে এই শকত গোঁফ থকা দোকানীজনক লোকে 'পুত' দোকানী

বুলি কয়। 'পুত' বুলি আচলতে তেওঁ ফু মাৰি মুখত সোমোৱা গোঁফবোৰ উলিয়াই লয়।

—এ ধৰকচোন বাৰু, চাওক। মাষ্টৰে দোকানীয়ে ল'ব নোখোজা টকাৰ জাপটো হাতত গুঁজি দিলে। খুব বিৰক্তিৰে এবাৰ লেখি চাই দোকানীয়ে টকাখিনি গাদীত থেকেচা মাৰি থৈ মাষ্টৰৰ ফালে চাই ক'লে, "নাই নাই নহ'ব। 'পুত' পূৰাই নিদিলে 'পুত' মই এইবাৰ টকা ল'ব 'পুত' নোৱাৰোঁ। হাতখন মোহাৰি মাষ্টৰে হাঁহি এটাৰে "এ নহয় বুজিছেনে আৰু বিশটা টকা ৰাখিছোঁ, ল'ৰাটোক পৰীক্ষাৰ ফিজ দিবলৈ" বুলি কিবা ক'ব খুজিছিল, পিছে অলপ টান মাতেৰে দোকানীজনে বেঞ্চত বহি থকা অন্য মানুহৰ ফালে ক'লে, "চাওকচোন বাৰু, 'পুত' আপোনাৰ এজন মানুহৰ ওচৰতে, যদি আমাৰ প্ৰতি মাহে সত্তৰ আশী টকা 'পুত' বেলেঞ্চ থাকি যায় 'পুত' আমি দোকান কেনেকৈ চলাম? যদি পইচা পূৰাই দিব নোৱাৰে 'পুত' তেনেহলে বাকীকৈ 'পুত' মাল খাব নালাগে। 'পুত' বাকী খাই খাই পাচত 'পুত' পইচা দিবৰ সময়ত এনেকুৱা কৰিলে 'পুত' কেনেকৈ হ'ব।" বেঞ্চত বহি থকা মানুহজনে ক'লে—"হয় পইচা পূৰাই নিদিলে দোকানীবো বহুত অসুবিধা হয় নহয়।"

--এ-কি কথানো কয় হেৰি, দিওনো ক'ব পৰা? টকা পাইছোঁ এশ এটকা, এতিয়াতে তাৰ এক পইচাও হাতত ৰখা নাই। টকা বিশটা ৰাখিছোঁ আজি ল'ৰাটোৰ টেষ্টৰ ৰিজাল্ট দিব। অহা সপ্তাহত তাৰ পৰীক্ষাৰ ফিজ দিব লাগে। লওক লওক কি কৰিব আৰু পাৰেঁাতেনো নিদিয়াকৈ আছোঁনে বুলি মাষ্টৰে আলৈ আথানি হৈ পৰি থকা টকাৰ জাপটো দোকানীৰ ফালে আগবঢ়াই দিলে। —নাই নাই 'পুত' আপুনি যিমান কওক 'পুত' আশী টকাকে 'পুত' মই ল'ব নোৱাৰোঁ, নোৱাৰিলেও টকা শ পূৰাই দিয়ক। কথাষাৰ ক'বলৈহে পালে কি ভাবি জানো শশী মাষ্টৰে জেপৰপৰা বেগটো উলিয়াই বাকী বিশটা টকাও জাপি দিলে। দোকানীয়ে টকাৰ জাপটো চন্দুকত ভৰাই,—'আপোনাৰ বাসত্তৰ টকা বেলেঞ্চ থাকিল—বুলি লিখি দিবলৈ কাগজ কলম আগবঢ়াই দি আৰু 'আপুনি এই মাহত 'পুত' বাকী একোকে নিবিচাৰিব; এই বাসত্তৰ টকা 'পুত' আদায় দিলেহে মই দিম' বুলি চন্দুকৰ সাফৰখন ঢপকৈ বন্ধ কৰি দিলে আৰু ঠিক সেই শব্দটোৰ লগে শশীমাষ্টৰৰ বুকুতো ঢপ ঢপনি শব্দ কিছুমান উঠা-নমা কৰিবলৈ ধৰিলে।



বহুত তথি-বাজি কৰি কৰি এক কিলো আটা, আধাসেৰ ক'লা কেৰাচিন তেল, এপোৱা গুড়ৰ টোপোলাটো একালে আৰু আনফালে স্কুলত পুৰাই অনা মোনাটো লৈ কান্ধত ছাতিটোৰে সৈতে যেতিয়া শশীমাষ্টৰ দোকানৰপৰা ওলাই আহি আলিত উঠিলহি তেতিয়া স্কুলৰ ল'ৰা-ছোৱালীবে আলিটো গাভিনী হৈ পৰিছিল।

কটুৱাই ফটা ভৰিৰে শিল গুটি গচকি গচকি গৈ মাষ্টৰে ভাবিলে যে ওৰেটো জীৱন তেওঁ শিলগুটিকে গচকিয়েই থাকিব লাগিব। বুজা হোৱাৰে পৰা যি হেলৌ হেছৌ কৰি আহি আছে তাৰতো আজি দুকুৰি দহ বছৰেও অলপো পৰিবৰ্তন নহ'ল। ছুই দিয়া কেচুসাপৰ দৰে মাষ্টৰৰ মনটো জাঙুল খুৱাই দিলে এটা কথাই। মৰি হাড়ত বনগজা মাক-বাপেক হাললৈ মাষ্টৰৰ হঠাতে খুব খং উঠিল। কিয় মাক-বাপেকে মাষ্টৰৰ নিচিনা মানুহৰ জন্ম দিলে? আৰু জন্ম যে দিলে অন্ততঃ গৈ থাকিবৰ বাবে গাত বল নিদিলে কেলৈ? মানুহ হৈ থাকিবলৈ কিয় উপায় নিদিলে? কিন্তু পিচ মুহূৰ্ততে তিকছি-বিকছি উঠা মনটো পুনৰ পানীত তিতা মেকুৰীটোৰ দৰে কোঁচমোচ খুৱাই দিলে অন্য এটা কথাই। মাষ্টৰৰ পূৰ্বৰ খংটো কেতিয়াবাই ছুই দিয়া নিলাজী বনৰ পাতৰ দৰে মনটোও চেপেটা লাগিল যেতিয়া ভাবিলে মাষ্টৰেনো চাৰিটাকৈ ল'ৰা আৰু তিনি-জনীকৈ ছোৱালীৰ কিয় জন্ম দিলে। শশীমাষ্টৰৰ মনটো ফুটাই দিয়া বেলুনৰ দৰে কোঁচ খাই গ'ল তেতিয়া ভাবিলে যে এই সাতোটাকনো বাপেকটো হৈ কেনেকৈ খুৱাইছে, কেনেকৈ কি পিন্ধাইছে? কিয় মাষ্টৰৰ ল'ৰা হৈ বিপুলে গাভৰু ছোৱালী থকা মানুহৰ ঘৰলৈ ৰাতি-ৰাতি শিলগুটি দলিয়াবলৈ লৈছে? কিয় স্কুলীয়া ছোৱালী জোকাই, ছোৱালীলৈ চিঠি দি ধৰা পৰি কিয় বোন্দা চৰ খাব লগা হৈছে? বাপেকটো হৈ কিয় লিখা দিহে ল'ৰাক আনিব পাৰিছে? খাবলৈ তো দিব পৰা নায়েই এনে কি আনক সজ শিক্ষাও দেখোন দিব পৰা নাই। মাষ্টৰৰ ছোৱালী হৈ কিয় জয়া-স্বৰ্ণহঁতক স্কুল এৰুৱাব লগা হ'ল,—এই খেলিমেলি কথাবোৰে মাষ্টৰৰ মনটো এনেদৰে হেঁচি ধৰিলে যে এসময়ত তাৰ হেঁচাত মাষ্টৰে চকুৰে ধোঁৱা-কোঁৱা দেখিলে আৰু এসময়ত খোজ কাঢ়ি যাব নোৱৰা যেন দেখি আলিটোৰপৰা অলপ নামি পথাৰডৰাৰ কাষতে বহি পৰিল; এই ভাবি যেন কোনোবাই দেখিলে মূৰ ঘূৰাইছে বুলি নাভাবি পেছাব কৰিবলৈ বহিছে বুলি ভাবক।

এই মাহত দোকানত বাকী নিদিয়ে, অথচ হাতত এটাও টকা নাই। দুবছৰৰ মূৰত বিপুল টেষ্টত এলাও হ'লে ফিজ দিব লাগিব বাইশ টকা। ল'ৰা-ছোৱালীৰতো কানি-কাপোৰ নায়েই। জয়াৰ হেনো ভালে দিনৰে-পৰা ব্লাউজ চোলা নাই। সামৰণ কৈ যি-ডোখৰ আছিল তাকে ঘৰতে পিন্ধি পিন্ধি ফালিবলগীয়া কৰিলে। দিনে এই দহ মাইল অহা-যোৱা কৰি যিকেটা টকা পাইছে তাৰে যদি পেটটোকে পুহিব নোৱাৰে সেই চাকৰি নকৰিলে কি ক্ষতি আছে। আৰু নকৰিলেই যেনিবা তাৰ পাচতনো কি হব। একেলগৰ সেয়া বীৰেন শৰ্মা প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ, এতিয়া চিনিবই নোৱাৰি চাহাবেই নে অসমীয়া ; থাকেও চিলঙত। চিলঙলৈ যোৱাৰ আগতে বীৰেনৰ ডাঙৰজনী ছোৱালী এল-পি স্কুলত জয়াৰ লগত একেলগে পঢ়িছিল, তায়ো ৰাজসুখত থাকিও মেট্ৰিক পাছ কৰিব নোৱাৰিলে বোলে। পিছে মেট্ৰিক পাছ কৰিব নোৱাৰিলে কি হ'ল—কোনেওতো বুঢ়ী হ'ল বুলি কোৱা নাই। কোনোবা টেক্স চুপাৰিনটেনডেণ্ট এজন হেনো তাইৰ বাবে দৰা ঠিক হৈ আছে। নহব কিয়, কি চেহেৰা তাইৰ। পাৰেঁাতে জানো সিহঁতৰ ওচৰলৈ আমাৰ জয়াইঁতে যাবলৈ লাজ কৰে। সিদিনাৰ সেয়া বীৰেনৰ ভায়েকৰ জীয়েকৰ বিয়াত আহোঁতে জয়াই মূৰ কামুৰিছে বুলি আহি ঘৰত ধান বানিছেহি। লাজ পাবই নহয়। বীৰেনৰ জীয়েকৰ ওচৰত মোৰ ছোৱালী—পোৱাল মণিৰ ওচৰত ভেকুৰি গুটি।......উস্ একেটা আঙুলিতে সদায় উজুটি মাৰেঁা। অলপ লেঙেৰাই লেঙেৰাই শশীমাষ্টৰ উমেশ কেৰাণীৰ ঘৰৰ লোহাৰ গেটখন খুলি সোমাই গ'ল, মোট কথা হ'ল ভালকৈ চাহ এটোপা খাই পাৰিলে খুমটাই বাগানৰপৰা অনা খোৱাৰ লগৰে এমুঠি লৈ যোৱা।

দুহাতে দুটা ৰং সলোৱা মোনা, এটা ছাতি, এডাল লাঠি আৰু বাঁও ফালৰ কোটৰ জেপটোত দুখন বাতৰি কাগজেৰে মেৰোৱা আধা পোৱা-মান চাহপাত আদি লৈ শশীমাষ্টৰে যেতিয়া অৰ্জুন গছজোপাৰ তলৰ-পৰা নঙলামুখত চুবুৰীটোৰ দুবছৰীয়া তিনিবছৰীয়া ল'ৰা-ছোৱালী জাকৰ হাই-উৰুমি শুনিলে তেতিয়া পুলিচ আহি গাঁও সোমোৱা বুলি শুনিলে যেনেকৈ গাঁৱৰ চোৰকেটাৰ মনবোৰ আপোনা আপুনি-কেনেবা লাগি যায় মাষ্টৰৰ মনটোও তেনেকৈ চিনাকি অথচ অনাকাঙ্ক্ষিত ভাব এটাই চেলেকি গ'ল। ন-দৰাৰ খোজেৰে আহি আহি নঙলাডাল খোলাৰ লগে লগেই দেখিলে যে গাঁওখনৰ জেঠাইজনীয়ে বাৰীৰ চুকৰপৰা কিবা কিছুমান বুটলি আনিছে। সকলোৰে জেঠাইজনীক কাৰোবাৰ ঘৰত দেখিলে ঘৰখনত কি হৈছে বা কি হ'ব জনা লোকে জানিবলৈ অকণো কষ্ট নাপায়। কিন্তু জেঠাইক দেখাৰ লগে লগে মাষ্টৰৰ মনটো ধৰা পৰা চোৰৰ দৰে ভয়াতুৰ আৰু লাজুক হৈ পৰিল আৰু এসময়ত কাণ, চকু আৰু ক্ৰমে ক্ৰমে গোটেই গাটো গৰম হৈ গ'ল। গাৰ কোটটো মাষ্টৰৰ তিতা ত্ৰিপাল এখনৰ দৰে গধুৰ গধুৰ লাগিল। ছাতি, লাঠি, টোপোলা এই সকলোবোৰ মেজখনৰ কাষতে ধপচ্‌কৈ পেলাই মাষ্টৰে যেতিয়া চ'তি কাপোৰেৰে কৰি লোৱা হেলনীয়া চকীখনত গাটো এৰি দিলে তেতিয়াই প্ৰথমতে চকীখন, তাৰ পাচত টেবুলখন, কোঠাটো আৰু ক্ৰমান্বয়ে এপদ এপদকৈ চকুৰ আগৰ আটাইবোৰ পাক ঘূৰণি খোৱা মানুহৰ চকুত ঘূৰাদি ঘূৰিবলৈ ধৰিলে। অলপ পাচত মাষ্টৰক চকুহালে ঠগিলে,—এনে কি মাইনাচ পাঁচ শূন্য পাৱাৰৰ চছমাযোৰেও ঠগিলে,—কাৰণ মাষ্টৰে গোটেইখন আন্ধাৰ দেখিলে। সন্ধ্যা হৈছিল যদিও অন্ততঃ আন্ধাৰ দেখিব লগাকে সন্ধ্যা হোৱা নাছিল। নঙলা-মুখৰ ল'ৰা-ছোৱালীবোৰৰ হাই-উৰুমি কমিছিল যদিও ভিতৰত গুণ-গুণনি কিছুমানে পাক ঘূৰণি খাই ফুৰিছিল। ভাৱনা ভগাৰ পাচত নামঘৰটো ক্ৰমান্বয়ে ঠাণ্ডা হৈ যোৱাৰ দৰে মাষ্টৰৰ ঘৰখনো লাহে লাহে ঠাণ্ডা হৈ আহিছিল। ভিতৰৰ কোঠাত পতা শুনা নুশুনা কথাবোৰে যিমানেই মাষ্টৰৰ কাণত সোমাওঁ নোসোমাওঁ কৈ সোমাল সিমানেই এটা দোজোপা কাকিণী তামোল সোমাৰ পৰা কেঁচা নাদত পাৰ খহি সোমাই যোৱা যেন লাগিল ; ঠিক যেন পাৰ খহি নাদত সোমাই মাষ্টৰ গৈ আছে অথচ তলি পাবলৈ তেতিয়াও বাকী আছে। "দেউতা কাপোৰ-কানি সলাই মুখ ধো" বুলি কৈ যোৱা জয়াৰ ফালে মাষ্টৰে ঘূৰি নাচালে, তাই বিপুলৰ বিষয়ে কৈ যোৱা কথাষাৰো নুশুনাৰ ভাও ধৰিলে, অধিক কি তাই কান্ধত পেলাই থৈ যোৱা চুৰীয়া-গামোছা কিখনো হাতলৈ তুলি নললে।

কিন্তু কিয় ? ৰাতি পুৱাৰেপৰা বিপুল ঘৰলৈ নহা কথাটো এই মাত্ৰ জয়াই চাহ দিবলৈ আহি কৈ গ'লহি। কিন্তু যাওক, নালাগে আহিব, য'ত মৰে মৰকগৈ। তিনিবাৰকৈ টেষ্ট ফেইল কৰিছে। নালাগে। সিনো থাকি কি কৰিব। বৰঞ্চ ঘৰৰপৰা ওলাই গ'লে এটা ব'ৰ নোৰৰা বোজা কান্ধত পৰা খহিব। এইবোৰেই হয় ডকাইত, হয় গুণ্ডা। পিছে এইটো খবৰে মাষ্টৰক বিব্ৰত কৰিব পৰা নাই। তেনেহলে ?

এদিন যিটো খবৰে অৰ্থাৎ আজিৰপৰা চৌব্বিশ বছৰৰ আগতে যেনেকুৱা এটা খবৰে মাষ্টৰক এক নতুন সোৱাদ দিব পাৰিছিল, যিটো খবৰে মাষ্টৰক লাজ লাজ লগা এটা নতুন হাঁহি দিব পাৰিছিল তেনে এটা খবৰেই আজি মাষ্টৰক ফেঁটী সাপে খোটা মানুহৰ দৰে বিবৰ্ণ কৰি পেলালে। সেই খবৰটোৰেই মাষ্টৰৰ দেহাৰ সকলোবোৰ তেজৰ কণিকা উতলাই পেলালে আৰু সেই উত্তাপেই খং, বিৰক্তি আৰু বেজাৰৰ ৰূপেৰে মনটো গেলা কণীৰ দৰে দুৰ্গন্ধময় কৰি মাটিত খহি পৰিল আৰু লগে লগে বাপেকৰ ওচৰত বৈ থকা সৰু ল'ৰা-ছোৱালী হাল দুপ-দুপকৈ ভিতৰলৈ লৰ মাৰিলে। মাষ্টৰে মূৰটো এটা বোজা যেন পাই চকীখনত পেলাই দিলে।

দোকানৰ বাকী, ছোৱালীৰ দৰা, তিনি বাৰকৈ বৰ ল'ৰাই মেট্ৰিক টেষ্টত ফেইল কৰা আৰু সৰ্বশেষত অনাকাঙ্ক্ষিত ভাৱে অহা মাষ্টৰৰ অষ্টম নম্বৰৰ সদ্যজাত কন্যা সন্তানটো—এই সকলোবোৰ সমস্যাই যেন মাষ্টৰক চাৰিওফালৰপৰা খুঁচৰিবলৈ ধৰিছে। এই সকলোবোৰ সমস্যাই যেন মাষ্টৰৰ তপা মূৰটো ভাঙি গুড়ি কৰি দিবলৈ প্ৰতিযোগিতাহে চলাইছে। শশী মাষ্টৰ বোলা মানুহজন যেন সেইখন প্ৰতিযোগিতাৰ এজন আহ্বায়কেই নহয় এজন বিচাৰকো।



# এখন হৃদয় লাগে

শ্ৰীদীপালী বৰা

যেন এডাল নুৰা বান্ধি থকা সাপহে। আকৌ এবাৰ জেপটো খেপিয়াই চালোঁ—ঠিকেই আছে।

আজি মোৰ মনটো বেলেগ আনন্দেৰে ভৰি পৰিছে—যেন এইমাত্ৰ নেপোলিয়নৰ দৰে বিশ্ব জয় কৰিবলৈ জয়ৰ পতাকা উৰুৱাই আহিছোঁ। অৱশেষত মই মোক জয় কৰিলোঁগৈ। আজি মোৰ মহা-আনন্দ কৰাৰ দিন। বিভুইঁত এতিয়াও অহা নাই যেতিয়া ঘৰলৈ গৈ মোৰ এই আনন্দৰ খবৰটো জনক-জননীক দি আহিলে কেনে হব! ইমান দিনেতো তেওঁলোকে মোক এটা অপদাৰ্থ বুলি ভাবিয়েই আছিল, এতিয়া জানিব তেওঁলোকৰ এই সন্তানটিয়েই দুকঠা খাব জানিব, পৰৰ দুখত চকুৰ পানী টুকি নতুবা মহাপুৰুষ হৈ কন্দা মানুহ নহৈ, দুকঠা খাব জনা ভাল মানুহ হ'ল!

কি যে ভাগ্যৰ বলত আজি বিভুইঁততকৈ আগতে আহি সেই পেটুৱা চুনিলাল মহাজনৰ হাতত পৰিলোঁ, এতিয়াহে বুজিছোঁ। চুনিলাল মহাজনৰ সতে হঠাৎ দেখাই মোক ভাল মানুহ কৰি দিলে।

প্ৰথমে চুনিলালে মোক ভালকৈ নেদেখি কুকুৰ-মেকুৰী দেখাৰ দৰেই গচকি যাব খুজিছিল। মোক চিনি পাই ওচৰ চাপি আহি ক'লে: "প্ৰবাল বাবু আপুনি মিছাতে এইবোৰত লাগি ফুৰিছে। (তাৰ উপদেশৰ পাতনিখন শুনিয়েই, বৰ ভয় লাগিল, বিনা পইচাৰ উপদেশ তো! দেখিছোঁ। মুলধন খটাব নলগা উপদেশ দানত দেশৰ সকলো চোৰাং

কাৰবাৰীও একো একোটা মহাপুৰুষ হৈ গ’ল ) । আপোনালোকৰ ওপৰত আমাৰ বহুত আশা । দেশৰ ৰত্ন........”

ঠেকা পাই পাই মই শিকিছিলোঁ কাৰ ওচৰত কেনে ব্যৱহাৰ কৰিব লাগে । সেয়ে ব্যৱসায়ী চুনিলালৰ কথাক যেন কথা বুলি ভবাই নাই তেনে ভঙ্গীৰে চুৰট হুঁপি হুঁপি এবাৰ যথেষ্ট কষ্ট কৰি ডিঙিলৈ কৰ্কশতা আনি সুধিলোঁ : “কি হ’ল পাছে ?” এনেকৈ ক’লোঁ যেন মোৰ কৰ্কশতাৰ কাৰণে সি আৰু ভয় খাই গৈ দুগুণকৈ লেউ-সেউ হৈ পৰিব পাৰে । আৰু হ’লো সেয়ে । ব্যৱসায়ীৰ ধৰ্মেৰে সি মোলায়েম সুৰেৰে কৈ থাকিল : “ইমান ভাল ল’ৰাটো কি হবলৈ ওলাইছা । ইস্ ইস্ তোমাৰ দেউতাৰাই মোক তোমাৰ কথা কৈ কিমান আশা কৰিছিল। তোমাৰ দেউতাৰাৰ সতে বন্ধুত্ব সেই সৰু কালৰে বুজিছা । বৰ ভাল মানুহ তেওঁ।” গোকাত মিছা কথা । মোৰ দেউতা হ’ল সেইবিধ মানুহ, ‘পঢ়ায় পঢ়ে বোৰে পাণ ।’ তেওঁ মাষ্টৰ মানুহ । দিনটোৰ কাৰ্য্যসূচী পঢ়োৱা । জীৱনৰ উদ্দেশ্য দেশৰ সকলো যুৱকবকে পঢ়াই জ্ঞানী কৰা । জ্ঞানৰ দাতাকৰ্ণ হৈ হৈ জুৰুলা হোৱা মানুহ । ( হবই । ভেজাল জ্ঞান বেচা নাছিল তো । নহ’লে আমাৰ দেশত উন্নতি কত ! )

চুনিলালৰ সকলো কথা শুনি সুধিলোঁ : কিবা কেছ্-কেছ্ ?

“নাই, নাই, সেইবোৰ একো নাই । এই আৰু আপোনাক বৰ ভাল লাগে কাৰণেহে । বলকচোন মোৰ ঘৰলৈ--গৌৱাহে” এই বুলি তেওঁ তেওঁৰ ঘৰলৈ আঙুলি টোঁৱালে । চুনিলাল মহাজনৰ ঘৰত বহিও মোৰ বৰ হাঁহি উঠিল । অথচ এইটো মানুহে আগতে খেলৰ সাহায্যাৰ্থে আহিলে মুখ বিকটাই দি কয় : কি হব খেলত চান্দা দিলে । তাৰ পাচতহে ‘গোমোস্তাৰ’ হতুৱাই এটা টকা দিয়াৰ খণ্ডতো চুনিলালহঁতৰ ওপৰত তেতিয়াই উঠা । টকা ঘটিছু ঘট, আমাৰ লগত মিলা-প্ৰীতিৰেও থাকচোন । তাকে নকৰি চোৰাং কাৰবাৰ কৰি লাখ লাখ টকা তই ঘটিছু আমাৰপৰাই আৰু খেলৰৈ বুলি অলপ সহায় বিচাৰিলে সেইখন কৰিবি !

অৱশ্যে চুনিলালে এটকাতকৈ বেচি সাহায্য নিদিলেও আমাৰ খেল পূৰ্ণ উদ্যমেৰে চলি আহিছে, চলি থাকিব । তাৰ পাচতে হ’ল, সেইবোৰ কাণ্ড । এবাৰ আমি উপলব্ধি কৰিলোঁ যে দেশত আইন-কানুন হাতে-কামে নহয়গৈ যেতিয়া আইনৰ বিচাৰ কৰাৰ ব্যৱস্থাটো আমিয়েই দেখুৱাই



নিদিওঁ কিয় ? সেয়ে এদিন ছাত্ৰনেতা হৈ দোকান আৰু চোৰাং বেপাৰীক ধৰি দিব লগা হৈছিল চৰকাৰক । তাতেই ধৰা পৰিছিল চুনিলাল । সেয়ে এতিয়া সি মোক হাত কৰি নিমখ খুৱাব খুজিছে । তাৰ ড্ৰইং ৰুমত, ( ৰেডিঅ’ গ্ৰামটোৰ ওপৰত এটা সৰু বস্তা তুলি থোৱা আছে । অতি দামী কাৰ্পেটখনৰ ওপৰত কাগজৰ টুকুৰাৰে ভৰা । মাৰ্বল পাথৰৰ মেজৰ ওপৰ ফুলদানীৰ ৰং উৰি যোৱা ৰঙীন কাগজৰ ধূলিভৰা ফুলৰ স্তবক ) ডানলপিল’ চকীত বহী চুনিলালে মোৰ ফালে চাই ক’লে : কিমান লাগে কওক । আপুনি বাধা দিলে ছাত্ৰবোৰে আৰু জুলুম নকৰে ।

মূৰটো তাৰ কথা শুনি জ্বলি উঠিল । চালাই এতিয়া মোক হাত কৰিব খুজিছে ঘোছ দি । তাক খুলি ক’লোঁ যে বিশ্ববিদ্যালয়ত পঢ়িবলৈ গৈ—‘তহঁত’ৰ বিচাৰ আমিয়েই কৰিবলগা হোৱাত ঘৰত কিমান গালি খাইছোঁ, সেইবোৰ টেপ ৰেকৰ্ড কৰি তহঁতক শুনোৱা হ’লে, মোক গালি দিয়া জনক-জননীক তহঁতে হাজাৰটকীয়া নোটৰ মালা পিন্ধাই ভাৰতৰত্ন বা তেনে জাতীয় উপাধিৰে ভূষিত কৰাৰ দালালি চলালিহেঁতেন । ভাগ্য ভাল মোৰ জননীৰ সেই কণ্ঠস্বৰ বান্ধনী ঘৰৰ দেৱাল পাৰ হব পৰা নাই কাৰণেই আজি এই আদৰ । তেতিয়া তেৰাৰ সেই অষ্টম ৰাগিণীত এইদৰে শুনিলোহেঁতেন : ও, আমাৰ এওঁ পঢ়া-শুনা বাদ দি ৰাজনীতি কৰে । দেশ-সংস্কাৰকজনলৈ চোৱা । মোৰ এইবোৰত লাগিবৰ কি দৰ্কাৰ ?

মনত আছে সেই সময়ত মই পাকঘৰত চাহ খাবলৈ আহি নুশুনা ভাও ধৰি নাকে-কাণে চাহ-জলপান গুঁজি লাইব্ৰেৰীলৈ যাওঁ বুলি ফাঁকি দি ওলাই আহিছিলোঁ এই ঠাইলৈ । ইয়াত মানে, এই দোকানখনলৈ, বিভুহঁত সদায় আহে । বিভুতো আহিবই । সি বেকাৰ । বি, এ পাছ কৰি ক’তো কেৰাণী কাম এটা নোপোৱা বেকাৰ । সি আকৌ কেতিয়াবা কয়, ‘বৰ পঢ়িবৰ মন আছিল অ’ পাছে নিবুটোকে (ভায়েক) ইঞ্জিনীয়াৰিঙত দি ধোঁৱা-কোঁৱা দেখিছোঁ । চাকৰি এটা মৰেপোৱা হ’লে । গতিকে আমি আটাইবোৰ ইয়াতে আন্তৰ্জাতিক ৰাজনীতি আৰু সমাজনীতি আলোচনা কৰি মূৰ ঘমোৱা এয়া ৰাষ্ট্ৰসংঘ আৰু ইয়াতেই এদিন বিভুৱে প্ৰথমে কৈছিল--“এবাৰমান আমিয়েই ৰাৰু এই চোৰাং বেপাৰীক খানা-তালাচ কৰি চৰকাৰৰ চকুত ধৰা পেলাই নাচাওঁ কিয় ?” সেই মতেই আমি কামো কৰিলোঁ । দুদিনমান দহে আমাক ‘ভাল ভাল’ ‘এই কেইটা একোটুকুৰা ৰাখৰ’ আদি মন্তব্যৰে বিভূষিত কৰাৰ পাচত আমাৰো বুকু ফুলি

উঠিল আৰু মনলৈ আহিল, জগতৰপৰা যেন সকলো অন্যায় দূৰ কৰি দিম। খঙো উঠিল, ভাবিলোঁ চালাহঁতক গুলীয়াই মাৰিব পৰা হ'লে।

কিন্তু ঘৰৰ গালিৰ গুলীয়ে আমাক আটাইকেইটাকে থকা-সৰকা কৰিলে। চকু মুদি সহি থাকিলোঁ। দেখিলোঁ আমাৰ দৰে অপদাৰ্থ কেইটাৰ ওজন খন্তেকতে বাঢ়ি গৈছে, বিৰোধী অ-বিৰোধী সকলো ৰাজ-নীতিৰ দলে আমাক উপদেশ দিবলৈ বিচাৰিছিল। আমাৰ স্পষ্ট কথা: আজিকালি মুখেৰে ভাল কথা কোনে নকয় ? উপদেশ কোনে নিদিয়ে ?? আমাক মৌ পিছল মুখৰ অথচ খহতা হৃদয়ৰ মানুহ নালাগে, লাগে এখন হৃদয় যি সাগৰৰ দৰে গভীৰ, আকাশৰ দৰে উদাৰ আৰু সিংহৰ দৰে কঠোৰ। তেনে এখন হৃদয়হে লাগে, আৰু তেনে হৃদয়ৰ মানুহৰ অভাৱৰ কাৰণেই আমি অপদাৰ্থকেইটা হঠাৎ 'একোটুকুৰা বাখৰত পৰিণত' হব লগা হ'ল ( তেওঁলোকৰ ভাষাত )।

বেছ উৎসাহেৰে দুদিনমান নেতা হৈ গ'লোঁ। কিন্তু মোৰ জনক-জননী ! পৃথিৱীলৈ তেওঁলোকে মোক নমাই আনিছিল কাৰণেই যেন মোৰ ওপৰত সমস্ত অধিকাৰ তেওঁলোকৰ আছে। যেন মই এতিয়াও এটা শিশুহে। ( অৱশ্যে মোৰ জননীয়ে সকলো জননীৰ দৰে মোকো বৰ সৰু বুলি ভাবে আৰু কয়। ) কিন্তু মোৰ খং উঠে। মইতো এতিয়া সৰু হৈ থকা নাই। মনত তোমালোকৰ সন্দেহ আছে যদি জন্ম কুণ্ডলীখন আকৌ এবাৰলৈ মেলি চাব পৰা। কিন্তু নাচায়। কেৱল গালিয়েই। মই হেনো ভৱিষ্যতলৈ ভাল চাকৰি ( ঘোচ আৰু সন্মান পোৱা ) নাপাম। কি বেঙা মোৰ জনক-জননী। ( চাকৰি নোপোৱা যেন দেখিলে কোনোবা মন্ত্ৰী বা এম, এল, এৰ বিপক্ষে নিৰ্বাচনত প্ৰতিযোগিতা কৰেঁ। বুলি ক'লেইতো জোঁৱাই আদৰা দি মাতি নি ভাল চাকৰি দিব। নহ'লে নিজৰ যোগ্যতা। মাৰা গুলী যোগ্যতাক। ) ককাইদেৱেনো এম-এটো পাছ কৰি কি বৰ কামটো কৰিছেহে। 'ভা'ল লৰা' হৈ ( জিভাৰ ফেচন ) ছাত্ৰ-ছাত্ৰীৰপৰা সন্মানৰ ডিগ্ৰীটো পাই যেনিবা ঘৰৰ অভাৱৰ ডিগ্ৰীটো কমাব নোৱাৰিলে, ইমানেই।

মইতো বেয়া ল'ৰা। কাৰণ অন্যায়বোৰ দেখিলে সহি নাথাকোঁ আৰু চুনিলালহঁতক জেৰা কৰাৰ প্ৰতিশ্ৰুতিৰে পুতনা বধ ভাওনাৰ ভাৰৱীয়াৰ দৰে সেনাপতিৰ ভাওটো ললোঁ। আৰু সেইবোৰত লাগি ফুৰোঁতে তিনিটা কামিজৰ ভিতৰত দুটা বেয়াকৈ ফাটিল। হওক, ফাটক, আৰু



এটাতো আছে। ভয় কিহৰ ? খুব বেচি সেই হতশ্ৰীহতী ( ভগৱানে কুশলে ৰাখক ) মৃদুলা বোলাজনীয়ে কিবা এটা কব, কওক, তাই এদিন লেনিয়াই কৈছিল : প্ৰৱালদা আপুনি যে আৰু ই-ম্‌-মা-ন জধলা। অলপ চাফ চিকুণ হবচোন। নহ'লে মোৰ...........

চুলিত ধৰি তাইক কৈ দিবৰ মন গৈছিল, নহ'লে আৰু' তোৰ কি ? তই মানুহটোক আচলতে ভাল পাৱনে সাজপোছাকক ? ভাবিছিলি হবলা ইউনিভাৰচিটিৰ ছাত্ৰ হ'লোঁ যেতিয়া টেৰী উলৰ চুটৰ লগত জদিয়াক টাই মাৰি ৰাতিপুৱাৰ ইংৰাজী চিনেমা চাই গধূলি তই ফেমিনাজনীৰ সতে ফুৰিম। নে মোক নাপালে তই আকৌ শপত খাই কবি—"প্ৰৱালদা বিশ্বাস কৰক আপোনাক নাপালে মই আত্মহত্যা কৰিম।" কবি হয়তো "আপোনাক পালে কচুগছত ফাঁচি লাগি মৰিম" ( কব পাৰ। উপযুক্ত বাপেৰৰ উপযুক্ত জীয়েক তই। তোৰ দেউতাৰক দেখিছোঁ ফুলনিত ফুলৰ ঘ্ৰাণ লৈ লৈ, হাতত খবৰ কাগজ লৈ, চৰকাৰৰ খাদ্যনীতিক গালি পৰা ) কব পাৰ, তহঁতে মুখেৰে সকলো কব আৰু কৰিব পাৰ। পাৰ কাৰণেই চাহ খেতিয়কৰ চৌখিন সাজ পিন্ধা ল'ৰা সেই ৰাতুল নে ফাটুল বোলাটোৰ সতে তোৰ ইমান হলিগলি। তোৰ চেনিৰ দৰে প্ৰেম মোৰ প্ৰয়োজন নাই মৃদুলা। পুতৌৰ ভিখাৰী তোৰ এই প্ৰৱালদা এতিয়াও হোৱা নাই।

বৰ সুন্দৰকৈ একেটা কামিজৰেই চলি গৈছিল, ভবাও নাছিলোঁ একো। কিন্তু মোৰ জননীয়ে ভাবিলে হবলা, ল'ৰাটোৱে অৱশেষত সন্ন্যাসী তন্ন্যাসী হৈ ঘৰ এৰি বুদ্ধদেৱ নহয়গৈতো ? আইৰ সবল চিন্তাৰ গম পাই ভাবিলোঁ, বৰ্তমানে এজন বুদ্ধদেৱ মহাত্মা থকাহ'লেতো আমি বাচি গ'লোঁহেঁতেন। তাকে নকৈ ক'লোঁ, "ভাৰতৰ বেচি সংখ্যক মানুহৰে এখনৰ বাহিৰে ইখন কাপোৰ সলাবলৈকে নাই, তই আকৌ মোৰটোহে ডাঙৰ দেখিলি ?"

তথাপি নিজৰ আই। গাঁচতীয়া টকাৰে পাচদিনা এটা চোলা আনি দিওঁতে দেউতাই ক'লে : নিদিবা তাক ; পঢ়া-শুনা নকৰি জহান্নামেতো গ'লেই, টকা-পইচা এটাও ঘটাৰ খবৰ নাই। আই-দেউতাৰ ইয়াৰ পাচত কুৰুক্ষেত্ৰৰপৰা মই পলালোঁ।..........

....চুনিলাল মহাজনে মাতি নি কিজানি ঘোচ দিওঁতে প্ৰথমে মই ভাবিলোঁ—নলওঁ, লম কিয় ? কিন্তু মুহূৰ্ততে দেখিলোঁ, মোৰ অৱহেলাৰ

কথা। মৃদুলা, জনক-জননী আৰু সমাজৰ লাঞ্ছনাৰ কথা। ভাৱিলে মই কেতিয়াও নিজকে তিল তিলকৈ কষ্ট দি বুদ্ধ বা গান্ধীৰ দৰে ত্যাগী হ'ব নোৱাৰোঁ। । সেই সাহস মোৰ থাকিলেও, কোনোবাই কোনোবাই মোক হ'বলৈ নিদিয়ে। নতুবা আফ্রিকাৰ হাবিত সত্য সন্ধানী ডা: এলবার্ট চোৱেৎজাৰৰ আদৰ্শই মানুহৰ চকুত দেৱতা হৈ নাচিলেও, মোক এতিয়া কোনোবাই কৈছে, কাৰোবাৰ ওপৰত মই প্ৰতিশোধ লওঁ কিয়? আচলতে মোৰ মনৰ আঁৰত লুকাই থকা জন্মগত মানুহটো আৰু সমাজ আৰু নতুন প্ৰভাৱত নতুনকৈ গঠন হোৱা মানুহটোৰ দুটাৰ মাজত টনা-আঁজোৰা চলি-বলৈ ধৰিলে। ভাৱিলোঁ মোৰ দৰে এনেকুৱা মনৰ দ্বন্দ্ব আন কাৰোবাৰ হয়নে কেৱল মোৰেই হয়। উত্তৰো মই পাই গ'লোঁ সদায় চকুৰে দেখা সমাজখনে যেন ক'লে: নহয়, কেৱল তোমাৰেই হৈছে। আচলতে তই এটা বুৰ্বক। ভিতৰি সকলো গ্ৰহণ কৰি বাহিৰে ভাল মানুহ বোলাবি, তেতিয়াহে তই জীয়াই থাকিবি, মানুহে তোক শলাগিব।

মুহূৰ্ততে মই থিৰাং কৰিলোঁ, মই জীয়াই থাকিব বিচাৰোঁ। । জীয়াই থকাৰ নতুন প্ৰলোভনে মোক কৈছে, সময়ৰ সতে খোজ মিলাই যাবলৈ। যদি ঘোচ খাওঁ, দালালি কৰোঁ, বহুৱালি কৃতিত্বৰে কৰি যাব পাৰোঁ তেন্তে মই মৃদুলাৰ চকুতেই নহয়, সকলোৰে চকুত ভাল মানুহ বোলাব পাৰিম।

বেচেৰা বিভুইঁতৰ কাৰণে হাঁহি উঠিল, সিহঁতৰ বুকুত চাপে টি-বি পোকৰ দৰে এতিয়াও জীয়াই আছে দেশ আৰু সমাজৰ প্ৰতি সৰল মমতা। ইমান দিনে মই যি ভুল কৰিছিলোঁ, সেই ভুল যাতে বিভুইঁতেও নকৰে শিকাই দিব লাগিব।

কঁপি উঠা হাতখনেৰে মই চুনিলালৰ হাতৰপৰা নোটৰ টোপোলাটো লওঁতে মই গম পাইছিলোঁ, মোৰ মনৰ আঁৰৰ মানুহটোৱে বলিশালত মূৰ সুমুৱাই দি জীয়াই থকাৰ চেষ্টাত ছটফটাই উঠিছিল, আৰু মই যেন সেই মৃত্যুৰ নৰকৰপৰা পলাবলৈ চেষ্টা চলাওঁ ব্যৰ্থ হৈ বলিশালতে মূৰ পাতি দিছিলোঁ।

গোটেই মানুহটো মই ঘামি উঠিছিলোঁ। নোটখিনি লৈ চোৰৰ দৰে মই যেন কোনোমতে পলাই আহি বিভুইঁতৰ আড্ডা পালোঁ। আহি দেখিলোঁ বিভুইঁতে আগৰ দৰেই পৱিত্ৰ মন লৈ (সিহঁতক আজিহে মই পৱিত্ৰ যেন দেখিলোঁ কিয় কব নোৱাৰোঁ) খবৰকাগজ লৈ সমালোচনা কৰিছে অসমত থকা আশীহাজাৰ পাকিস্তানীয়ে কি অন্যায় নকৰিব পাৰে?



সিহঁতৰ আলোচনা দেখি আজি মোৰ প্ৰথমবাৰৰ বাবে বৰ হাঁহি উঠিল। ইহঁত এতিয়াও দেখিছোঁ এই সৰু ল'ৰাটোৱেই হৈ আছে। কৰৱ মন গ'ল, এই ভাল লগা কথাবোৰ; যেনে দেশক ভাল পাবা, কাকো অন্যায়-নকৰিবা, মিছা কথা নকবা; এইবোৰ কেৱল টেক্সট বুকৰ কাৰণেহে। সৰুতে বা ছাত্ৰজীৱনত কিতাপত পালিয়েই বুলিতো আৰু গোটেই জীৱন জুৰি সেইবোৰ আখৰে আখৰে পালন কৰিবই লাগে বুলি ক'ত দেখিলি? বুৰ্বক কৰবাৰ। ৰমেনৰতো মূৰ গৰমেই হৈ গৈছে। সি হেনো এটা এটাকৈ দেশৰ নেতাক ধৰি লাইট পোষ্টত ওলোমাই থ'ব।

তাৰ কথা শুনি মোৰ হাঁহি উঠিল, নাহাঁহিলোঁ। আজিৰপৰা মই নিজকে নতুন চূণকামেৰে সজাইছোঁ আৰু নিজকে নিজে বাৰে বাৰে উপদেশ দি কৈছোঁ: আনৰ কাৰণে মুখেৰে সহানুভূতি দেখুৱাবলৈ নাপাহৰিবা। কিন্তু সাৱধান। সেইবুলি নিজকে তাত অৰ্পণ নকৰিবা, আৰু দিলেই তুমি এইখন জগতৰপৰা ঘোচ খাবা।

আচলতে মোৰ মনৰ মাজত সেই আগৰ মানুহটোৱে সাৰ পাই উঠিছিল আৰু বাৰে বাৰে মই হাতেৰে এডাল সাপক ছোৱাৰ দৰে জেপৰ টকাখিনি চুই শিয়ঁৰি উঠিছিলোঁ। । দোষ কৰা মানুহে যিদৰে হাজাৰ সাৱধানতা লোৱা সত্বেও, নিজে নজনাকৈ কৰবাত নহয় কৰবাত নিজৰ দোষৰ চিন এৰি থৈ অৱশেষত নিজেই ধৰা পৰি যায়, ঠিক সেইদৰেই মোৰ দোষী মনটো ছটফটাই উঠিল এই নতুন ভুৱা মুখ খুলি আগৰ দৰে হবলৈ। বিভুক মোৰ এই কথাটো কবলৈ মনটো বৰ চঞ্চল হৈ উঠিল, কিন্তু সি গভীৰ ৰাজনীতিৰ আলোচনাত ব্যস্ত। কিয় বাৰু সি মোক বুজি নাপায়? কিয় বাৰু এবাৰলৈ অকণমান আঁতৰি নাযায়। গ'লেইতো মই মনে মনে কথাটো কব পাৰিম—মোৰ যে কবৰ বৰ মন গৈছে।

টকাখিনি আকৌ এবাৰলৈ চুই চাই ভাৱিলোঁ, ইচ্ছা কৰিলে মই এতিয়া ইয়াৰে এযোৰ দামী চুট লৈ কান্ধত ট্ৰেন্‌জিষ্টৰ ওলমাই হিন্দী চিনেমাৰ হিৰোৰ দৰে মৃদুলাৰ সতে ঘূৰিব পাৰোঁ নতুবা এই টকা মূলধন কৰি কাৰবাৰ কৰি দিলে কোনোবা কন্যাদায়গ্ৰস্ত পিতাই আদৰৰ তনয়াক মোৰ দৰে এটা গুণৱান ল'ৰাৰ হাতত সমৰ্পণ কৰি আনন্দহজন কন্যাদায়গ্ৰস্ত পিতাকৰ চকুত সৰিয়হ ফুল ফুলাব পাৰে। কাৰণ আজিৰ পৰা মই ভাল মানুহ হোৱাৰ আদিপাঠ আৰম্ভ কৰিছোঁ, নহ'লে যে মই মানুহ নামৰ অযোগ্য।

এতিয়াৰেপৰা মই ভাল মানুহ, চাকৰি কৰিবলগা হ'লে ঘোচ খামেই, আইনৰ নামত ফাঁকি দিমেই আৰু বৰ চাকৰিয়াল হ'লে আভিজাত্য বজাই ৰাখিবৰ কাৰণে সততে পাৰ্টি, ক্লাবত যোগ দিম আৰু মোতকৈ সৰু-সুৰা মানুহ হ'লে ( টকা নথকা ) চিনি নোপোৱাৰ ভাও জুৰিম আৰু শহুৰ বৰমানুহ হ'লে ( বৰ মানুহ হবই, কাৰণ তেতিয়া মই দামী দৰা ) তেওঁৰ উপদেশ মতে চলিম আৰু ধৈণীক ভালবি লগাবৰ কাৰণে মোৰ জনক-জননীৰ প্ৰতি কিছু অৱহেলা কৰাৰ ভাও ধৰিম ( কাৰণ মোৰ জনক মাষ্টৰ ) আৰু মোৰ শহুৰৰ আদৰৰ তনয়াৰ বোহ পতা মুখক সততে সন্তুষ্ট কৰিবলৈ অকণমান তিৰোতা সেৰুৱা স্বামী হবই লাগিব দিয়কচোন ( নহ'লে বেচেৰীয়ে বেয়া পাব নহয় )। তেওঁৰপৰা আঁতৰত থকাৰ সময়খিনিও পূৰাদমে—(অশ্লীল, লিখিব নোৱাৰি ) আৰু যদি মই চাকৰি নকৰি ব্যৱসায়কে কৰোঁ তেন্তে উপনেতা হবলৈ বেচি সুবিধা। তেতিয়া অনিচ্ছা সত্বেও সাধাৰণ মানুহৰ সতে মিলিবই লাগিব ; উপায় নাই। ( ৱাইফে কিন্তু মোৰ এইবোৰ মিলা-মিছা বৰ ভাল নাপায় ) অৱশ্যে শ্ৰীমতীৰ সুখ-বিলাসৰ প্ৰতি চকু নিদিয়াকৈ দেশৰ কাৰণে খটা স্বামী মই নহওঁ দিয়কচোন। আচলতে তেওঁ বুজি পাব লাগিব যে এইবোৰো মোৰ এটা ব্যৱসায়ৰ কৌশলহে।

চঁক্ খাই উঠিলোঁ ৰমেনৰ কথাত। "চালাহঁতে দেশখন বাপেকৰ সম্পত্তি পাইছে নেকি আমেৰিকাৰ ওচৰত আকৌ ভিক্ষা কৰিবলৈ যাব বোলে। লাজ নাই কতা," তাৰ কথা শুনি মই হাঁহি দিলোঁ। বেচেৰাৰ খং উঠিছে, উঠক, মই দেখিছোঁ গৌৰা, নতুন মনৰ ডেকা ৰমেনৰ কথাৰ লগে লগে অপমানত সিৰবোৰ জিলিকি উঠিছে। সি ভাবিছে নিজৰ শক্তিৰে আমি নিজক জীয়াই নাৰাখোঁ কিয় ? ৰমেনে আকৌ পঢ়িলে—"ভাৰতৰ বিপক্ষে পাকিস্তানক চীনে সকলো প্ৰকাৰৰ সহায় দিব—"তাৰ পাচত আকৌ এঠাইত পঢ়িলে ; অসমৰ সুকীয়া পৰ্বতীয়া ৰাজ্যৰ কাৰণে পাকিস্তানত হাজাৰ হাজাৰ খাচী আৰু মিজোৰ গৰিলা প্ৰশিক্ষণ আৰম্ভ....

খেকেচা মাৰি কাগজখন ৰমেনে থৈ দিয়াত বিভুৱে ক'লে : চব একে বে, দেখিছ, সকলোৱে বাহিৰৰ সাহায্যৰ নামত নিজৰ নিজৰ স্বাৰ্থ। জুইৰ লগত ধেমালি কৰিলে যে নিজৰেই হাত পোৰে, বুজিও যেন কোনেও বুজা নাই।



ৰাজনীতি লৈ মূৰ গৰম কৰাৰ ইচ্ছা নাই বুলি মোৰ ভাবিবৰ মন গ'ল, কিন্তু মই ইয়াকো জানো কিয় সি সেইবোৰ লৈ সতৰ্ক হৈ পৰিবলৈ বাধ্য হৈছে, সকলোকে লাগে শক্তিৰ ব্যৱহাৰ। সন্মান, অৰ্থ আৰু সকলো। আৰু সেইখিনিৰপৰা বঞ্চিত হ'লেই কিছুমানে কৰে ৰাজনীতি। কিন্তু বিভুৰ ক্ষেত্ৰত সেইটো নাখাটে। সিহঁতে আমি পোৱা প্ৰাপ্য-খিনিও পোৱা নাই ; নাই কাৰণেই মনবোৰ অঙঠাৰ দৰে জ্বলি উঠে। পৃথিৱীত মোৰ আৰু বিভুৰ দৰে মানুহেই সৰহ, যি জীৱনত শান্তিক শত নিমন্ত্ৰণ কৰিও নাপাই হয় অশান্ত।

সিহঁতে ৰাজনীতিক পষ্টমৰ্টেম কৰিছে ; কৰক, কিন্তু এইটো ঠিক, আমাৰ গাঁৱৰ সহজ সৰল ভদীয়া আৰু আঘোণীহঁতে যেনেকৈ নাজানে, দেশত অকাল কিয় হৈছে—ঠিক তেনেকৈয়ে চেৰাপুঞ্জিৰ গাঁৱৰ ছেজপিটাৰ আৰু এলক্ৰিদায়ো নাজানে ; আৰু নাজানে ঠিক তেনেকৈয়ে পমা নৈৰ পাৰত নলমৰি গজালিত সপোন দেখা ৰহমতেও। বিভুক মোৰ কবৰ মন গ'ল, মিছাতে এই মকৰাজালৰ গুৰি তই বিচাৰি হায়ৰাণ হৈছে, তোৰ সৰল হৃদয়ে পৃথিৱীৰ দুখ দূৰ কৰিবৰ বাবে যি উদাৰ হৃদয় বিচাৰিছে সেয়া বৰ ভয়ঙ্কৰ মৰীচীকা। প্ৰমিথিউছ আনবাউণ্ডৰ দৰে স্বৰ্গৰপৰা জুই চুৰকৈ আনি পৃথিৱীত উত্তাপ দিবলৈ বিচৰা তোৰ এই সৰল, মৰমিয়াল হৃদয়ৰ বাসনাক তই ফুচুলাবই লাগিব এইদৰে ; আমি সময়ৰ সতে খোজ মিলাবই লাগিব। তোৰ ৰাতিপুৱাৰ বননিত লাগি থকা পৱিত্ৰ নিয়ৰ কণাৰ দৰে হৃদয়ক বুজাবই লাগিব—ধূলি আৰু বোকাই সেই নিয়ৰ-কণাক পৱিত্ৰ হৈ থাকিবলৈ নিদিয়ে।

ধেৎ, এইবোৰ আকৌ কি ভাবিছে মোৰ মনটোৱে। মইতো আজি এটা নতুন মানুহ, মোৰ মনৰ মাজত অলপ আগতে মৃত্যু হোৱা মানুহটোৰ কাৰণে চকুপানী টুকিছোঁ নেকি বাৰু ? হয়, মনৰ কোনোবাখিনি মোৰ টন্‌টনাই উঠিছে এক অবুজ বেদনাত, কিবা এক দুখত মোৰ আজি চিঞৰি কান্দিবৰ মন গৈছে, কিন্তু কি ভুল কৰিছোঁ মই। দেখিছোঁ মোৰ মনটো এতিয়াও সৰু ল'ৰাটি হৈয়েই আছে। ছিঃ মানুহে জানিলে কি বুলিব ?

"এই বৰ মনে মনে আছ দেখোন।" বিভুৰ মাতত ঘূৰি চালোঁ।

"থ' থ' তোৰ সেই যোপা।"

"কি থ থ' লগাইছ অ', আনবোৰে সহি গ'ল বুলি আমিও সহি যাম বুলি তাহাঁতে ভাবিছে নেকি ?"

"তই নীলকণ্ঠ হৈ কি কৰিবি ?"

"নীলকণ্ঠ শিৱ। মই বিভু।"

হাঁহি নিদি উপায় নাই। সি এনেকুৱাই। কোনোবা মৰাৰ খবৰ শুনিলে সি আগেভাগে যাব। যাবতো যাবই। যাব নোখোজা ল'ৰা কেইটাক চৈধ্য পুৰুষ উদ্ধাৰি সি কয় : চালাহঁতে মৰাশ পুৰিবলৈ লাজ কৰে, কষ্ট হয় বোলে। পঢ়া-শুনা কৰা ল'ৰা বেচেৰা। ভাবে প্ৰধানমন্ত্ৰী মহিলা হ'ল ছোৱালীহঁত—মৰাশ সৎকাৰ কৰা বাবটোও তহঁতেই ল'। লাজ নালাগে কটা। নহ'লে কোনোবা দিনা সন্তান ধাৰণৰ বাবেও...........

চকুৰে ইঙ্গিত দি বিভুৰ মুখ বন্ধ কৰিবলগীয়া হ'ল। নহ'লে কোন কত থাকে ঠিক নাই। আৰু এবাৰ বিভুক লৈতো বিপদতেই পৰিছিলোঁ। একেলগে পঢ়া ছোৱালী সুৰভি অকালতে বিধৱা হৈ ঘৰৰ ছোৱালী ঘৰলৈ উভতি আহোঁতে বিভুৱে ক'লে : "সমাজে জোৰ কৰি তাইক চিৰদিন বৈধব্যৰ ভাত খুৱাওঁ বুলিলেই তাইৰ মনে খুৱাব নেকি ? ময়ে তাইক বিয়া কৰাম—" কথাটো শুনি তোক এইদৰে কব লগা হ'ল : সুৰভিক বাৰু চকুৰ আগত দেখি তাইৰ দুখ দেখিব নোৱাৰি নিজেই সামৰি থলি কিন্তু এনেকুৱাতো দেশত অজস্ৰ আছে, সিহঁতক কি কৰিবি ? শ্ৰীকৃষ্ণ হৈ ৰাসলীলা................

"ধেৎ চালা" মুখখন সেইদিনা লাজতে তাৰ ৰঙা পৰি উঠিছিল। সুৰভিক লৈ ঘটনা সিমানতেই শেষ, তাৰনো ভাবিবৰ সময় ক'ত ? এশ একুৰি চিন্তা ।

"ঐ, সুকৰ্ণই তেনেকৈ কিয় গান্ধীজীক ক'ব অ' ? ভাবিছে নেকি এখন দেশৰ প্ৰধান মন্ত্ৰী হোৱা আৰু মহাত্মা হোৱা একে কথা।"

বুজিলোঁ, এই আড্ডা ভাঙি সহজে যোৱাৰ আশা নাই। তাৰ মনপখী সেৱাগ্ৰামত, যিজনে মহামানৱ শেষ হৈ গ'লেও কোনোবাখিনিত এতিয়াও বিচাৰি পোৱা যায়, অনুমান হয় চকুৰে নেদেখিলেও, হাতেৰে চুব নোৱাৰিলেও সেই সমব্যথী হাতত পাওঁ। মানুহৰ দুখক উপলব্ধি কৰি নঙঠা ফকিৰৰ হৈয়ো মানুহে হত্যা কৰি পেলোৱা সেই আত্মাৰ কৰবাত স্পৰ্শ কৰিছে। কেৱল বিভু নহয়, মই ৰমেন আৰু জেছপিটাৰেও যেন কৈছোঁ, পিতাৰ দৰে সেইখন হৃদয়কেই আমি ইমান দিনে বিচাৰি আহিছোঁ, বিচাৰিছিলোঁ। কেৱল সেই এখন হৃদয়েই যেন আমাৰ দুখত চকুৰ পানী টুকিলে।



মই অকৌ সজাগ হৈ উঠিলোঁ, কি ভাবিছোঁ বাৰু এইবোৰ। ইহঁতৰ লগত থাকিলে মোৰ মনৰ পৰিবৰ্তন হোৱাৰে আশা নাই। ইহঁতৰ লগ এৰিবই লাগিব। তেতিয়াহে যদি মই মানুহ হৈ জীয়াই থাকিব পাৰোঁ। ইহঁত কেইটাৰে সৈতে ওচৰ হ'লেই মই কিবাটো হৈ যাওঁ। কিন্তু কোনো এটা লগ নোহোৱাকৈ মই সময় কটাওঁ কেনেকৈ ? ইহঁতক যে মোৰ অসম্ভৱ ভাল লাগে। ঘৰত ? নোৱাৰি। ইহঁতৰ লগতে মই থাকিবই লাগিব।

আকৌ বুকুত নতুন বল বান্ধি ললোঁ, এবাৰ সুবিধা বুজি চকুৰ ইঙ্গিতেৰে বিভুক মাতি নি সকলো কথা কওঁতে প্ৰথমে সি জ্বলি উঠি ক'লে : চালা বেইমান। তই ময়লা খালি বুলি ময়ো খাম বুলি ভাবি ললি ?

তাক মই সকলো কথা ধীৰেৰে এটা এটাকে বুজাই দিলোঁ। বুকুত লগাকৈ বুজাই দিলোঁ তাৰ ঘৰৰ দৰিদ্ৰতাৰ কথা, মুহূৰ্ততে তাৰ চকু দুটা অন্য এটা প্ৰতিশোধত যেন তিৰবিৰাই উঠিল আৰু সেই মুহূৰ্তত তাৰ চকুৰ তিৰবিৰণি চাই মনত হ'ল যেন, আকাশৰপৰা আৰু এটি নক্ষত্ৰ এই মুহূৰ্তত খহি পৰিল। তাৰ পাচত সি ক'লে, "চালা তই মোৰ ভাল চকু ফুটালি। নহ'লে চিৰদিন অন্ধ হয়েই কটালোঁহেঁতেন। দে, চালা দে, সমান পইচাৰ ভাগ দে। আমাৰ এই নতুন দিনটোৰ মহৰৎ বেলেগ আড়ম্বৰেৰে হব লাগিব বুজিছ—" কিন্তু কেনেকৈ বুলি মই প্ৰশ্ন কৰাৰ লগে লগে সি কাণে কাণে যিটো কথা ফুচফুচাই ক'লে, মই মান্তি নহৈ নোৱাৰিলোঁ। তাৰ ৰুচিজ্ঞান আছে দেখিছোঁ। তাৰ পাচত আমি যি ঠাই পালোঁহি সেইখন নামত চাহৰ দোকান। কিন্তু পইচা দিলে ইয়াত সকলো পোৱা যায় বুলি অনুমান হ'ল। ঠিকেই যিটোৰে আমাৰ নতুন জীৱনৰ মঙ্গলৰ কাৰণে 'চেলিব্ৰেট' কৰিলোঁ, সেই বিধ ধৰাৰ পাচত দেখিলোঁ বিভুৱে যেন বমি কৰি দিব। নতুন কাৰণেই এনে হৈছে। সময়ত সি আনক শিক্ষা দিব পাৰিব। মোৰ একো নহ'ল বিশেষ। তাতে গ্ৰাহকক মন ভাল লগোৱাকৈ সময়ৰ সতে দোকানখনে মিলাই লৈছিল জাজ সঙ্গীতেৰে। নিগ্ৰো সঙ্গীতজ্ঞৰ জাজৰ চিম্ফনীয়ে বিভুৰ ৰাগীক আৰু মতলীয়া কৰি তুলিলে, সি যেন তাতেই সন্তুষ্ট হব নোৱাৰি এলভিছ প্ৰিষ্টলীৰ পুৰণা সঙ্গীতৰ টুকুৰা কেইটামান চোবাবলৈ লাগিল : আই লাভ ইউ বিকজ ইউ আণ্ডাৰষ্টাণ্ড দিয়েৰ...... দা' দ'ৰ টু হেপিনেছ ইউ অ'পন ৱাইড......

বেচি পৰ তাত থাকিলে কাৰোবাৰ চকুত পৰি যাম বুলি সোনকালেই ওলাই আহিলোঁ, আমাৰ পুৰণা আড্ডালৈ। বমেনহঁত তেতিয়াও খবৰকাগজ লৈ ব্যস্ত। প্ৰথমে আমাক কিবা সন্দেহ কৰিয়েই নেকি অলপ সন্দেহযুক্ত দৃষ্টিৰে যেন মুণ্টুৱে চালে। কিন্তু সি আমাতকৈ অলপ সৰু। কিবা বুজিলেও কবৰ সাহ ক'ত? কিন্তু বিভুক লৈ এনেকুৱা হব বুলি মই ভাবিব পৰা নাছিলোঁ, অনৰ্গল সি কাৰোবাক নহয় কাৰোবাক গালি পাৰিলে, যিবোৰ আন মানুহে শুনিলে, সততে আমাৰ পোনপ্ৰথম বাৰৰ কাৰণে গুণ্ডা বা অসৎ জাতীয় শব্দৰে সম্ভোৱাৰ আশা কৰিব পাৰি। তাৰ পাচত সি বমেনহঁতক বুৰ্বক বুলি বখানিলে। কিন্তু তেতিয়াও বমেনহঁতে বুজিব পৰা নাছিল। কিন্তু এবাৰ ভয় কৰি থকা কথাটোকে বিভুৱে সিহঁতক কৈ দিলে।

মণ্টুৱে এইবাৰ মুখ খুলি ক'লে, "কুকুৰহঁতক মদ খাবলৈ যদি পইচাই লাগে আমাৰ ওচৰত চান্দা নিবিচাৰি চুনিলাল বিহগুটিৰপৰা লৈ আমাৰ বদনাম আনিবি কিয়?"

মণ্টুৱে কবলৈহে পালে অপমানত আটাই জাকে গজি উঠিল আৰু এবাৰ গম পালেঁ। মোৰ গালত কাৰোবাৰ এটা চৰ পৰিছে। বিভুৰ গাতো পৰিছিল হবলা। ভালকৈ চাবলৈ সময় নাছিল। তাৰ জ্ঞান উভতি আহিছিল নেকি কব নোৱাৰোঁ; কিন্তু সি কান্দি কোৱা যেন শুনিলোঁ: মইতো ভাল হবলৈকে যত্ন কৰিছিলোঁ কিন্তু....কিন্তু....

মই পলালোঁ। নপলাই উপায়ো নাছিল। ভাল হবলৈ যত্ন কৰিও, বিভু ভাল হব নোৱাৰা অন্য এক দুখতে সি কান্দিছে। তাক মই জানো, আৰু মই জানো নিজকে। আমাৰ দৰে কিছুমান মানুহ হৈ জীয়াই থাকিবলৈ বিচৰা এই যুগৰ দুৰ্ভগীয়াই হয়তো এনেকৈয়ে কান্দে আৰু ত্ৰিশঙ্কুৰ দৰে ওলমি হলাহলক পান কৰি কয়, অমৃত।

বিভুকো এখন সমব্যথী হৃদয় লাগে কিন্তু ক'ত সেই হৃদয় আছে ময়ো নাজানো—নেদেখোঁ; কিন্তু মই পলাইছোঁ। কিয় পলাইছো মই নিজেও নাজানো। হয়তো এটা নিৰ্ভৰ কৰিব পৰা আশ্ৰয় বিচাৰি। সেই আশ্ৰয় জানো পাম? নাজানো।

মই কেৱল আজি জানো; আজি মই পলাব লাগিব, আৰু পলাইছোঁ।



# পতঙ্গৰ গান

## শ্ৰীকমল গগৈ

নিশা বাৰ বাজিলে—

বেবৰ হাল ক্লকটোৰ দৰে কাৰখানা ঘৰৰ বাৰাণ্ডাত কলমটিয়াই থকা চৌকিদাৰটোৰো হয়তো বিৰক্তি লাগে—একেলগে বহুতো কোব মাৰিব লাগে কাঁহখনত—পূৰা এক ডজন।

কিন্তু তাৰপৰা অব্যাহতি পোৱাৰ তো উপায় নাই। গোটেই পৃথিৱীখনে বিৰক্তিৰে কিছুমান অব্যাহতি নোপোৱা কাম কৰি যাব লগা হৈছে।....

তাইৰ টোপনি অহা নাছিল।

ওৱাই-ডব্লিও-চি-এৰ হোষ্টেল ঘৰটোৰ ওপৰ মহলাৰ সাত নম্বৰ কোঠালীটোত তাই আজি অকলে। ওচৰৰ খাটখন শুদা। এলবিনা গুচি গৈছে। ব্ৰহ্মপুত্ৰৰ বুকুত বেলেগ বেলেগ ঠাইৰ জাঁজৰি লগ লাগি বহুদূৰ আগবাঢ়ি যায় কিন্তু আকৌ কোনোবা ঠাইত বেলেগ হৈ পৰে। এলবিনাও আজি সেইদৰেই তাইৰপৰা আঁতৰি গ'ল।

দামবাৰ ওচৰৰ খেখুৰেং গাঁৱৰ এলবিনা মমিনৰ লগত তাইৰ বন্ধুত্ব গঢ়ি উঠাৰ কোনো প্ৰত্যক্ষ প্ৰয়োজন নাছিল। কিন্তু যি সুঁতিত তাই উটি আহিছিল সেই সুঁতিতে এলবিনাও উটি অহা বাবে সিহঁত পৰস্পৰৰ সান্নিধ্যলৈ আহিল। সেই সুঁতি আছিল—জীৱিকাৰ সুঁতি—জীয়াই থকাৰ প্ৰচেষ্টাৰ সুঁতি।

ওৱাই-ডব্লিও-চি-এৰ হোষ্টেলটোলৈ অহাৰ আগতে 'যাযাবৰ'ৰ বৰ্ণনা তাইৰ মনলৈ আহিছিল। ভাবিছিল—এনে হোষ্টেলৰ বাসিন্দা

আটাইবোৰেই ইউক্লিডৰ সৰল ৰেখা আৰু দুদিন পাচত তায়ো সেই পৰ্য্যায়ৰে অন্তৰ্ভুক্ত হব লাগিব। কিন্তু এলবিনাই তাইৰ সেই ধাৰণা বেলেগ কৰি তুলিলে। ঘূৰণীয়া মুখখনৰ সেই টুকটুকীয়া ছোৱালীজনীয়ে তাইক যেন বুজাই দিলে—জীৱনটো কান্দিবৰ বাবে নহয়, হাঁহিবৰ বাবে, উপভোগ কৰিবৰ বাবে। এলবিনাৰ লগত তাইৰ ভালেখিনি সাদৃশ্যও আছিল।

এলবিনাৰ মাক সৰুতে ঢুকাইছে। দেউতাকে নতুনকৈ বিয়া নকৰালে; তেওঁ বিয়া কৰোৱাৰ বয়স যথেষ্ট আছিল। ইচ্ছা কৰা হ'লে তেওঁ নতুন বিয়া কৰাই এখন নতুন ঘৰত আৰামেৰে থাকিব পাৰিলেহেঁতেন। কিন্তু এলবিনা আৰু তাইৰ ভায়েক দুটাক লৈয়ে তেওঁ নিজৰ সুখৰ কথা পাহৰি গ'ল। গাঁৱৰ স্কুলত শিক্ষকতা কৰাতে শান্তি বিচাৰি পালে। গাঁৱৰ স্কুলৰ শিক্ষক আত্যৱন্ত হব নোৱাৰে; বিশেষকৈ যেতিয়া তিনিটাকৈ ল'ৰা-ছোৱালীক স্কুল-কলেজৰ শিক্ষা দিব লগা হয়, তেতিয়া সমস্যা জটিল হৈ পৰে। সেই কাৰণেই এলবিনাই ডিগ্ৰী ক'ৰ্চটো শেষ কৰিব নোৱাৰিলে। আপেক্ষিকভাৱে কম বয়সতে উপাৰ্জন কৰিবলৈ লব লগা হ'ল। অৱশ্যে এলবিনাহঁতৰ সমাজখনৰ দস্তুৰেই এনে। পুৰুষৰ ওপৰত নাৰীয়ে নিৰ্ভৰ কৰিলে নচলে।

তাইক এইজনী এলবিনাই সাত নম্বৰ ৰূমলৈ আদৰি নিছিল।

—তুমি ইয়াত একো অসুবিধা নোপোৱা। সেই খিৰিকীখন মেলি থবা। ৰাতি বাৰ বজালৈকে 'মিউজিক' শুনিবা। ৰাতিপুৱা প্ৰথমে প্ৰথম বেলিৰ পোহৰ পাবা। মন গ'লে তলৰ সেই সৰু ঘৰ কেইটালৈ চাবা, আঠ-ন বজাৰ ভিতৰত বিনা পইচাই 'চাৰ্চাচ' দেখিবলৈ পাবা।

কথাখিনি কৈ তাই খিলখিলাই হাঁহিছে।

তাৰ পাচত সিহঁত দুয়োজনীৰ প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠিছিল। এলবিনাৰ ক্ৰছবিদ্ধ যীশুৰ ছবিখনৰ মুখামুখিকৈ সন্মুখৰ বেৰখনত ৰাধাকৃষ্ণৰ যুগল-মূৰ্তিয়ে ঠাই পাইছিল। এলবিনাৰ স্কাৰ্ট ব্লাউছ আৰু 'ডাকমাণ্ডা' (বিহাৰ দৰে কাপোৰ) পিন্ধি তাই স্ফূৰ্তি কৰিছিল। এলবিনাই তাইৰ মুগাৰ ৰিহা-মেখেলা পিন্ধি বজাৰ কৰি আহিছিলগৈ।

জাৰ বা বতাহ বৰষুণৰ কাৰণে বন্ধৰ দিনত বাহিৰত ফুৰিবলৈ যাব নোৱাৰিলে সিহঁতে বিছনাত পেট পেলাই গল্প কৰিছিল। হাজাৰ গল্প.... গল্পৰ বিষয়বস্তুৰ তো অভাৱ নাই। অফিচৰ বৰবাবু, লোলুপ দৃষ্টিৰ



অফিচৰ ডেকা কেৰাণী দল, টুলৰপৰা টিকা দাঙিব নোখোজা অফিচ পিয়ন, অতিমাত্ৰাৰ আগ্ৰহ দেখুওৱা দোকানী চেলচমেন, বিনা কাৰণত পিচ ফালৰপৰা অট্টহাস্য কৰা চেঙেলীয়া ল'ৰাজাক, মটৰ গাড়ীৰ বেক চিটত বহি থাকি সিহঁতৰ গাৰ ফালে একেথৰে চাই ৰোৱা প্ৰৌঢ়ৰ দল—এই আটাইবোৰ ভাল গল্পৰ সামগ্ৰী। এইবিলাক বিষয়েও আমুৱালে সিহঁতৰ চিন্তাধাৰা আগবাঢ়ে গাঁৱৰ ফালে।

খেখ্ৰেং গাঁৱৰ স্কুলখনৰ মুকলি পথাৰখনত যেতিয়া ৰাংগালা নাচ হয় তেতিয়া 'আফাবাক্কা,' 'আমাবাক্কা,' বচন মাতি, মুখত কৃত্ৰিম গোঁফ, গাত চূণৰ আঁক দিয়া আৰু হাতত ঢাল-তৰোৱাল লোৱা 'বীৰ'জনে কি ভঙ্গীৰে প্ৰৱেশ কৰে তাক দেখুৱাবলৈ এলবিনা বিছনাৰপৰা নামি পৰে। সেইদৰে তায়ো, পিছলাৰ পাৰৰ নামঘৰত জয়দ্ৰথ বধ ভাওনা হ'লে কেনেকৈ ভীম আৰু জয়দ্ৰথ ''দুয়ো বীৰে, অতি ভয়ঙ্কৰ'', যুদ্ধ কৰে তাক অভিনয় কৰি দেখুৱাবলৈ ইতস্ততঃ নকৰে।

মম জ্বলাই চিঠি লিখাৰ পাচত দুয়োজনীৰে যেতিয়া টোপনি নাহিছিল, তেতিয়া পূব ফালৰ খোলা খিৰিকীখনেদি ভাহি অহা বাঁহীৰ সুৰ শুনি গাৰুত মূৰ গুঁজি সিহঁত নিৱৰ হৈ পৰিছিল। তেতিয়া ৱাল ক্লকটোৰ বিৰামহীন টক্ টক্ শব্দ দুয়োজনীৰ কাৰণে ভীষণ বিৰক্তিকৰ হৈ পৰিছিল।

নাম তাইৰ কল্পনা। এলবিনাই ইংৰাজী নাম দিছিল 'ইলুচন'—চমুকৈ ইলু। কল্পনা নামটো তাইৰ গাঁৱৰ দেউতাকে কিয় দিছিল, তাই ভাবি উলিয়াব নোৱাৰে। গাঁৱত নামকৰণ কৰে, জ্যোতিষী দেউহঁতে। এই দেউহঁতে গাঁৱৰ ছোৱালীৰ নাম সাধাৰণতে কলী, কপাহী, আৰু উৎকৃষ্ট হ'লে কাঞ্চনহে দিয়ে। কল্পনা, কৰবী আদি নামবোৰ দেউহঁতৰ গোষ্ঠীৰ কাৰণে একচেটিয়া। অৱশ্যে বহুত দেউৰ বিদ্যাবুদ্ধিয়ে তেনে নাম ঢুকিও নাপায়গৈ। তাইৰ দেউতাক এজন শিক্ষক কাৰণেই কিবা ভাবি তেনে এটা নাম ৰাখিছিল। হয়তো তাইক লৈ বহুত কথাই কল্পনা কৰিছিল। কিন্তু....

তাইৰ ভায়েকটোৱে দীঘলীয়া চিঠি লিখে। দদায়েক-খুৰীয়েকৰ লগত সি থাকে। ক্লাছ নাইনত পঢ়ে। গাঁৱৰ হাইস্কুল। ল'ৰাটো আন দহোটা গাঁৱৰ ল'ৰাৰ দৰে নহয়—কিছু ভাবুক। মাউৰা ল'ৰা বুলি আনে অনুগ্ৰহ দেখুওৱাটো সি সহ্য কৰিব নোখোজে। তাৰ কথা হ'ল—সি নিজৰ ভৰিৰ ওপৰত থিয় দিব। সি বায়েকক অৰ্থাৎ তাইক সেই কথাকে

বুজাবলৈ চেষ্টা কৰে। দেউতাক-মাকে সিহঁত দুটাৰ কাৰণে যিখিনি এৰি থৈ গ'ল, সেইখিনিৰে সিহঁত ভালদৰেই চলিব পাৰে। কিন্তু খুৰাকে সিহঁতৰ অভিভাৱকত্ব গ্ৰহণ কৰাৰ পাচত পৰিস্থিতিটো ওলোটা হৈ গ'ল। তাই দূৰণিত থাকি চাকৰি কৰি ভায়েকৰ পঢ়াৰ খৰচ যোগাব লগা হ'ল। সিহঁতৰ খুৰাক গাঁৱৰ মুখিয়াল শ্ৰেণীৰ মানুহ। মেল-মিটিং কৰে। ঘৰৰ খবৰ বৰকৈ নাৰাখে। মানুহে কয় তেওঁ কল্পনা আৰু প্ৰদীপৰ ক্ষেত্ৰতহে উদাসীন। নিজৰ পুতেক-জীয়েক চাৰিটাৰ কাৰণে সকলো ঠিক ঠাক। প্ৰদীপে কিছুমান সৰু সৰু কথা চিঠিত লিখে, যিবোৰ হয়তো ধৰিব লগা নহয়, অথচ চিন্তা কৰিলে তাইৰ বুকুখন ভাগি যায়। "মাকে খনে খনে গামোচা বৈছে নহয়, ইখনৰ পিচত সিখন ফালিবলৈ।" "নবাবৰ পুতেকৰ ক'ত এতিয়া শুই উঠিবৰ হব?" "বাপেকে শ-শ টকা এৰি গৈছেতো, পানী লাগিলেই ডাক্টৰী দৰৱ আনিবগৈ লাগিব।"—এইবোৰ খুৰীয়েকৰ উক্তি।

তাই চিঠি পঢ়ি দীঘলকৈ উশাহ লয়।

এলবিনাই গুৱাহাটী কেন্দ্ৰৰ ৰেডিঅ' নাটকৰ গেনগেনীয়া মাত উলিয়াই কয়, "অ' শুনিছানে ল'ৰাৰ মাক। আজি চাহটোপা লৰালৰিকৈ দিয়া। জিলাৰ বজাৰলৈ যাব লাগে। কিবা বোলেনে ফিলিম হৈছে তাতো। চাব লাগিব। তোমালৈ বাৰু ভাল গন্ধ তেল এবটলো আনিম দে। মন বেয়া নকৰি চাহটো দিয়া।" এলবিনাৰ পুৰুষ কণ্ঠ অনুকৰণৰ প্ৰচেষ্টা আৰু ভাষাৰ ব্যুৎপত্তিত তাইৰ হাঁহি উঠি যায়।

তাই কিন্তু নিজে কল্পনা নামটো সাৰ্থক কৰি তুলিছিল, তাইৰ মন, চকু মুখ সকলোতে আছিল নিখুঁত কল্পনা। কিন্তু আচৰিত কথা, সেই-বিলাক কল্পনাৰ কোনোটোৱেই বাস্তৱত ৰূপায়িত হোৱা নাছিল। তাই ভাবিছিল—ওমৰ খৈয়ামৰ দৰ্শনত বৰ্ণনা দিয়া জীৱনটো যাপন কৰিব—মাটিৰ বুকুত লীন হৈ যোৱাৰ আগতে জীৱন উপভোগ কৰিব—"উদ্দাম বসন্তৰ অগ্নিত শীতৰ অনুশোচনাৰ পৰিচ্ছদ দলিয়াই পেলাব।" কিন্তু সেয়া হ'ল ক'ত?

প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ ছোৱালীয়ে চিলং বা গুৱাহাটীৰ গাৰ্লচ কলেজত পঢ়াৰ দুৰাশা কৰিব নোৱাৰে। সেই কাৰণে শাড়ী, 'কচমেটিক' আৰু চুলিৰ ক্ষেত্ৰত বিলাসিতা কৰাৰ কথাও তাই ভাবিব নোৱাৰে তাইৰ উচ্চ শিক্ষাৰ গতিপথ গাঁৱত নতুনকৈ আৰম্ভ কৰা কলেজখনতে সীমাৱদ্ধ হৈছিল।



প্ৰি-ইউনিভাৰ্চিটী পৰীক্ষাত নতুন কলেজখনৰ প্ৰথম দলটোৱে খুব নাম কৰিলে। কল্পনাই দ্বিতীয় বিভাগ পালে, ভাগলপুৰ বিশ্ববিদ্যালয়ৰ-পৰা অহা ইংৰাজী অধ্যাপকজনে আনন্দতে মন্তব্য কৰিলে, "এ মিৰাকল্।" অধ্যক্ষই শুধৰাই দিলে, "এ ডিবেকল্। কল্পনাৰ দুৰ্ভাগ্য। তাই ভাল কলেজত পঢ়িবলৈ পোৱা হ'লে 'ষ্টেণ্ড' কৰিব পাৰিলেহেঁতেন।" বুদ্ধিদীপ্ত চকুযোৰেৰ গম্ভীৰ প্ৰকৃতিৰ মানুহজনে কোৱা কথাখিনিত কিমান সত্যতা আছিল তাক পৰীক্ষা কৰাৰ সুযোগ কিন্তু নোলাল। তাইৰ ছাত্ৰ জীৱন সিমানতে শেষ হৈছিল.......

তাইৰ ভাবধাৰাত ব্যাঘাত ঘটে।

নিশা এক বজাৰ পাচতো; বাঁহী বজাই থাকিবলৈ, এই মানুহবোৰক কিহে পায়? খাই-বৈ আৰু কাম নাই নেকি?

তথাপি—

সুৰটো ইমান মিঠা!

যেন বহুত মনৰ কথা প্ৰকাশ পাইছে!

তাইৰ টোপনি ধৰা নাই।

এলবিনা ঘৰলৈ গুচি গৈছে। আৰু নাহে। তাই নতুন জীৱন আৰম্ভ কৰিব। তাই পৃথিৱীখনকে নতুনকৈ চাবলৈ সুযোগ পাব। এই জীৱনটো, জীৱিকা অৰ্জনৰ বাবে দিনে নিশাই অক্লান্ত পৰিশ্ৰম কৰাতেই সীমাৱদ্ধ নহয়।

"ওহোঁ, আগৰ চিনা-জনা থাকিলেও প্ৰথমে মই মাত নিদিম," এলবিনাৰ চকু মুখত তেতিয়াই কৃত্ৰিম লাজ ফুটি উঠিছিল।

ৰমিঅ'ৰ লগত কলেজত পঢ়োঁতেই তাইৰ চিনাকি হৈছিল। এল-বিনাই হয়তো তেতিয়া ইমানবিলাক কথা ভবা নাছিল। ৰমিঅ'ই বি-এ পাছ কৰি দুটা বছৰ কেইবাখনো স্কুলত চাকৰি কৰিছিল। এতিয়া দুইমাল দূৰৰ হাইস্কুলৰ হেড্‌মাষ্টৰ হৈছে।

"আমাৰ হ'লে এহতীয়া ওৰণি থাকে, মুখকে দেখুৱাব নোৱাৰে, মাত মতাতো দূৰৈৰে কথা।"

"আজিকালিও নে?" এলবিনাই ব্যগ্ৰতাৰে সুধিছিল। তাই কৈছিল—"শোৱনি কোঠাত সোমাই চাবতো নোৱাৰি।" আৰু হাঁহিৰ জোৱাৰ উঠিছিল।

এলবিনাহঁত নিশ্চয় এতিয়া শোৱা নাই।

সমস্যা আছিল দুটা—

তাই নিজে জীয়াই থকাৰ আৰু ভায়েকটোক মানুহ কৰাৰ।

সেয়ে নোহোৱা হ'লে তাই ইমান দিনে কোনোবা গাঁৱৰ ঘৰৰ বাসিন্দা হব লগা হ'লহেঁতেন আৰু কুকুৰৰ ভুক্‌ভুকনিত সাৰ পাই উঠা অকমানি-টোৰ মুখত......ধেৎ, একেবাৰে অসভ্য।

অসভ্য!

ছবিত দেখা ফৰাচী দাৰ্শনিকৰ দৰে ডাঢ়ি ৰখা মানুহজন অফিচটোৰ আধা ডজন ডেকা অফিচ এছিষ্টেণ্টৰ 'লীডাৰ'। অফিচৰ ভিতৰত 'লীডাৰ'ৰ মেজৰ কাষত প্ৰায় প্ৰতিদিনেই এখন 'কন্‌ফাৰেন্স' বহে। আলোচনা আৰম্ভ হয় ৰাতিপুৱাৰ বাতৰি কাকতখনত প্ৰকাশ পোৱা বিভিন্ন খবৰ লৈ। প্ৰত্যেকটো খবৰৰ সম্পৰ্কতে তেওঁলোকৰ নিজা মন্তব্য থাকেই। কিন্তু 'লীডাৰ'ৰ অভিমতেই হয় চূড়ান্ত। মানুহজনৰ নাম কি তাই নাজানে। সকলোৱে 'লীডাৰ' বুলিয়েই মাতে। এলৰিনায়ো তেওঁক 'লীডাৰ' বুলিয়ে জানিছিল।

তাই প্ৰথম দিনা অফিচৰপৰা ওলাই গৈছে। লীডাৰ আৰু তেওঁৰ সঙ্গীবৃন্দই আলিবাটৰ দাঁতিৰ পাণ-তামোলৰ দোকানখনত ধুম্ৰ পানত ব্যস্ত হৈ পৰিছিল। কোনোবা এজনে ক'লে,

"নতুন সহকৰ্মী। বেছ ধুনীয়া কিন্তু।"

টেৰিলিনৰ চাৰ্ট পিন্ধা চঞ্চল প্ৰকৃতিৰ ডেকা এজনে ক'লে,

"আল্ট্ৰা মডাৰ্ণ। ডবল পিৰামিড।"

চাৰি গজমান দূৰত থাকি কৰা এই মন্তব্যবোৰ কাণত পৰাত তাইৰ একো অসুবিধা হোৱা নাছিল। তাই নিজৰ ফালে চাইছিল। এই ডেকা মখাই পৰিপাটীকৈ কাপোৰ পিন্ধাও সহ্য কৰিব নোৱাৰে। তাই ভাবিছিল এইটো অফিচত কাম কৰাই দুৰ্বহ হব।

কিন্তু লীডাৰৰ ধমক শুনিলে।

"অসভ্য।"

পিচ দিনা অফিচৰ চকীখনত বহিছোঁগৈ মাত্ৰ—লীডাৰ সমুখত থিয় দিলেহি।

"আপোনাক আৰম্ভণিতে ক্ষমা খুজিব লগা হ'ল। কালি আমাৰ উতনুৱা এটাই অসংযত মন্তব্য কৰা বাবে লাজ পাইছোঁ। আমি সকলো ভাই-ভনী। একেটা চকৰিৰে দাঁত। একে পথৰে যাত্ৰী। আমাৰ



মাজত ভুল বুজাবুজি থাকিব নালাগে। আশা কৰোঁ আপুনি বেয়া নাপাব।"

লীডাৰ সঁচাকৈয়ে নেতা।

বাঁহীৰ সুৰ এয়া নিশাৰ নিৰ্জনতাত মিলি গৈছে।........

ভালপোৱা মানুহৰ আদিম প্ৰকৃতি। কেতিয়া বুকুৰ মাজত এই প্ৰবৃত্তিটো জাগে আগতে জানিব পৰা হ'লে হয়তো বহুত মানুহ সংযত হ'লহেঁতেন। কিন্তু সেয়ে নোহোৱা বাবে বহুতো বিশৃঙ্খলাৰ সৃষ্টি হৈ আহিছে।

পিছলা নদীৰ দলঙৰ ৰেলিঙত বহি বাঁহী বজোৱা মানুহজনৰ আঁতি-গুৰি বিচৰাৰ হয়তো কোনো প্ৰয়োজন নাছিল। কিন্তু তেওঁক কলেজৰ ফ্ৰেচমেন চ'চিয়েললৈ কোনে মাতি নিছিল? সিহঁতে আৰু আৰ্টিষ্ট বিচাৰি পোৱা নাছিল?

মনৰ দাগবোৰ তুলিবলৈ চিয়াঁহীৰ দাগ তুলিব পৰা ই-চিৰ দৰে কিবা এবিধ বস্তু থকা হ'লে!..........

নিশা দুই বাজি গৈছে। তাইৰ মনত অলেখ ভাবৰ খলকনি।

এলৰিনাই কৈছিল—

লীডাৰৰ কিন্তু দুটা বৰ ভাল গুণ আছে। মানুহজন অতি উদাৰ আৰু পৰোপকাৰী। বিয়া নকৰোৱা মানুহ। নিজৰ কোনো নাই বোধহয়। সেই কাৰণেই বিয়া কৰাবলৈ কোনেও কোৱা নাই।

অলপ বৈ তাই কৈছিল—"তেওঁ কিন্তু তোমালোকৰ হিন্দু মানুহেই। ডাঢ়িটো দেখি তুমি মুছলমান বুলি ভাবিছা নেকি?"

তাইৰ কথাত হাঁহি উঠিছিল। ইঙ্গিতটো তেনেই পোনপটীয়া আছিল।

লীডাৰৰ কাৰণেই ওৱাই-ডব্লিও-চি-এত তাই 'চিট'টো পালে। ঘৰৰপৰা আহি সম্বন্ধীয়া মাহীয়েকৰ ঘৰত কটোৱা মাহটোৰ তিতা অভিজ্ঞতাখিনি এতিয়া তাইৰ মনত নপৰা হৈছে।

ইউনিয়নৰ মিটিঙৰ সময়ত লীডাৰৰ ঘৰলৈ গৈ দেখিলে—"ছন্নছাড়া' মানুহ। কাপোৰ-কানি, বিছনা-পত্ৰ, কিতাপ-কাগজ থোৱাৰ লাগ-বান্ধ নাই। নিজৰ অজ্ঞাতসাৰে সেইবোৰ চাফ-চিকুণ কৰাত লাগি গৈছিল তাই।

তেওঁ কৈছিল, "এদিন ঠিক ঠাক কৰিলাই বা লাভ কি হব?"

"সদায় ঠিক ঠাক কৰি ৰখাৰ বন্দোবস্ত এটা কৰিলেইতো হয়।"

"তোমাক তুমি বুলিয়েই মাতিছোঁ, বেয়া নাপাবা। আউল লগা পৃথিবীখনত মই অকলে নিজগুণীয়া হৈ চলিব খুজিলে কেনেকৈ হব?

নিজে আৰাম কৰিলে আনৰ দুখ বেদনা অনুভৱ কৰিম কেনেকৈ ?” লীডাৰে কৈছিল।

খুড়াদেৱেকে ভাবিছিল—বিয়া পাতি দিলেই সকলো ঠিক হৈ যাব। কিন্তু তাই কাক বিয়া কৰাব ? বিয়া আৰু প্ৰেম দুটা স্বকীয়া বস্তু বুলিতো তাই ভাবিবলৈ শিকা নাই। সেই কাৰণে তাই এই পথটোকে বাছি ললে—চাকৰিকে কৰিব। জীৱনৰ সকলোখিনি জলাঞ্জলি দিব নোৱাৰি। তাই সংগ্ৰাম কৰিব—জীয়াই থকাৰ বাবে যুদ্ধ কৰিব। খুড়াদেৱেকহঁতে তাইৰ কথা ভাবিবলৈ এৰি দিছে। দিয়ক, কোনো ক্ষতি নাই।

আলমক তাই দেখিছে। সিও তাইক দেখিছে। কিন্তু সি তাইক নামাতে কিয় ?

নহয়। সি শিল্পী। সি তাৰ বাঁহীৰ ভূপালী, বেহাগৰ সুৰেৰে আবেদন জনায়। সি কাপুৰুষ নহয়। সি পিছলাৰ পাৰত থাকোঁতে গান শিকোৱা ছাত্ৰীজনীক পাহৰি যোৱা নাই। ‘অভাবচিয়াৰ’ স্বৰূপে তাৰ কাম নিৰস হ’লেও তাৰ এখন অন্তৰ আছে। তথাপি সি সমাজলৈ ভয় কৰে, তাইৰ কাৰণে, তাৰ নিজৰ কাৰণে নহয়—সিহঁতে বিয়া কৰোৱা মানে প্ৰচলিত সমাজব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা হব। চিঠিখনত সি তাকেই লিখিছে, সি তাইৰ সন্মান হানি হোৱাটো সহ্য কৰিব নোৱাৰে।

টং,—টং,—টং। পশ্চিম ফালে বোধহয় জোন ওলাইছে। ৰেল-গাড়ীখনৰ শব্দ মাৰ গৈছে।

তাইৰ সিদ্ধান্ত স্থিৰ। তাই যি কোনো পৰিস্থিতিৰ সম্মুখীন হবলৈ সাজু। জন্ম, মৃত্যু, বিবাহ মানুহে ভবা মতে নহয়—সেই সকতে দেউতাকে কৈছিল। তাই এটা অস্বাভাৱিক কাম কৰা নাই। দেউতাক-মাকৰ আত্মাই তাইক ক্ষমাই কৰিব। মাকে তো শিকাইছিল—মানুহৰ ভিন পৰ ভাব থাকিব নালাগে। সকলো মানুহ এক ভগৱানৰ সন্তান। আৰু ভায়েকটো। তাক প্ৰত্যয় নিওৱাটো সহজ। সি নতুন এখন পৃথিৱীৰে কল্পনা কৰিছে। এতিয়াই সি চিঠিত লিখে—“বাইদেউ, মানুহ জাতি-টোক ধ্বংসৰ মুখৰপৰা ৰক্ষা কৰিবলৈ হ’লে আমি মনৰ ভাবধাৰা সলাব লাগিব। আমি যুদ্ধ কৰিব লাগিব। হয়তো মই আৰু মোৰ দৰে কিছুমানে প্ৰাণ দিব লাগিব। আমি নিজক বলি দি যদি মানৱ সমাজৰ কিছু উপকাৰ কৰিব পাৰোঁ, তেন্তে সেয়ে হব জীৱনৰ শ্ৰেষ্ঠ গৌৰৱ।”



কিন্তু এয়াতো কলিৰ প্ৰশ্ন নহয়। আলম বদলি হৈ গুৱাহাটীলৈ আহিছিল। তাইতো জনা নাছিল যে এদিন তাই সিহঁতৰ ‘মেছ’টোৰ কাষৰ দুমহলীয়া ঘৰটোতে থাকিব লাগিব। আকৌ আগৰ দৰে তাৰ বাঁহীৰ সুৰ শুনিবলৈ পাব ; তাৰ ক’লা চুলিখিনি, বহল বুকুখন আৰু সৰলতা ভৰা মুখখন দেখিবলৈ পাব।

দূৰত কুকুৰা এটাই ডাক দিছে। এলবিনা আৰু ৰমিত’ হয়তো ওচৰা-উচৰিকৈ শুই পৰিছে।

দুৰ্গাপূজা উপলক্ষে ৰঙা-নীলা বেলুনবোৰ ওলোমাই থোৱা দোকান-খনৰ কাষত বৈ তাই সেইবোৰ চাইছিল। বৰ ভাল লাগিছিল। তাই যেন কেইটামান লৈ দৌৰি ফুৰিব।

“কল্পনা .....” লীডাৰৰ মাতত তাইৰ চেতনা আহিল। সন্তৰ্পণে ক’লে, “ককাইদেউ।”

“এওঁ ?” আলমৰ ফালে চাই তেওঁ প্ৰশ্ন কৰিলে।

আলমেই মাত দিলে—“হয়, চাহ আলম, চেকচনেল অফিচাৰ, গুৱাহাটী ডিভিজন, পি-ডব্লিও-ডি, ।” তাই ক’লে, “ককাইদেউ, আপোনাক সবিশেষ কোৱাই নহ’ল।” লীডাৰে ক’লে, “বাতৰি কাকতত খবৰটো পাইছোঁ। ভাল লাগিছে। আমি পতঙ্গ হ’লেও আমাৰ গান অথলে নাযায়। মুখেৰে বিশ্ব চৰকাৰ গঠন কৰিব খোজা নেতা দলটোৱে এদিন উপলব্ধি কৰিব লাগিব যে সম্প্ৰদায়, প্ৰদেশ আৰু শ্ৰেণীৰ ব্যৱধান দূৰ নোহোৱালৈকে মানৱ জাতিৰ ঐক্য-সংহতি গঢ়ি নুঠে।”

# ক্ষণিকা

শ্ৰীনিৰুপমা বৰগোহাঞি

প্ৰথমতে এটা হামি কাঢ়ি, তাৰ পাচত গাটো এঙামুৰি কাঢ়ি বন্দনাই কৈ উঠিল—"অসহ্য লাগিছে আৰু, কেতিয়া যে গাড়ীখন গেৰেজৰপৰা ওলাব। এই দহ দিনতে মোৰ দহযুগ যেন লাগি গৈছে। কেতিয়া যে এই মৰিশালীখনৰপৰা ওলাই এবাৰ মানুহৰ ৰাজ্যৰপৰা ঘূৰি আহিমগৈ!"

বন্দনাৰ বিৰক্তিসূচক মন্তব্যটো শুনি গিৰীয়েক তাৰক দত্তই মুখৰ চিগাৰেটটোৰ কেইহোপামান মাৰি তাইৰ ফালে এবাৰ চালে আৰু ক'লে—"ঘৰত সোমাই থাকি ইমান বিৰক্তি বোধ কৰি থকাতকৈ 'কেম্পাচ'ৰে কাৰোবাৰ ঘৰৰপৰা ঘূৰি নাহাগৈ কিয় ?"

বন্দনাৰ মুখখন বিৰক্তিত বিকৃত হৈ উঠিল—এই দহদিনে সেই কামটো কৰিবলৈ বাদ দিছোঁনে ? তোমালোকৰনো কেইজন প্ৰফেছৰে বিয়া কৰাইছে প্ৰতি ঘৰে ফুৰি এই দহোটা দিনৰ আবেলিবোৰ কটাবলৈ ? গোটেই কেম্পাচটোৰ ভিতৰত যাবলগীয়া মানুহ দেখোন মুঠে চাৰি ঘৰহে আছে। সেই কেইঘৰলৈকে বাৰে বাৰে যামনো কিমান ?"

ঘৈণীয়েকৰ কথাৰ উত্তৰত তাৰক দত্তই আৰু একো নামাতিলে। বন্দনাই ঠিকেই কৈছে। কেম্পাচটোত মাত্ৰ কেইঘৰ মানহে পৰিয়াল থকা মানুহ আছে। এই ইঞ্জিনীয়াৰিং কলেজটো স্থাপিত হোৱাৰ মাত্ৰ ছয় বছৰহে হৈছে। ইয়াত কাম কৰা ইঞ্জিনীয়াৰবোৰ বেছিভাগেই কম বয়সীয়া ডেকা মানুহ। তাৰ ভিতৰত তেওঁকে ধৰি আৰু মাত্ৰ চাৰিজন প্ৰফেছৰেহে বিয়া কৰাইছে। গতিকে কেম্পাচটো তেনেকৈ জনপূৰ্ণ



হব পৰা নাই। বিৰাট বিৰাট কোৱাৰ্টাৰবোৰ মাইকী মানুহৰ কথা-বতৰা, ল'ৰা-ছোৱালীৰ কাকলিৰে ভৰি পৰিবলৈ এতিয়াও আৰু কেবা বছৰো লাগিব।

তাৰক দত্তৰ বিয়া হোৱাৰ মাত্ৰ এবছৰহে হৈছে। ঘৈণীয়েক বন্দনা গুৱাহাটী নগৰৰ ছোৱালী। সৰুৰেপৰা নগৰৰ হাই-উৰুমিৰ মাজত ডাঙৰ-দীঘল হৈ আহিছে। গতিকে বিয়াৰ পাচত যেতিয়া গিৰীয়েকৰ লগত ইয়াত থাকিবলগীয়া হ'লহি, তাইৰ ঠাইখন মৰিশালী যেন লাগি গ'ল—মৰিশালীৰ দৰেই অখণ্ড নিৰৱতা বিৰাজ কৰিছে। এনেকুৱা ঠাইত কিছুদিন ফুৰিবলৈ আহি কটাই যাব পাৰি কিন্তু সদায় থাকিবলৈ যেন অসহ্য লাগি যায়, বিশেষকৈ সিহঁতৰ দৰে ইমান কোলাহলপূৰ্ণ নগৰীৰ-পৰা আহি। চহৰৰপৰা এইখিনি ঠাই চাৰি মাইল দূৰ। কলেজৰ নিজস্ব মাটিৰ আয়তন খুব বেচি। ইয়াৰ দূৰে দূৰে এফালে পাহাৰ, এফালে চহৰলৈ যোৱা চিধা পকী ৰাস্তা, এফালে বিৰাট বিস্তীৰ্ণ এখন পথাৰ আৰু এফালে বাঁহেৰে আগুৰি থকা এখন গাঁৱৰ সীমাৰেখা।

নতুনকৈ ফুৰিবলৈ অহা মানুহবোৰে কিন্তু ঠাইডোখৰৰ প্ৰশংসা কৰে—ইমান নিৰলা—বেছ ভাল লাগে। কিন্তু বন্দনাৰ কেতিয়াবা কেতিয়াবা অসহ্য লাগি যায়। বন্দীশাল এখনত থকাৰ দৰেই অনুভূতি এটা জাগে। সমাজ বোলা কথা এটা নাই, এনেকুৱা ঠাইতো মানুহ সদায় থাকিব পাৰিনে ? অৱশ্যে প্ৰাকৃতিক সুন্দৰ পৰিবেশে তাইক খুব মুগ্ধ কৰে—কিন্তু তাক অলপ সময়ৰ কাৰণেহে উপভোগ কৰিব পাৰি—চিৰজীৱন হ'লে তাৰ মাজতে কটাব নোৱাৰি। অন্ততঃ বন্দনাৰ দৰে সদায় হুলস্থূলৰ মাজত কটাই অহা ছোৱালীৰ পক্ষে এনে নিমাও-মাও পৰিবেশত জীৱন কটোৱাটো বৰ কষ্টকৰ হয়।

অৱশ্যে এইটোৱে যেনিবা ভাল কথা—তাই সদায় ঘৰত সোমাই থাকিব নালাগে। তাৰকৰ গাড়ী এখন আছে আৰু স্বামী হিচাবে তাৰক খুব মৰমিয়াল আৰু সহানুভূতিশীল। বন্দনাৰ কষ্ট তেওঁ সদায় বুজিবলৈ যত্ন কৰে আৰু এই ঠাইখনত সোমাই থাকি আমনি লগাৰপৰা হাত সৰুৱাবলৈ প্ৰায়ে গাড়ীৰে বন্দনাক চহৰলৈ ফুৰাবলৈ লৈ যায়। কিন্তু আজি কেবা-দিনো ধৰি গাড়ীখন গেৰেজত পৰি থকাই বন্দনাৰ অশান্তিৰ পাৰ নাই। ঘৰতে সোমাই থাকি থাকি বিৰক্তি লাগি গৈছে।

কিছুসময় দুয়ো গিৰীয়েক ঘৈণীয়েক মনে মনে ৰ'ল। তাৰক দত্তই আৰু এডাল চিগাৰেট জ্বলাই হুপিবলৈ ধৰিলে আৰু বন্দনাই গাটো লৰাই-

চৰাই বেতৰ চকীখনত বহি লৈ সন্মুখৰ জনবিৰল ৰাস্তাৰ ফালে চাই ৰ'ল।

হঠাৎ কিবা এটা ভাল কথা মনত পৰাৰ দৰে তাৰক দত্তই সেই নিৰৱতা ভঙ্গ কৰি উৎসাহিত মাতেৰে কৈ উঠিল—"আজি আমি সেই গাঁওখনৰপৰাই ফুৰি আহোগৈ ব'লা বন্দনা। সদায় যাওঁ যাওঁ কৰি থাকোঁতেই গৈছে—এদিনো হ'লে আৰু যোৱা হৈ উঠা নাই।"

"যাব পাৰিতো।" খুব উৎসাহিত নহ'লেও আপত্তিও নকৰিলে বন্দনাই। দূৰৰ সেই বাঁহেৰে ঘেৰা গাঁওখনলৈ ফুৰিবলৈ যোৱাৰ প্ৰস্তাৱ মাজে মাজে বন্দনাই তাৰকক দিয়ে থাকিছিল আৰু তাৰকেও শলাগি কৈছিল—"এবা গাঁ ওখনলৈ ফুৰিব যাবলৈ নিশ্চয় ভাল লাগিব। ওলাবা কেতিয়াবা 'যাম"—কিন্তু সেই যোৱা কথাটো দুয়োৰো আলোচনাতে সীমাবদ্ধ হৈ থাকিছিল, অতদিনে সি কাৰ্য্যত পৰিণত হোৱাগৈ নাছিল। অথচ যাবলৈ দুয়োজনৰে আগ্ৰহৰ অভাৱ ঘটা নাছিল। কিন্তু কি যে হয়, সদায় আবেলিবোৰ আহে আৰু তাৰে বেচিভাগ দিনেই তাৰকে গাড়ী লৈ ঘৈণীয়েকক লৈ চহৰৰ ফালে ওলাই যায়। তাৰ পাচত আজি অতদিনৰ মূৰত যেনিবা সচাকৈয়ে সেই যোৱাটো হৈ উঠিব।

"অলপ ফিৰফিৰীয়া ঠাণ্ডা বতাহ মাৰিছে দেখোন, সামান্য জাৰ লাগিছে, গাত শ্বাল এখন লৈ আহোঁ ৰ'বা!"

আন একো প্ৰসাধনৰ বা সাজ-পোছাকৰ প্ৰয়োজন নাছিল বন্দনাৰ। অফুৰন্ত সময়ৰ আবেলিটোৰ একাংশ ধুনীয়া বন্দনাই নিজক সজাই-পৰাই আৰু ধুনীয়া কৰাতে ব্যয় কৰে।

শ্বাল লৈ দুই মিনিটৰ পাচতে বন্দনা ওলাই আহিল।

তেতিয়া চাৰিওফালে ৰঙা ৰ'দৰ প্লাৱন নামিছিল। ফাগুন মাহৰ আবেলিৰ মিঠা ৰঙা ৰ'দ। ফিৰফিৰীয়া বতাহ একোজাক আহি গাবোৰ শিঁহৰাই থৈ যায়।

"বাঃ—আজি আবেলিটো ইমান ধুনীয়া হৈছে,"—আলিবাটত ভৰি দিয়ে বন্দনাই মন্তব্য কৰিলে।

"এবা সঁচায়ে বৰ ধুনীয়া হৈছে। বসন্ত কালৰ আবেলিবোৰ ধুনীয়া হয়েই। আমাৰ দৰে গাড়ীত উঠি ঘূৰি ফুৰা মানুহবোৰে কিন্তু এনে সময়বোৰ উপভোগ কৰিবলৈ নাপাওঁ"—অলপ যেন আক্ষেপৰ সুৰতেই ক'লে তাৰকে।



যদিও অলপ আগলৈকে গাড়ীত উঠি চহৰৰ ফালে ফুৰিবলৈ যাব নোপোৱাৰ বাবে হা-হুতাহেই কৰি আছিল বন্দনাই, এতিয়া তায়ো গিৰীয়েকৰ কথাকে সমৰ্থন কৰি কৈ উঠিল—"কথাটো পিছে সচা। গাড়ীত উঠি ফুৰি আমি বহুতো ধুনীয়া প্ৰাকৃতিক দৃশ্য 'মিছ' কৰিছোঁ। এতিয়াই চোৱাচোন—এই যে আবেলিৰ ৰঙা ৰ'দ পৰি বাটটোৰ ঘাঁহবোৰৰ ইমান আচৰিত সুন্দৰ বৰণ হৈছে,—সেই ঘাঁহৰ ওপৰেদি আমি খোজ কাঢ়ি আহিছোঁ, মূৰৰ ওপৰৰ আকাশখনৰ খণ্ড খণ্ড মেঘবোৰত ৰঙা ৰ'দ পৰি অপূৰ্ব দৃশ্যৰ সৃষ্টি কৰিছে, সেই আকাশৰ তলেদি জাক জাক বগলী উৰি গৈ দিগন্তত মিলি গৈছে—এই অদ্ভুত সুন্দৰ দৃশ্যবোৰ আমি জানো গাড়ীত উঠি উপভোগ কৰিব পাৰিলোঁহেঁতেন........"

তাৰক দত্তই প্ৰায় সশব্দে হাঁহি উঠিল—"মই এটা ইঞ্জিনীয়াৰ হৈ প্ৰকৃতিৰ সৌন্দৰ্য্যত আত্মহাৰা যে হৈ যাওঁ সেই কথাটো কিবা বিসঙ্গতিপূৰ্ণ যেন লাগি আছিল অতদিনে। কিন্তু তুমি আমাৰ এই বনৰীয়া ঠাইডোখৰত থাকি অতিষ্ঠ হৈ উঠি আকৌ প্ৰকৃতিৰে মুগ্ধ বৰ্ণনা দিয়াটো মোৰ আৰু বেচি বিসঙ্গতিপূৰ্ণ যেন লাগিছে, বন্দনা"—

বন্দনাই মুখ ওন্দোলাই উত্তৰ দিলে—"প্ৰকৃতিক মই তোমাতকৈ কোনো গুণে বেয়া নাপাওঁ—কিন্তু সদায় সকলো সময়তে সমাজৰপৰা আঁতৰি বনৰীয়া ঠাইত থাকিলে মানুহ পাগল হৈ যাবলগীয়া হয়—বুজিছা? এ—আমি দেখোন গাঁও পালোঁহিয়েই, ইমান ওচৰনে? অথচ চোৱাচোন ইমান ওচৰতে ইমান সুন্দৰ প্ৰাকৃতিক পৰিবেশৰ মাজৰ ঠাই এখনলৈকে আমাৰ আজি অত দিনে অহা হৈ উঠা নাই"— বন্দনাৰ মাতত আক্ষেপৰ সুৰ জাগিল।

তাৰকে অলপ হাঁহি ক'লে—"ৰবীন্দ্ৰনাথেনো এনেই কৈছিল নে—আমি বহুত খৰচ কৰি বহুত দূৰলৈ সুন্দৰ দৃশ্য চাবলৈ ঢাপলি মেলোঁ, কিন্তু ঘৰৰ দাঁতিতে ঘাঁহৰ ওপৰত জিলিকি থকা নিয়ৰ কণাৰ অতি সুন্দৰ দৃশ্যটো চকু মেলিও নাচাওঁ"—

বন্দনাহঁত তেতিয়া গাঁৱৰ প্ৰৱেশ ৰাস্তাত ভৰি দিছিল। ইমান পৰে সিহঁতে যি ৰাস্তাৰে গৈ আছিল সেইটো আছিল এটা অতি মুকলি ৰাস্তা—কলেজৰ সৰ্বসাধাৰণ ৰাস্তা, কিন্তু এতিয়া গাঁৱলৈ সোমোৱা বাটটোত ভৰি দিয়াৰ লগে লগেই সিহঁতৰ এনে লাগিল যেন হঠাতে দৈত্যৰ দৰে দীঘল ভৰিৰে "এটা খোজ দিয়েই" সন্ধিয়াটো নামি আহিল। তাৰ কাৰণ হ'ল

সেই গাঁৱলীয়া বাটটোক দুয়োফালে বাঁহৰ জোপাবোৰে এনেকৈ আৱৰি ধৰিছিল যে তাত খুব কম পৰিমাণেহে বেলিৰ পোহৰ পৰিছিল। কিন্তু সেই আন্ধাৰখিনিতো ঠিক ক'লা আন্ধাৰ নহয়—বন্দনাই মনতে ভাবিলে, বাঁহ গছৰ অজস্ৰ পাতবোৰৰ কাৰণেই নেকি, সেই আন্ধাৰখিনিকে তাই খুব কোমল মায়াময় সেউজীয়া যেন লাগিল। বন্দনাৰ তেতিয়া মনত পৰি গ'ল কলেজত পঢ়ি অহা কীট্‌চৰ নাইটিংগেল চৰাইৰ ৰাজ্যখনৰ 'গ্ৰীন ডাৰ্কনেছ'ৰ কথা। সাধাৰণতে মনলৈ অহা প্ৰায় প্ৰতিটো কথাই বন্দনাই তাৰকক কৈ পেলায়, কিন্তু এই পথটোত সোমাই তাৰ নিৰৱতাখিনি বন্দনাৰ ইমান ভাল লাগি গ'ল যে কথা কৈ তাক ভঙ্গ কৰিবৰ তাইৰ মন নগ'ল। মনটো যেন হঠাতে মোহাবিষ্ট হৈ গ'ল।

কিন্তু সেই অদ্ভুত আন্ধাৰৰ পথখিনি বেচি দীঘলীয়া নহ'ল। অলপ দূৰ গৈয়ে সিহঁতে এডোখৰ মুকলি ঠাইত ওলালগৈ। তাৰ বাটটোৰ এদাঁতিত গাঁওখনৰ সৰু সৰু খেৰৰ ঘৰবোৰ।

বন্দনাহঁত গাঁওখনৰ ভিতৰ সোমালহি।

ইমান পৰৰ নিৰৱতা ভাঙি তাৰক দত্তই এইবাৰ বন্দনাৰ মুখৰ ফালে চাই মিচিকিয়া হাঁহি এটা মাৰি সুধিলে—"কেনে লাগিছে বন্দনা?"

অলপ হাঁহি বন্দনাই উত্তৰ দিলে—"বেছ ভাল লাগিছে। ইমান পানী দিয়াৰ পাচতো আমাৰ চীজন ফ্লাৱাৰবোৰ আৰু ঘাঁহনি ডৰা কেনেকৈ শুকাই গৈছে নহয়—ফাগুন মাহৰ ৰুক্ষতা আমাৰ প্ৰায় প্ৰতি গছবিলাকতে ফুটি ওলাইছে। অথচ ইয়াৰ অযত্ন-পালিত গছ-বনবোৰলৈ চোৱাচোন—এনে যে সেউজী সমাৰোহ চাৰিওফালে, চকু জুৰ পৰি যায় দেখিলে।.... সেইটো বাৰু কি ফুলৰ গন্ধ আহিছে? এনে মন মতলীয়া কৰা গন্ধ মই আগতে পোৱাই নাছিলোঁ"——

বন্দনাৰ কথা ঠিকেই—তাৰকে নিজেও গাঁওখনত ভৰি দিয়াৰ লগে লগে সেই ফুলৰ অপৰ্য্যাপ্ত সুবাস পাইছিল। কিন্তু বন্দনাৰ দৰে তেওঁৰ কাৰণে গন্ধটো অচিনাকী নাছিল, নাকত লগাৰ লগে লগেই তেওঁ বুজি-ছিল, যে সেইটো ৰবাব টেঙাৰ ফুলৰ গন্ধ। এতিয়া তেওঁ নামটো বন্দনাক কোৱাৰ লগে লগে তাই কৈ উঠিল—"কি আচৰিত কথা—ইমান সাধাৰণ মিঠা গন্ধ। গাঁওবোৰৰ বোধহয় এইটো এটা বিশেষত্বই—চোৱাচোন প্ৰত্যেকটো সৰু আৰু সাধাৰণ বস্তুকে কি ধুনীয়া লাগিছে। সৌ যে খেৰৰ ঘৰৰ চালত পাৰযুৰি পৰি আছে, লাউ বগাইছে, পৰিষ্কাৰ বগা



চোতালখনত দামুৰী পোৱালীটোৰ লগত অকণমান ল'ৰাটোৱে খেলা কৰিছে, বুঢ়াটোৱে চোতালৰ এমূৰত বহি ধঁপাত হুঁপি আছে—এই সকলোবোৰ সৰু সৰু দৃশ্যই যে কি অপৰূপ লাগিছে তোমাক কি কম"—

কথা কৈ কৈ সিহঁত দুয়ো গাঁৱৰ মাজেৰে আগ বাঢ়িছিল। তাৰ পাচত আৰু কিছুদূৰ গৈ সিহঁত এনে এডোখৰ ঠাইত ওলালগৈ য'ৰপৰা বাটটো দুফালে ভাগ হৈ গৈছে। তাৰে এটা বাট গৈছে গাঁৱৰ ঘন বসতি অঞ্চলৰ ফালে আৰু ইটো বাট কিছদূৰ গৈ এখন সৰু হাবিৰ দৰে ঠাইত সোমাই পৰিছেগৈ।

তাৰক ৰৈ গ'ল।

"এইবাৰ কোন ফালে যাবা বন্দনা?"

"মানুহ থকা ফালে যাবলৈ আৰু ভাল লগা নাই, এই লুংলুঙীয়া হাবিৰ বাটটোৰে অলপ গৈ থাকোঁ বলাচোন, ক'ত ওলাব পাৰি"—

"ব'লা তেন্তে"—তাৰকে আকৌ খোজ ল'লে।

আকৌ আৰম্ভ হ'ল সেউজী আন্ধাৰৰ সমাৰোহ। এইবাৰ বাটটোৰ দুয়ো দাঁতিত অকল বাঁহৰ জোপাবোৰেই আগুৰি থকা নাছিল, তাৰ লগে লগে আছিল অজস্ৰ বনৰীয়া গছৰ জোপোহা—সেইবোৰে বাটটো দুয়োফালৰপৰা এনেকৈ হেঁচি ধৰিছিল যে ফলত বাটটো আৰু ঠেক হৈ পৰিছিল। তাৰক আৰু বন্দনা দুয়োৰো গাৰ কাপোৰ সেই গছবোৰত ঘঁহনি খাই গৈছিল। তাৰে কিছুমানত আকৌ অজস্ৰ সুগন্ধি ফুল ফুলি ঠাইখন আমোলমোলাই ৰাখি-ছিল। সূৰ্য্যৰ পোহৰ তেতিয়া ম্লান হৈ আহিছিল। সেই ম্লান পোহৰ আৰু শেঁতা পৰি গৈছিল বাঁহ গছবোৰে ঠাইখন আগুৰি থকা বাবে। তথাপি তাৰ পাতবোৰৰ ফাঁকেৰে দুই এটা পোহৰৰ ৰেখা আহি বনৰীয়া গছবোৰৰ পাতবোৰৰ অ'ত ত'ত সিঁচৰতি হৈ পৰিছিল। তেতিয়াও ফিৰফিৰীয়া বতাহ বলিয়েই আছিল আৰু এনে লাগিছিল যেন হালিজালি থকা পাতবোৰত উঠি সোণালী ম্লান ৰ'দৰ ৰেখাবোৰেও বতাহৰ তালে তালে নাচি আছে।

সেইফালে চাই চাই বন্দনাৰ মনটো হঠাৎ আবেগেৰে উথলি উঠিল—তাই তেতিয়া গুণগুণাই গাই উঠিল—"এইতো ভালো লেগেছিলো আলোৰ নাচন পাতায় পাতায়"—

এটা মাত্ৰ ৰবীন্দ্ৰ সঙ্গীতৰ কলি কিন্তু তাৰকৰ এনে ভাব হ'ল—সেই এটা গানৰ কলিতেই যেন সমস্ত নিৰ্জন বননি সঙ্গীতৰ মূৰ্ছনাৰে ঝঙ্কৃত হৈ উঠিল। ইমান পৰে সেই নিস্তব্ধ বাঁহৰ জাৰণিখন অকল এটা দুটা নামহীন চৰাইৰ মাতেৰেহে মুখৰিত হৈ উঠিছিল, এতিয়া বন্দনাৰ গানৰ ঝঙ্কাৰৰ লগত চৰাইৰ গান মিহলি হৈ ঠাইখনত এটা অদ্ভুত মায়া-জালৰ সৃষ্টি কৰিলে। ইফালেতো বতাহৰ বিৰ্‌বিৰনিয়ে বনৰীয়া ফুলৰ সুগন্ধ ছটিয়াই চাৰিও দিশ আমোল মোলাই ৰাখিছিলেই।

তাৰক যেন মুগ্ধ বিস্ময়ত হতবাক হৈ গ'ল—ঘৰৰপৰা মাত্ৰ এক ফাৰ্লং মান দূৰৰ গাঁও এখনে কি অপৰূপ বনৰীয়া শোভাকেযে সিহঁতক এনেকৈ আকুল কৰি থোৱা নাছিল !

বন্দনাই তাৰকৰ ফালে মূৰ তুলি চাই মুগ্ধ হাঁহিৰে ক'লে—"একেবাৰে নন্দন কানন যেন লাগি গৈছে নহয় ?"

উত্তৰত তাৰকে ওমৰ খৈয়ামৰ কবিতা এফাঁকি আবৃত্তি কৰিলে—

"Thou singing beside me in wilderness and wilderness as paradise asnow—"

বন্দনাই একো নামাতিলে, সন্মোহিতৰ দৰে তাৰকৰ লগে লগে আগবাঢ়ি গৈয়ে থাকিল।

হঠাতে এবাৰ দুয়ো কাষৰ বননি প্ৰায় শেষ হৈ গ'ল। সিহঁত দুটাই মুগ্ধ বিস্ময়ত চমকি উঠি দেখিলে সন্মুখতে এখন অকণমানি শীৰ্ণ সোণালী নৈ। প্ৰায় অস্তমিত সূৰ্য্যৰ ৰঙা ৰেখাবোৰ নৈৰ ঢৌবোৰত পৰি তিৰবিৰাই আছে। অতি নিজান আৰু স্বচ্ছ পানীৰ সৰু নৈ এখন। ইপাৰৰ হাবিৰ গলনি সিপাৰে এখন অতি বিস্তীৰ্ণ প্ৰান্তৰ,—প্ৰথমে বহুত দূৰলৈ এটা বহল বালিচৰ আৰু তাৰ সিফালে এখন পথাৰ। বালি-চৰটোৰ অ'ত ত'ত কিছুমান ঝাউ গছৰ জোপা, তাৰো পাতবোৰত বতাহৰ তালে তালে ৰ'দে নাচিছিল। সিপাৰৰ গাঁৱৰ বোধহয় দুজনী গাভৰু ছোৱালীয়ে নৈলৈ পানী নিবলৈ আহিছিল, এতিয়া কলহত পানী লৈ উভতিছে। দুয়োকো দূৰৈৰপৰা ক'লা 'ছিলুৱেটৰ' ছবি দুখন যেন লাগিছে। নাম নজনা চৰায়ে মাজে মাজে চিঞৰি উঠি যি শব্দৰ আবেলিৰ সেই নৈৰ নিজান পৰিবেশৰ বিৰাট প্ৰাকৃতিক নিস্তব্ধতা ভঙ্গ কৰাতকৈ আৰু বেচি প্ৰকট কৰিহে তুলিছিল। এতিয়া নৈখনৰ মুখা-মুখি হৈ বন্দনাই হঠাৎ চিঞৰি উঠিল— "আহঁয় দেহি, কি ধুনীয়া নৈ !



মোৰ মৰি যাবৰে মন গৈছে।" খুব বেচি ভাল লাগিলে বন্দনাই সদায়ে তেনেকৈ কয়।

তাৰকে বন্দনাৰ মুখখনলৈ চাই পঠিয়ালে আৰু তেওঁৰ মনটো যেন অলপ উচাপ খাই উঠিল। বন্দনা সচায়ে এখন ধুনীয়া মুখৰ অধিকাৰী, কিন্তু এতিয়া এই মুহূৰ্তত তাৰকে তাইৰ মুখত এনে একে অদ্ভুত অপাৰ্থিৱ সৌন্দৰ্য্য প্ৰতিফলিত হোৱা আৱিষ্কাৰ কৰিলে যে তেওঁৰ অন্তৰখন কিবা এক আবেগেৰে মণ্ডিত হৈ উঠিল কিন্তু এইজনী বন্দনা যেন প্ৰত্যহৰ তেওঁৰ অতি চিনাকি বন্দনা নহয়, এইজনী যেন কোনোবা অচিন পুৰীৰ এক অপৰিচিতা মোহময়ী নাৰী। তাৰক অবাক হৈ গ'ল। আকৌ বন্দনাৰ এই অভাৱনীয় সৌন্দৰ্য্যাই তেওঁৰ মনত এক বিচিত্ৰ আবেগৰো সৃষ্টি কৰিলে, আনন্দ আৰু পুলকত তেওঁৰ মনটো উথলি উঠিল। কিন্তু অলপ সময়ৰ পাচতে তাৰকে মন কৰিলে যে বন্দনাৰ মুখখনলৈ চাই চাই তেওঁৰ অন্তৰখন লাহে লাহে বিষাদাচ্ছন্ন হৈ উঠিছে। তাৰক আকৌ এবাৰ অবাক হৈ গ'ল—হঠাতে কিয় তেওঁৰ মনটো এনেকৈ সেমেকি উঠিল !!

তাৰকে এটা দীঘল হুমুনিয়াহ এৰিলে। তেওঁৰ মনৰ ভিতৰৰপৰা কোনোবাই যেন কৈ উঠিল—বন্দনাৰ মুখৰ যি আবেগমণ্ডিত ভাব সমৃদ্ধ কৰি তুলিলে তাৰ আয়ুস মাত্ৰ অলপ সময়ৰহে। তাৰ পাচতেই সন্ধিয়াৰ আন্ধাৰ নামি আহিব, সেই আন্ধাৰে ধীৰে ধীৰে বন্দনাৰ মুখৰ এই অপাৰ্থিৱ সৌন্দৰ্য্য গ্ৰাস কৰি পেলাব। সিহঁত তেতিয়া ঘৰলৈ উভতিব আৰু ঘৰত তেওঁ যিজনী বন্দনাক লগ পাব সেই বন্দনাৰ মুখত এতিয়াৰ এই শেষ আবেলিৰ অপৰূপ মায়াময় সৌন্দৰ্য্যৰ আৰু কোনো চিহ্নই অৱশিষ্ট নাথাকিব। সংসাৰৰ প্ৰাত্যহিক তুচ্ছতাই দস্যুৰ হিংস্ৰতাৰে সেই সৌন্দৰ্য্য অপহৰণ কৰি লৈ যাব। অৱশ্যে সিহঁত দুটা হয়তো আকৌ কোনো এক বিয়লি বেলিকা —কিন্তু কোনো এক কিয়, যদি বন্দনাৰ আজিৰ এই উৎসাহ অৱশিষ্ট থাকে —হয়তো কালিয়েই আকৌ এই বিয়লি বেলাৰ অপৰূপ সুন্দৰ নৈৰ পাৰলৈ ফুৰিবলৈ আহিব। তাৰ পিচদিনাও আহিব। কিন্তু তেতিয়াও জানো আজিৰ দৰে একেদৰেই প্ৰকৃতিৰ এই বিপুল অনিৰ্বচনীয় সৌন্দৰ্য্য হৃদয় তোলপাৰ কৰি দিব পৰাকৈ আবেগমণ্ডিত হৈ বন্দনাৰ মুখত প্ৰতিফলিত হ'ব। ওহোঁ,—তাৰ বোধহয় কোনো আশা নাই—তাৰকে মনৰ ভিতৰতে মূৰ জোকাৰে। লাহে লাহে দিনবোৰ বাগৰি

যাব, সিহঁত মাজে মাজে এই নৈখনৰ পাৰলৈ ফুৰিবলৈ অহাটো হয়তো এটা অভ্যাসত পৰিণত হব। আৰু তাৰ পাচত। এদিন সিহঁতে আবিষ্কাৰ কৰিব যে নৈখনৰ পাৰলৈ ফুৰিবলৈ আহি বেছ ভাল লাগি থাকিলেও কেনেবাকৈ এদিন ইয়াৰ অভিনৱত্বখিনি হেৰাই গৈছে। তেতিয়া হয়তো দৈনন্দিন জীৱনৰ গতানুগতিকতাৰ দৰেই এই বসন্ত কালৰ আবেলিৰ ৰঙা বোলসনা পানীৰ নৈখনেও তাৰ অনিৰ্বচনীয়তা ভালেখিনি হেৰুৱাই পেলাব। বন্দনাও আৰু কোনো দিন ইয়াৰ অপৰূপ ৰূপৰ আবিষ্কাৰত উচ্ছ্বসিত আৰু আবেগবিহ্বল হৈ নুঠিব, আৰু ফলত আজি তাইৰ সমস্ত মুখমণ্ডলত প্ৰকৃতিৰ যি অদ্ভুৎ মায়াময় ৰূপৰ প্ৰতিফলন হৈছে তাৰ পুনৰাবৃত্তি আৰু জীৱনত কোনো দিনেই নঘটিব।

"ইমান তন্ময় হৈ কি ভাবিছাহে? ইঞ্জিনীয়াৰ গুচি দেখোন খন্তেকৰ ভিতৰতে কবি দাৰ্শনিকৰ দৰে আপোন পাহৰা হৈ গ'লা? আন্ধাৰ যে হৈ আহিল দেখা নাই? বনবীয়া বাট, মোৰ গাটো এতিয়া অলপ চমচমেই কৰি আহিছে, সোনকালে যাওঁ বলা।"

বন্দনাৰ মাত! অলপ চমকিয়েই তাৰকে ঘৈণীয়েকৰ ফালে ঘূৰি চালে। অতি সহজ সাধাৰণ বন্দনাৰ মাত। অলপ আগৰ আবেগৰ কোনো সুৰেই তাঁত বাজি নুঠিল। তাৰকে এটা দীৰ্ঘশ্বাস এৰিলে আৰু তাৰ পাচত তেৰেঁ। সহজ মাতেৰে ক'লে—"বলা"। মনৰ ভিতৰত কিন্তু তেওঁ প্ৰায় আৰ্তনাদ কৰি উঠিল—অলপ আগতে দেখা বন্দনাজনী ইমান সোনকালে ক'ত হেৰাই গ'ল বাৰু?



# ওৰণি

## শ্ৰীকেশৱ শইকীয়া

প্ৰথমতে আচহুৱা আচহুৱা যেন লাগিছিল কমলিনীৰ। পিচলৈ সেই আচহুৱা ভাবটো নাইকিয়া হৈ গৈছিল। আৰু অৱশেষত?

প্ৰশ্নবোধক ভঙ্গীৰে ৰৈ গ'ল কমলিনী। এই প্ৰশ্ন নিজৰ মনকে নিজে সোধাৰ প্ৰশ্ন, এই প্ৰশ্ন নিজৰ মনকে নিজে জনাৰ প্ৰশ্ন। কিন্তু কিয়—কিয় কেতিয়াবা কাৰোবাক খুব আপোন আপোন যেন লাগি যায়? মৰম, চেনেহ, প্ৰীতি, ভালপোৱাৰ বান্ধোনটো সঁচাকৈয়ে মায়াৰ বান্ধোন নেকি? নিজে নিজে বৰ জটিল মেৰপাকত সোমাই যোৱা যেন লাগিল কমলিনীৰ।

যিফালে উদয়ন পাৰ হৈ যাব, ঠিক সেই ফালৰ খেৰৰ মেজিটোৰ চুকতে এদাঁতি হৈ কমলিনী থিয় দি থাকিল। দমকলটোৰপৰা পানী একলহ নিয়াৰ চলেৰে আহি তাই এয়া ভাল কাম কৰিছেনে—বেয়া কাম কৰিছে; সেই কথাও ভাবি নাচালে। কেৱল তাই অনুভৱ কৰিলে যেন বুকুৰ এটা চুকত তাইৰ এটা বিষ আৰম্ভ হৈছে। সেই বিষে তাইৰ দেহ, মন যেন সাপে খোটা মানুহৰ দৰে কেঁহবাজ বৰণীয়া কৰি নিছে।

এনেয়ে কথাটো ভাবি চাবলৈ গ'লে তেনেই সাধাৰণ। সাধাৰণ ভাবেৰেই, কেতিয়াও কোনো কথা চিন্তা নকৰাকৈয়ে তাই দিনবিলাক কটাই দিছিল। এই ঘৰখনলৈ বোৱাৰী হিচাপে অহাও হৈ গ'ল সম্পূৰ্ণ দুটা বছৰ। এই দুটা বছৰনো কেনেকৈ কাটি গ'ল তেনেহলে?

খেতিৰ দিনত খেতি কৰা, বিয়াই-সবাহে আনন্দ কৰাৰ বাদেতো অন্য চিন্তা একোৱেই নাছিল। মাত্র দুদিনমানৰ আগতে গম পাইছিল যে প্রেমৰ ন-বৌৱেকৰ ঘৰলৈ ন-বৌৱেকৰ সমন্ধীয়া ভায়েক এজন আহিব। ইয়াতে কাম পাইছে। বায়েকৰ ঘৰতে থাকি কাম কৰিব। কলেজত প্রফেছৰ কাম। সিমানেই।

প্রেমৰ ন-বৌৱেক কমলিনীৰো ন-বৌৱেক হয়। সিহঁত আৰু কমলিনীহঁতৰ চোতাল প্রায় একেখনেই। দুয়ো ঘৰ লগালগি। আঁতৰৰ মানুহ আহিলে একে ঘৰ বুলিয়েই ভুল কৰে। অতীজতে অৱশ্যে একে ঘৰেই আছিল। বংশ বাঢ়ি যোৱাতহে ইঘৰ-সিঘৰ হৈ থানথিত নোহোৱা হ'ল। তেতিয়া কথাষাৰ শুনি কমলিনীয়ে কোনো গুৰুত্বই নিদিছিল। আহিলে আহিব, আমাৰ কি? কুকুৰৰ নেজ দীঘল, নিজে পাৰি শুব। কিবা লোকক শুৱাবনে?

কিন্তু কথাষাৰ কমলিনীয়ে যেনেকৈ ভাবিছিল ঠিক তেনেকৈ নহ'ল। কিন্তু কথাষাৰ কমলিনীয়ে যেনেকৈ ভাবিছিল ঠিক তেনেকৈ নহ'ল। অর্থাৎ, কুকুৰৰ নেজ দীঘল, নিজে পাৰি শুব বুলি ভাবিয়েই তাই আঁতৰি থাকিব নোৱাৰিলে। উদয়নৰ কথা-বতৰাই, উদয়ন মানুহটোৱে তাইৰ অন্তৰ জয় কৰি পেলালে। ইমান শিক্ষিত মানুহো যে সহজ সৰল হৈ থাকিব পাৰে—এই কথা কমলিনীয়ে আগতে কোনো দিনেই ভবা নাছিল। দেখিছিল তেনেকুৱা মানুহ যে তাই আগতে দেখা নাছিল—এনে নহয়। কিন্তু উদয়নৰ কাৰণেহে তাইৰ মনত এই ধাৰণা দ'কৈ শিপাই বহিছিল। কিন্তু উদয়নৰ সহজ সৰল কথা-বতৰাই সিহঁত সকলোৰে অন্তৰ জয় কৰাৰ লগে লগে তাইৰ অন্তৰো জয় কৰি পেলালে। অকল জয় কৰাই নহয়, উদয়নৰ প্রতি এক অবুজ আকর্ষণ তাই অনুভৱ কৰিবলৈ ধৰিলে। শেষলৈ তাই এনেকুৱা হ'লগৈ যে উদয়নক এবাৰ নেদেখিলে অথবা উদয়নৰ ফালে চাই স্বাভাৱিক হাঁহি এটা মাৰিব নোৱাৰিলে তাইৰ দিনটো অথলে যোৱা যেন লগা হ'ল। পাতল পাতল ৰঙা ৰঙা ভাব এটাই তাইক পাহৰাই ৰাখিলে যে তাই বর্তমান এঘৰৰ বোৱাৰী। টঁটঁকৈ তাইৰ শিৰত সেন্দূৰ ৰঙা হৈ এতিয়াও জিলিকি আছে।

মনত আছে কমলিনীৰ— উদয়ন অহাৰ এদিনৰ পাচতেই গোটেই কথাটো চুবুৰিটোত বনজুইৰ দৰে বিয়পি পৰিছিল আৰু এদিনৰ পাচতেই উদয়ন ঘৰৰ-পৰৰ সকলোৰে লগতে সহজতে চিনাকি হৈ পৰিছিল। সিহঁতৰ ঘৰলৈও উদয়ন আহিছিল। তেতিয়া ঠিক গধূলি সময়। সহজ



সৰলভাৱে আহি দুখন তামোল শেষ কৰিহে উদয়ন গৈছিলগৈ। অকল তাইৰ লগতে নহয়, ঘৰৰ প্রতিটো প্রাণীৰ লগতে অলপ চলপ কথা পাতিছিল। তাইৰ লগত কথা পাতোঁতে উদয়নে কৈছিল—"থাকিমেই আৰু—এতিয়া আপোনালোকহে মোৰ সাৰথি। হয়তো কেতিয়াবা আমনিও পাব। বিৰক্তিও উপজিব পাৰে। সেইবিলাক মাথোঁ ধৰি নলব।"

তাৰ পিচদিনা গধূলি সময়ত তাই গৈছিল উদয়নৰ কোঠাটো চাবলৈ। সৰু লেম্প এটাৰে টেবুল এখনত কিতাপ কিছুমান ঠাহ খাই আছিল। বিছনাখন কাষতে। সুন্দৰকৈ বিছনাখনো পাৰি থৈছিল। চুটকেছ এটা বিছনাখনৰ তলতে চাবি চপৰা ইটা দি তুলি থৈছিল। কাষত জোতা দুযোৰ। এই সকলোবিলাক উদয়নেই তাইক দেখুৱাইছিল। টেবুল-খনলৈ দেখুৱাই কৈছিল: এয়াই আমাৰ সম্বল। নিজেও পঢ়িব লাগিব। ল'ৰা-ছোৱালীকো পঢ়ুৱাব লাগিব। ইত্যাদি। সেইদিনা তাই বেচি কথা কোৱা নাছিল যদিও আগলৈ কবলৈ মন বান্ধিছিল।

ঠিক অন্য এদিনৰ কথা।

দমকলটো খেৰৰ পুজিৰ সিকাষে। খেৰৰ পুজিটো থকাৰ কাৰণে আবুৰ এটা থকা যেন লাগে আৰু আবুৰ এটা থকা যেন লাগে কাৰণেই তাৰ আঁৰতেই গা ধুবলৈ ভাল। সাধাৰণতে তাই ৰাতিপুৱাতে গা ধোৱে। তেনেকুৱা এটা ৰাতিপুৱাৰে কথা। পানী এবাল্টি ভৰাই লৈ তাই গা ধুবলৈ সাজু হৈছিল। সেই সময়ত তাইৰ ভাবেই হোৱা নাছিল যে কোনোবা আহিব পাৰে। এনেতে আহিল উদয়ন। চুৰিয়া এখন পাক মাৰি পিন্ধি গামোচাখনেৰেই শুদা বাল্টি এটা লৈ উদয়ন আহিল গা ধুবলৈ। উদয়ন অহা গম পাই তাই সজাগ হ'ল। উদয়নে তাইক দেখি স্বাভাৱিক ভাবেৰেই সুধিলে—"গা ধুব খুজিছেনে কি? ধোৱক। মই অলপ আঁতৰ হৈ দিওঁ। আজি মোৰ দৰ্কাৰ আছে। অর্থাৎ কলেজৰ খেল-ধেমালি চলিছে, সেই বাবেই সোনকালে যাবলগীয়া হ'ল। বাৰু আপুনি ধুই লওক" বুলি উদয়ন আঁতৰি গৈছিল। সেই সময়তে তাই লৰালৰিকৈ গাটো তিয়াই ললে আৰু অলপ আঁতৰত অন্যমনস্ক হৈ ৰৈ থকা উদয়নক মাতিলে—"আপুনি আহিব পাৰে। মোৰ হ'ল।"

সেইদিনাখনৰপৰা উদয়নৰ ওচৰত তাই আৰু সহজ হ'ল। এটা দুটাকৈ ঠাট্টাৰ সুৰতো কথা পাতিবলৈ ধৰিলে। যেনেকুৱাই কথা নাপাতক লাগে উদয়নে সকলো কথাকে সাধাৰণভাৱে লব পাৰে। কথা

প্ৰসঙ্গত এদিন বিয়াৰ কথা ওলাইছিল। কথাই কথাই উদয়নে কৈছিল—"দৰাৰ লগত যাবলৈ কিন্তু মোৰ টান লাগে। টান লাগে এই কাৰণেই যে লোকে বিয়া কৰাব—লোকে ছোৱালী আনিব, আৰু দৰাৰ লগত যোৱা সোপাৰ মাজতে এনেয়ে টোপনি খতি।" কথাষাৰ শুনি কমলিনীয়ে হাঁহি হাঁহি কৈছিল—"আপোনাৰ লগতো যে অইনে সেইদৰে টোপনি খতি কৰিব—সেই কথা জানো ভৱা নাই।" মুঠতে উদয়নৰ আচাৰ-ব্যৱহাৰ, কথা-বতৰা—এই সকলোবোৰেই কমলিনীক আকৰ্ষণ কৰিছিল। কলেজত পঢ়ুওৱা কথাৰে আৰম্ভ কৰি কথা গৈ কোনোবাখিনি পাইছিল গৈ। কথা পাতোঁতে পাতোঁতে সময়বিলাক কোন সুৰুঙাৰে পাৰ হৈ গৈছিল সেই কথা তাই গমেই নাপাইছিল। মাজতে মাথোঁ কেতিয়াবা মনত পৰি তাই কৈ উঠিছিল—"ইস্ আজি বহুত দেৰি কথা পাতিলোঁ। মই অকণমান গুড়ি নিবলৈহে আহিছিলোঁ।"

লাগবান্ধ নোহোৱা নানা কথাই কমলিনীৰ মন ভাবাক্ৰান্ত কৰি তুলিলে। ঘোপমৰা আন্ধাৰ কোঠাত বাট খপিয়াই ফুৰাৰ দৰে তাই যেন আলাসতে হাত দুখন আগলৈ মেলি ভয়ে ভয়ে আগবাঢ়ি গৈছে। বাহী বিয়াৰ ভিতৰখন যেন শূন্যত ডেউকা কোৱাই কোৱাই ঘূৰি ফুৰিছে।

পানী নিবলৈ অহাৰ ছলেৰে আহি খেৰৰ পুজিৰ আঁৰ লৈ তাই কিমান সময় অতিবাহিত কৰি দিছে—সেই কথালৈ ভ্ৰূক্ষেপ নাই। কমলিনীয়ে জানে যে এই সময়ত তাইৰ কৰিবলগীয়া একো কাম নাই। সাধাৰণতে পুৱা আৰু গধূলি সময়তেই কামৰ ভাৰটো বেচি। গধূলি হবলৈ আৰু বহুত সময় বাকী। গুবিৰ ফালে বেলি লহিয়ালে যদিও বাহিৰত থকা কাপোৰ-কানি চপাবৰ সময় এতিয়াও হোৱা নাই। আৰু সাধাৰণতে একো কাম নাথাকিলে কমলিনীয়ে প্ৰায়ে পানীকে কঢ়িয়ায়। ঘৰলৈ আলহী-দুলহী আহিলে সেয়া বেলেগ কথা অথবা বিয়াই-সবাহে যাবলগীয়া হ'লেও বেলেগ কথা।

আজি তাই পানী নিবলৈ অহাৰ বেলেগ অৰ্থ আছে। প্ৰথম কথা, এনেকুৱা মুহূৰ্তত উদয়ন যদি সিহঁতৰ ঘৰলৈ আহে—তেতিয়া হ'লে তাই সহ্য কৰিব নোৱাৰিব। উদয়নে কিবা এটা যদি কব খুজিব তেতিয়া হ'লে হয়তো তাই কান্দি দিব লাগিব। কিবা এটা অজুহাত দেখুৱাই ভিতৰত সোমাই হয়তো থাকিব পাৰিব। কিন্তু ইমান জীয়া ফাঁকি তাই কেনেকৈ দিব? দ্বিতীয়তে, তাই কালি ৰাতিয়েই ভাবি-চিন্তি এটা



মীমাংসালৈ আহিছিল যে ইমান দিনৰ পৰিচয়ৰ পাচত উদয়নক অন্ততঃ এখন ৰুমাল দিয়া বেয়া নহব। সেই কামটো তাই কৰিব পাৰে। আৰু ৰুমালখন দিলে যে উদয়নে লবলৈ কুণ্ঠাবোধ নকৰিব—সেই কথা ধ্ৰুপ। কাৰণ, ইমান দিনে তাই উদয়নক ভালকৈ জানি উঠিছে। প্ৰায়ে, কথা-প্ৰসঙ্গতে উদয়নে তাইকে উদ্দেশ্য কৰি কৈছিল—"গাঁৱৰ নিৰ্জনতা কেতিয়াবা বৰ ভাল লাগে; কিন্তু সদায় ভাল নালাগে। গধূলি সময়-কণত যদি লগৰ মানুহ এজনৰ লগত মন খুলি কথা পাতিবলৈ পোৱা নাযায়, তেতিয়াহলে সময়টো কটোৱাই অসহ্য হৈ উঠে। সেই ফালৰ পৰা গাঁওবোৰত একো সুবিধা নাই। আনকি নিজৰ মনৰ কথাখিনি পাতিবলৈও সুবিধা নাই। মই কিন্তু ভাগ্যৱান। চাকৰি কৰিবলৈ আহি গাঁৱত থাকিবলগীয়া হৈ অকলশৰীয়া অকলশৰীয়া যেন নালাগিল। বিশেষকৈ আপুনি থকাৰ কাৰণেই। বাইদেউ তো বাইদেৱেই। বাকীবিলাকৰ লগতনো কি কথা পাতিম। হকে-বিহকে আপোনাৰ লগতেই তেওঁ এষাৰ-দুষাৰ কথা পাতিব পাৰেঁ।" উদয়নৰ সেই আশ্বাস পায়েই তাই প্ৰায়ে আহিবলৈ লৈছিল উদয়নৰ ওচৰলৈ। গধূলি সময়ত লেমটো জ্বলাই বহিছিল পঢ়া টেবুলত। কেতিয়াবা তাই উদয়নক পাইছিল কিবাকিবি লিখি থকা অৱস্থাত আৰু কেতিয়াবা পাইছিল পঢ়ি থকা অৱস্থাত। তাই গ'লেই কিন্তু উদয়নে কথা পাতিবলৈ আৰম্ভ কৰি দিছিল। আনকি তাই কেতিয়াবা সোনকালে উদয়নৰ ওচৰপৰা গুচি আহিব খুজিলেও উদয়নে কৈছিল—"ইমান সোনকালে গুচি যোৱাৰ দৰ্কাৰ থকাৰ দিনাখন মোৰ ওচৰলৈ নাহিবই। অকণমান সময় লৈ আহিলে কথা-বতৰা পাতিব পাৰি। শুই শুই সময় কটোৱাও অন্যায়। গতিকে কিতাপ এখনমান মেলি লৈ তাৰে পাত লুটিয়াই থাকিবলগীয়া হয়।"

খোঁচনিত মনে মনে লুকুৱাই অনা ৰুমালখন হাতখনেৰে খপিয়াই চালে কমলিনীয়ে। আছে। কিন্তু দুটা বিপৰীতমুখী ভাবত তাইৰ মন দোদুল্যমান। সিহঁতৰ ঘৰৰ বেৰত ওলমি থকা ঘড়ীটোৰ দৰে তাইৰ মনটো যেন ইফালে-সিফালে ঘূৰিব লাগিছে। অথচ কালি ৰাতিয়েই তাই মীমাংসালৈ আহিছে যে যাবৰ সময়ত ৰুমালখন দিয়া কোনো পাপ কাম নহয়। বেয়া ভাবি তো তাই দিয়া নাই; বেয়া দৃষ্টিৰে তো তাই উদয়নলৈ চোৱা নাই। উদয়নেও কোনো দিনেই তেনে ইঙ্গিত দিয়া নাই। কেৱল কালি গধূলি সময়ত তাই উদয়নৰ

ওচৰলৈ যাওঁতে উদয়নে কৈছিল—"কাইলৈ মই যামগৈ। যামগৈ মানে, কাম এৰি নাযাওঁ আৰু'। এই বাইদেউৰ ঘৰৰপৰাহে যামগৈ। মিতিৰৰ ঘৰত বৰ বেচিদিন থকা ভাল নহয়। তদুপৰি ইয়াৰপৰা ক্লাছ কৰিবলৈ অসুবিধা। ভাবাঘৰ বিচাৰি নোপোৱা গতিকেই বাইদেউৰ ইয়াতে থাকি লৈছিলোঁ। এতিয়া ভাবাঘৰৰ যোগাৰ হৈছে। কালিলৈ যোৱাৰ ঠিকেই কৰিলোঁ। মাজতে আহি আপোনালোককো আমনি দিলোঁ। নিজৰ নজনাকৈ কেতিয়াবা ক'ববাত দোষ কৰিছিলোঁ যদি ক্ষমা কৰিব। আচলে পিছলে হস্তীৰো পাও পিছলে। আমিনো কোন কুটা।"

হঠাতে তেনে এটা বাতৰি পাব বুলি কমলিনীয়ে ভবা নাছিল। উদয়নে কথা কেইষাৰ কওঁতেই তাইৰ শোকে বুকুত খুন্দা মাৰি ধৰাৰ নিচিনা লাগিছিল। নিজকে কোনোমতে চম্ভালি তাই মাথোন কৈছিল—"ইমান হঠাতে যাবলৈ ওলালে কিয়? আৰু কেইদিনমান থকা হ'লে..." এই হ'লে লৈকে কৈ তাই বৈ গৈছিল। সেই মুহূর্ততে উদয়নেও বোধকৰোঁ তাইৰ নোকোৱা কথাখিনি অনুমান কৰি লব পাৰিছিল।

অন্যমনস্ক হৈ, লোকৰ কথা পাতি পাতি, সকলোৱে দেখাত উষাৰ আঁত থাকোঁতেও আঁত বিচাৰি ফুৰা গৰাকীয়ে আঁত হেৰুৱাই বাৰে বাৰে উষাটো ঘূৰাই ঘূৰাই চোৱাৰ দৰে, উদয়নৰ মুখৰ কথা কেইষাৰ শুনি কমলিনীৰ যেন আঁত হেৰাই গ'ল। আধামৰা চৰাইৰ দৰে কালি গোটেই ৰাতি তাই চট্‌ফটাই কটাই দিলে। এটা মুহূর্তত তাই ভাবিলে ঘৰ-সংসাৰ শাহু-শহুৰ আদিৰ কথা, আন এটা মুহূর্তত সেই সকলোবোৰ ভাব বলিয়া বানত ঘৰ-দুৱাৰ উটি যোৱাৰ দৰে উটি গ'ল। এটা মুহূর্তত ভাবিলে নিজৰ স্বামীৰ কথা—আন এটা মুহূর্তত সেয়াও পৰি ৰ'ল—ফুটা কলহ ঘৰৰ এচুকত পৰি থকাৰ দৰে। অৱশেষত তাই ঠিক কৰিলে যে যাবৰ সময়ত অন্ততঃ এখন ৰুমাল তাই উদয়নক দিব। সেই কথা মতেই তাই পানী নিয়াৰ চলেৰে আহি খেৰৰ পুজিটোৰ কাষতে আত্মগোপন কৰি থাকিলহি।

ইতিমধ্যে যাবৰ সময়ো হৈ আহিছিল। অদূৰত ৰিক্সাৱালাটোৱে পলম হোৱাৰ সঙ্কেত বাৰে বাৰে দিবলৈ ধৰিছে। যিমানেই ৰিক্সাৱালাই সঙ্কেত দিছে, সিমানেই তাইৰ বুকুৰ ঢপঢপনি বাঢ়ি গৈছে। কোনোৱাই এই সময়ত তাইক দেখা হ'লে হয়তো ক'লেহেঁতেন—"তোৰ কি হৈছে কমলিনী? গা ভাল লগা নাই নেকি? ন'হলে তোৰ মুখখনৰ ৰং কিয়



সলনি হৈ গৈছে। কিয়?" কথাষাৰ মনলৈ অহাৰ লগে লগেই কমলিনী যেন সঁচাকৈ উচাপ খাই উঠিল। খেৰৰ পুজিটোৱে আবুৰ কৰি ৰাখিছে যদিও ইয়ালৈ যে কোনোৱা নাহিব—তাৰ কি মানে আছে?

খুব মনোযোগেৰে কমলিনীয়ে কাণ থিয় কৰি ৰাখিলে। সেয়া উদয়নে 'যাওঁ—যাওঁ' বুলি সকলোকে মাত লগাইছে। সেয়া ধীৰে ধীৰে উদয়ন হয়তো আগবাঢ়ি আহিছে। সেয়া কমলিনীৰ শহুৰেকৰ মাত। কথা পাতি পাতি কেইবাজনো আহিছে যেন লাগিছে। কথাবোৰ যিমান ওচৰ চাপি আহিল—সিমানেই কমলিনী চঞ্চল হৈ পৰিল আৰু অৱশেষত তাই একো ভাবিব নোৱৰা হ'ল। লৰালৰিকৈ গৈ তাই কলহটোত পানী ভৰাবলৈ লাগিলগৈ। উদয়নৰ লগে লগে শহুৰেকৰ মাত ক্ৰমাৎ ওচৰ চাপি অহাত তাই ওৰণিখন দীঘলকৈ টানি ললে।

# ত্ৰিভুজ

**শ্ৰীভাৰতচন্দ্ৰ শৰ্মা**

প্ৰথমে চাইকেলেৰে ডাক্তৰ বিমান বৰুৱা আহি নামিল। তাৰ পাচত মৌজাদাৰৰ পদূলিত ৰোৱা জীপখনৰ চালকৰ আসনৰপৰা নামি আহিল ঠিকাদাৰ বংশীবদন ডেকা। মৌজাদাৰ চৌধুৰী ওলাই আহি আথে-বেথে দুয়োজনকে চ'ৰাঘৰত বহুৱালে। অভ্যাসবশতঃ জেপৰপৰা ৰুমালখন উলিয়াই মুখখন মচি এবাৰ চাৰিওফালে চালে। পানামাৰ পেকেটটো উলিয়াই মৌজাদাৰ আৰু ডাক্তৰক একোটাকৈ দি লাইটাৰেৰে নিজেও এটা জ্বলাই লৈ বংশীবদনে সুধিলে, "ক'তা চৌধুৰী, আপোনাৰ মক্কেল ক'ত?"

মৌজাদাৰে চিগাৰেটটোত এটা টান মাৰি কৃপণৰ ধনৰ দৰে খুব লাহে লাহে ধোঁৱাবোৰ ওপৰলৈ উৰুৱাই দি ক'লে, "বহকচোন, তেওঁ আহেহে লাগে।"

কিছুসময় আটাইকেইজন নিমাত। ডাক্তৰে একান্তমনে তেওঁৰ হস্পিটেললৈ নতুনকৈ অহা নাৰ্চ মেধাৱী চলিহাৰ ধুনীয়া মুখখন এইখিনি অৱসৰতে এবাৰ মনত পেলাই ললে। ঠিকাদাৰে ভাবিলে, পৰি থকা 'বিল'খনৰ বাবে আজি অ'ভাৰচিয়াৰ বৰদলৈক এবাৰ তাগিদা দি আহিবই লাগিব। মৌজাদাৰে একো নাভাবিলে। মাত্ৰ ভিতৰলৈ এবাৰ গৈ চাহৰ পানী তপতাবলৈ আদেশ দি আহিল। আকৌ নিৰৱতা। নিৰৱতাৰ মাজতে চাহ আহিল। নিৰৱে তিনিও খালে। নিৰৱেই ঠিকাদাৰৰ পানামাৰ পেকেটৰপৰা প্ৰত্যেকে একোটা চিগাৰেট জ্বলাই ললে।



চিগাৰেটৰ ধোঁৱাৰ মাজত তিনিমূৰ্তিৰ চিন্তামগ্ন মুখকেখন অদ্ভুত দেখা গৈছিল। নিৰৱ কোঠাটোৰ ভিতৰত তিনিমূৰ্তিয়ে এক বেলেগ পৰিবেশৰ সৃষ্টি কৰিছিল। কোঠাটোৰ নিৰৱ আৱহাৱাৰ মাজত এটা থমথমীয়া ভাবে বিৰাজ কৰিছিল ক্ষন্তেকৰ বাবে। ক্ষন্তেকৰ বাবে কোঠাটো জয়াৰ কৰি তুলিছিল। এটা সময়ত তিনি প্ৰস্তৰ মূৰ্তিৰ এজনে যেন প্ৰাণ পালে। গাটো অলপ লৰচৰ কৰি মৌজাদাৰ বিনোদ চৌধুৰীয়ে ক'লে, "সৌৱা তেখেত আহিছে।" হঠাৎ নেত্ৰযুগল যিমান পাৰে বিস্ফাৰিত কৰি অধীৰ আগ্ৰহেৰে বাকী দুজনে নঙলাৰ ফালে দৃষ্টি পেলালে। এজনী ছোৱালী। বয়স, আনুমানিক বাইশ-তেইশ, লগত এজন ষোল-সোতৰ বছৰীয়া ল'ৰাৰে সৈতে মৌজাদাৰৰ চ'ৰাঘৰ অভিমুখে ধীৰ অথচ দৃঢ় পদক্ষেপেৰে আহি আছে।

ছোৱালীজনীয়ে দুৱাৰমুখত থিয় হৈ তিনিওজনক দেখি অলপ অপ্ৰস্তুত হ'ল। পিচমুহূৰ্ততে সেই ভাব আঁতৰাই প্ৰথমে মৌজাদাৰ আৰু তাৰ পাচত বাকী দুজনক নমস্কাৰ দিলে। প্ৰতিনমস্কাৰ জনাই মৌজাদাৰে ক'লে, "বহক, মিছ বৈৰাগী।" কিঞ্চিৎ প্ৰফুল্ল হৈ আৰু ক্ষন্তেক ইতস্ততঃ কৰি দুয়ো দুখন চকীত বহিল। ছোৱালীজনীৰ প্ৰসাধনৰ মৃদু সৌৰভে অলপ সময়ৰ বাবে দুয়োৰে মনত এক অনামি মাদকতাৰ সৃষ্টি কৰিলে।

ক্ষন্তেক নিৰৱতাৰ পাচত মৌজাদাৰে চিনাকি কৰি দিলে—"মিছ বৈৰাগী, এই দুজন মোৰ বন্ধু। এখেত স্থানীয় হস্পিটেলৰ ডাক্তৰ, বিমান বৰুৱা। (ডাক্তৰে টাইৰ গাঁঠিটো অলপ ওপৰলৈ ঠেলি দি পোন হৈ চকীত বহিল)। আৰু এখেত বংশীবদন ডেকা, ঠিকাদাৰ। (ঠিকাদাৰে হিন্দী বোলছবিৰ অভিনেতা প্ৰাণক অনুকৰণ কৰি এটা বিশেষ ভঙ্গিমাৰে চিগাৰেটটোত এটা হোপা মাৰিলে)। আৰু আপোনালোকক মই যে কালি কৈছিলোঁ, এখেঁতেই সেই মিছ কুঁৱলী বৈৰাগী।" বাকী তিনিজনে পুনৰ নমস্কাৰ বিনিময় কৰিলে।

এইবাৰ চুপ্ৰিম কোৰ্টৰ সৰ্বোচ্চ ন্যায়াধীশৰ গাম্ভীৰ্য্যেৰে মৌজাদাৰে ক'লে, "এতিয়া আপোনাৰ বক্তব্য আৰম্ভ কৰক মিছ বৈৰাগী। এখেতসকল মোৰ অন্তৰঙ্গ বন্ধু। গতিকে এখেতসকলে শুনিলে আপোনাৰ উপকাৰৰ বাহিৰে অপকাৰ মুঠেই নহয় বুলি জানিব।"

কুঁৱলীয়ে কিছুপৰ মনে মনে থাকি আৰম্ভ কৰিলে, "ধন্যবাদ। কিন্তু এটা কথা আগতে কৈ থওঁ, আপোনালোক মোতকৈ বয়সত যথেষ্ট ডাঙৰ।

গতিকে মোক তুমি বুলি সম্বোধন কৰিলে ভাল পাম। মোৰ কবলগীয়া বিশেষ একো নাই। মোৰ কালি তো আপোনাক সকলোবোৰ কৈছোঁৱেই। সেইবাবে এখেতসকলক সংক্ষেপে কৈ থওঁ" বুলি কিছুপৰ মৌন হৈ থাকি পুনৰ আৰম্ভ কৰিলে, "মোৰ নামটো জানেই। মই এইবাৰ বি-এ পাছ কৰিছোঁ। আপোনালোকৰ গাঁৱত নতুনকৈ স্থাপিত হোৱা ছোৱালী হাইস্কুলখনৰ কথা শুনি পোনেই ইয়ালৈ আহিছোঁ। আপোনালোকে তাত মোক সুমুৱাই দিলে বৰ উপকাৰ কৰা হ'ব। লগতে যদি থকা ঘৰ এটাৰো ব্যৱস্থা কৰি দিয়ে, তেনেহলে নথৈ সুখী হ'ম। এইজনেই মোৰ একমাত্ৰ ভাই। হাইস্কুলৰ দশমমান শ্ৰেণীত পঢ়ি আছে। ইয়াৰ বাহিৰে মোৰ আপোন বুলিবলৈ আন কোনো নাই। চহৰৰপৰা মই ইয়ালৈ কিয় আহিলোঁ, কি উদ্দেশ্য লৈ ইয়াতে থাকিব খুজিছোঁ, সেয়া মোৰ সম্পূৰ্ণ ব্যক্তিগত কথা। আপোনালোকে মোক সেই বিষয়ে একো প্ৰশ্ন নকৰিলেই বৰ সন্তোষ পাম।"

কুঁৱলী বৈৰাগীৰ কথা শেষ হোৱাৰ পাচত কোনেও একো নক'লে। এক ভয়াবহ নিস্তব্ধতাই কোঠাটোক গ্ৰাস কৰি পেলালে।

মৌজাদাৰৰ বয়স ত্ৰিশ। এক কথাত কবলৈ গ'লে মানুহজন ভাল। অলপ গম্ভীৰ। সুন্দৰ চেহেৰা। বিবাহিত। বিয়া কৰাৰৰ বৰ বেচি দিন হোৱা নাই। অলপতে ল'ৰা এটা হৈছে। মৌজাদাৰে কুঁৱলী বৈৰাগীৰ কথাখিনি মনোযোগেৰে সৈতে শুনিলে। তেওঁ অনুমান কৰিলে, ছোৱালীজনী হয়তো দুখীয়া। কিবা বিপদত পৰিহে ইয়ালৈ আহিছে। তেওঁৰ অলপ দুখ লাগিল। সহানুভূতিত তেওঁৰ মন আৰ্দ্ৰ হৈ উঠিল। যিয়েই নহওক উপযুক্ত যেন দেখিলে চাকৰি এটা দিয়াব পাৰি। কাৰণ নকৈ স্থাপিত হোৱা হাইস্কুলখনৰ চেক্ৰেটাৰী তেওঁ নিজেই। গতিকে তেওঁৰ সন্মতিত কাৰো আপত্তিৰ থল নাথাকে। ঘৰৰ বাবেও বৰ বিশেষ একো চিন্তা নাই। তেওঁৰ এনেয়ে পৰি থকা কোঠালী দুটা এৰি দিলেই হ'ল। জিণ্টুৰ মাকেও লগৰী এজনী পাব। ছোৱালীজনীক দেখি মায়া উপজিছে।

ডাক্তৰ বৰুৱা ডেকা ল'ৰা। বয়স প্ৰায় সাতাইশ। এতিয়াও বিয়া কৰোৱা নাই। হস্পিটেলৰ গাভৰু নাৰ্চবোৰৰ লগত প্ৰয়োজনতকৈ অলপ বেচিকৈ কথা পাতি ভাল পায়। হাইস্কুলৰ মেনেজিং কমিটীৰ অন্যতম মেম্বাৰ। কুঁৱলী বৈৰাগীৰ মুখৰ ফালে কিছুপৰ চাই থাকি তেওঁৰ ভাব হ'ল স্বচ্ছ পানীত জোনাক নিশা প্ৰতিবিম্বিত হোৱা তৰাৰ দৰে উজ্জ্বল।... এক অজান আনন্দত তেওঁৰ মনটো ভৰি পৰিল। ছোৱালীজনীয়ে গাঁৱতে থাকিবলৈ বিচৰা দেখি তেওঁৰ আনন্দৰ মাত্ৰা বাঢ়িল। অনুমান হ'ল ছোৱালীজনী বেছ স্মাৰ্ট, বুদ্ধিমতীও, তদুপৰি নিৰ্ভীক। গাঁৱলীয়া ছোৱালীৰ দৰে লাজকুৰীয়া অথবা ভয়াতুৰা নহয়।

বংশীবদন ডেকা আদবয়সীয়া মানুহ। বিবাহিত। ব্যৱসায়ৰ সকলো তলানলা তেওঁৰ নখদৰ্পণত। পৃথিৱীৰ সকলোবোৰ বস্তুকে তেওঁ ব্যৱসায়ী দৃষ্টিভঙ্গীৰেহে জোখ কৰে। মানুহজন অলপ বেচি চৌখীন। চৰিত্ৰ বোলা বস্তুটো তেওঁৰ ব্যোমকেশ তালুৰপৰা, ঢোল পেটটোৰ কথাই নকওঁ, একো চটা ইটা সদৃশ প্ৰকাণ্ড ভৰিৰ পটা দুখনলৈকে ক'তো বিচাৰি পোৱা নাযায়। অতিপাত কামাতুৰ, মদপী। কামনা চৰিতাৰ্থ কৰিবলৈ য'তে ত'তে যোৱা কাৰণে সম্প্ৰতি যৌন-ব্যাধিত আক্ৰান্ত হৈছে। এই ঠিকাদাৰেই স্কুলৰ মেনেজিং কমিটীৰ অন্যতম প্ৰধান মেম্বাৰ। স্কুলঘৰ নিৰ্মাণ কৰাৰ সময়ত মোটা অৰ্থসাহায্য আগবঢ়াইছে। এটা বিশেষ ভঙ্গীত এটা চকু মুদি চিগাৰেটটোত হোপা এটা মাৰি তেওঁ আনটো চকুৰে কুঁৱলীক ভালকৈ নিৰীক্ষণ কৰিয়েই যিটো বুজিব লাগে বুজিলে। তেওঁৰ অইন নহ'লেও টকা আছে। টকাৰ বশ নহয় কোন? তাতে চহৰৰ ছোৱালী। ইপিনে বোলে নাবালক ভায়েকৰ বাহিৰে কোনো নাই।

বেছ কিছু সময় ধৰি বিৰক্তিকৰ নিস্তব্ধতাত অলপ অতিষ্ঠ হৈ কুঁৱলীয়ে আটাই কেউজনৰ ফালে একোবাৰ চাই বিনয় মিহলি মাতেৰে সুধিলে, "মোৰ কথাত আপোনালোকৰ বিশ্বাস হোৱা নাই নেকি? যদি কিবা আপত্তি আছে ব্যক্ত কৰিলেই মই ভাল পাম।"

পলকতে তিনিও মূৰ্তি সপ্ৰতিভ হৈ উঠিল। তিনিওজনে তিনিওৰে মুখৰ ফালে একোবাৰ চোৱা-চুই কৰি নিজ নিজ উদ্দেশ্য সম্মুখত ৰাখি একে আষাৰে তিনিওজনে ক'লে, "আমাৰ একো আপত্তি নাই।"

# দাগ

শ্ৰীকুমুদ গোস্বামী

বাপুকণে তো এইবোৰ কথাত গুৰুত্বই নিদিয়ে। ইফালে জয়দ্ৰথেও হয়তো ভাবিছে—দাগটো লাগিলেই বাৰু, সেইটোনো আকৌ কি কথা ; এবাৰ ধুই দিলেই দেখোন নিকা হৈ যাব। কিন্তু সকলোৱে উৰুৱাই দিলেও অহল্যাই নোৱাৰে, আৰু সব কথা ইমান সহজ বুলি ভবা হ'লেতো তেওঁৰ মনত একো অশান্তিয়েই নাথাকে। পাচে, নোৱাৰে। তেৱেঁই যদি ঘৰখনৰ কথা নাভাবে, ভাবিব কোনে? দেৱযানীয়ে? কিয় ভাবিব? এইখন তাইৰ নিজৰ ঘৰ হ'লেহে। চ'ৰাঘৰৰ মূধত বতাহৰ লগে লগে ঘূৰি থকা টিনপাতৰ চৰাইটোৰ দৰে অহল্যাৰ চিন্তাৰ আঁতো কৰবাত ঘূৰি ঘূৰি পাক খাই আউল লাগি গ'ল। আৰু নিজ বিবেকেৰে যেতিয়া তেওঁ সকলো কথা চালি-জাৰি চালে তেতিয়া দেৱযানীৰ চৰিত্ৰ সম্বন্ধে দ্বিতীয়বাৰৰ বাবে তেওঁ সন্দিহান হ'ল।

ছোৱালীৰ চাল-চলন দেখি প্ৰথমেই অৱশ্যে অহল্যাই বুজিছিল, কামটো ভাললৈ নহ'ল বুলি। গিৰীয়েককো কথাটো কাণচোৱাই থৈছিল ; কিন্তু জয়দ্ৰথে ভাবিছিল—এতিয়া ক'লে আৰু কি হ'ব? যি হ'ব লগা আছিল হ'লেই। দেৱযানীৰ লগতেই নীলপদ্মৰ বাহি-জোৰা আহিল। অহল্যাৰ মনটো কিন্তু একেবাৰে টেঙাই গৈছিল। গাঁৱৰ মানুহৰ কাৰো লগতে চিনা-জনা নাই, কাক দেখিলে ওৰণিখন ওলোমাই তলমূৰকৈ খোজ দিব লাগে, কাৰ আগত ওৰণি ললেও হয়, নললেও হয়, কাক কি বুলি সম্বোধন কৰিব লাগে, এইবোৰৰ একো বুজ-



বাজ নৌ লওঁতেই, আহিয়েই দেৱযানীয়েই ৰাজহুৱা পকীনাদৰ পাৰত মুকলিকৈ গা ধুবলৈ আৰম্ভ কৰিছিল। আনে কি ভাবে কব নোৱাৰোঁ, অহল্যাৰ হ'লে এইবোৰ কথা মুঠেই পছন্দ হোৱা নাছিল। তাতে আকৌ তিতা কাপোৰেৰে চটপ-চটপকৈ পানী মাৰি তাই যিদৰেহে যাব—গা সিৰ-সিৰাই যোৱা কথা। লোটাটো, ঘটিটো বা কটাৰীখন বিচাৰি ইযৰ-সিযৰ কৰোঁতেও দেৱযানীৰ ভৰিৰ আঙুলিবোৰ মটক্-মটক্কৈ উঠে। এইবোৰ কুলক্ষণ। বহুদিন কিবা এটা কওঁ কওঁ বুলি ভাবিও অহল্যাই একো কোৱা নাই। ভাবিছে, নীলপদ্ম আছে যেতিয়া সি নিজে তাৰ তিৰোতাক শিকাই-বুজাই ভাল কৰিব। শাহুৱেক-শহুৰেক হ'লেও এই দায়িত্ব অহল্যা আৰু জয়দ্ৰথৰ ওপৰত নাই। বাপুকণৰ ওপৰতো পৰা নাই ; স্কুললৈ যাবৰ সময়ত ভাতকেইটা আৰু আহিবৰ সময়ত চাহ-টোপা মাক বা নবৌয়েক কোনোবা এজনীয়ে দিলেই হ'ল তাৰ। গতিকে, অহল্যায়ো তাল মাৰি আছিল।

পিচলৈ নোৱাৰিলে। নোৱাৰিলে, যেতিয়া নীলপদ্ম এদিন ঘৰৰপৰা হঠাতে নিখোজ হ'ল। প্ৰথমে কথাটো কোনেও দকৈ ভবা নাছিল। সি চৰকাৰী কাম কৰা মানুহ। হয়তো কৰবাত কিবা জৰুৰী সকাম আছে ; গৈছে—আহিব ; কিন্তু নাহিল। প্ৰায় দুমাহ পাৰ হৈ যোৱাৰ পাচতো যেতিয়া নীলপদ্মৰ একো উম-ঘাম নোলাল, তেতিয়া কোনেও খোলা-খুলিকৈ নক'লেও মনে মনে সকলোৱে বুজিলে—নীলপদ্ম আৰু ঘূৰি নাহে। কৰবাত সি আপোনঘাতী হ'লগৈ।

দেৱযানীক এবাৰ অহল্যাই সুধিছিল, যাবৰ সময়ত সি তাইক কিবা কৈ গৈছে নেকি। নাই, একো কৈ যোৱা নাই। আচলতে, নীলপদ্ম কেতিয়া গ'ল তাকো দেৱযানীয়ে নাজানে। কেনেকৈ জানিব? এই যখিনীয়েতো তাৰ কাল হ'ল।

অৱশেষত কোনেও নক'লেও এদিন দেৱযানীয়ে নিজে কপালৰপৰা সেন্দূৰৰ ফোঁটটো মচি পেলালে। অহল্যাই বোৱাৰীয়েকৰ এই কামত বেয়া নাপালে। তথাপি, তাইৰ উকা কপালখন দেখিলে তেওঁৰ বুকুখন যেন চিৰিংকৈ যায়। এই নীলপদ্মটো—নোহোৱা হ'ল বুলিয়ে হ'ল! সেইবুলি, দেৱযানীয়ে কপালত সদায় সেন্দূৰৰ ফোঁট এটা লৈ থাকিব—এইটো অহল্যাই ভাল নাপায়। ঘৰৰ ভিতৰতে ইকোঠা-সিকোঠাকৈ থাকিলেতো থাকিলেই ; বাহিৰুত যদি চুবুৰিৰ কোনোবাই দেখে, কি

ভাবিব! যিমানে যি নহওক, দেবযানীৰ গিৰীয়েক নাই; আৰু গিৰীয়েক নোহোৱা তিৰোতা এজনীয়ে বা এনেকৈ কপালত কিয় সেন্দূৰ লব লাগে। ওচৰ-চুবুৰীয়াবোৰে হয়তো বেলেগ কিবা-কিবি অশুচি কথা ভাবিবলৈ বাধ্য হব।

আৰু, অহল্যাৰ মানত এইটোৱেই আটাইতকৈ মাৰাত্মক কথা। লগতে এখন ঘৰৰ বদনাম। দেবযানীয়ে অৱশ্যে ঠিকেই কৰিছে। কপালত তাই এতিয়ালৈকে সেন্দূৰৰ ফোঁট লোৱা নাই। কিন্তু, হঠাতে আজি এইবোৰ ঘটিল! কিয় দেবযানীয়ে এইখন বলিয়ালি কৰিছে? এটা তীব্ৰ কৰুণ অনুভূতিয়ে অহল্যাৰ বুকুখন খামোচ মাৰি ধৰিলেহি।

কথাটো হ'ল, বাতিপুৱা গা-ধুই ঘৰ সোমাওঁতে অহল্যাই লক্ষ্য কৰিছিল দেবযানীৰ কোঠাটোৰ দুৱাৰমুখত আঁৰি থোৱা পৰ্দাখন বতাহত উৰি আছে। পাতল নীলা, মাজে মাজে বগা-ফুটফুটীয়া পৰ্দাখন। ঠিক তাতে, ভিতৰফালে পৰ্দাখনত এটা দাগ। অৰ্থাৎ কোনোবাই কিবা মচি থোৱা চিন। ৰঙা। অহল্যাই জয়দ্ৰথকো দেখুৱালে দাগটো। খুব জোৰকৈ ধৰাতো তেওঁ ওচৰলৈ নগৈ দূৰৰপৰাই চালে; প্ৰথমতে একো ধৰিব নোৱাৰিলে। ঠিক নোৱৰা নহয়; জয়দ্ৰথে সিমান ডাঙৰ কথা বুলি ভবাই নাই। বাপুকণক তো কাকূতি-মিনতি কৰিও মাতি আনিব নোৱাৰিলে দাগটো চাবলৈ। বাপেক-পুতেক একে। কথাক কথা বুলি নাভাবে। দেবযানীক অৱশ্যে অহল্যাই একো সোধা নাই। কিয় সুধিব। সুধিলেও যে তাই সঁচা কথাটো কব এই আশা অহল্যাই নকৰে। কেনেবাকৈ আকৌ কথাটো বাহিৰ ওলাওক। তেতিয়া আৰু জুইৰ অঙঠা আঁচলেৰে বান্ধি ৰাখিব নোৱাৰিব। অৱশ্যে অহল্যাই নিজে দাগটো দূৰৰপৰাহে চাইছে। হয়েই তো, পিটিকি চালেহে হয়নে। দেখ দেখ কথা এটা।

আনে নুবুজিলেও অহল্যাই বুজিছে, দাগটো সেন্দূৰৰ। পঞ্চাশ পইচাটোৰ মান বহল। দাঁতিটো পাতল; কিছুদূৰলৈ বিয়পি যোৱা। মাজখিনি অলপ ডাঠ। লাগিছেও অলপ ওখত। দেবযানীয়ে সহজে চুকি পাব,—এনেকুৱা ঠাইত। গতিকে এই কাম তাইৰে হব। হয়তো দেবযানীয়ে মনে মনে কপালত সেন্দূৰৰ ফোঁট লৈছিল কেতিয়াবা; আৰু কোনোবাই দেখিব বুলি মচি পেলাইছে তৎক্ষণাত। হয়তো তাই পাহৰি গৈছে—দুবছৰ আগতে নীলপদ্ম তাইৰ গিৰীয়েক আছিল; আৰু



এতিয়া সি নাই। হয়তো তাই ভবা নাই—জয়দ্ৰথ স্কুলৰ শিক্ষক হ'লেও পুৰণিকলীয়া এই টিনপাতৰ ঘৰটোৰ তলত অতি সংগোপনে পুৰণি মৰ্য্যাদা এটা শুই আছে। যিমান দ'লৈ ভাবি গ'ল সিমান দ'লৈকে কথাটোৱে অহল্যাৰ কলিজাখন খুতৰা কাঁইটৰ দৰে নেদেখাকৈ খুচি থাকিল।

বাহিৰত আয়নাৰ দৰে স্বচ্ছ ৰ'দ। দেবযানী সম্ভৱ শুইছে। বাকী কেইটা তো নায়েই; কামে কামে ওলাই গৈছে। বৰ অসহ্য সময় এইখিনি। ইমান গৰমত অহল্যাই শুবও নোৱাৰে। পিৰালিত বহি থাকিলেও মনটোলৈ কিবাকিবি ভাববোৰ আহে। খুব আমনি কৰে নীলপদ্মৰ ঘূৰণীয়া কোমল মুখখনে। এটা সময়ত তাৰ স্মৃতিও আকাশেদি হঠাৎ উৰি যোৱা মেঘ এচপৰাৰ দৰে অস্পষ্ট হয়। অহল্যাৰ মনলৈ এইবাৰ আকৌ আহিল অমঙ্গলীয়া দাগটোৰ কথা। সেয়া পৰ্দাখন এতিয়াও বতাহত নাচি আছে। বাৰে বাৰে অহল্যাৰ চকুত পৰিছে ৰঙা দাগটো— কোনোবাই যেন এচটা সুমথিৰা টেঙাৰ বাকলিহে তেওঁৰ চকুত চেপি দিছেহি। চকুদুটা মোহাৰি অহল্যাই পাকঘৰৰ ভিতৰখন এবাৰ চাই আহিলগৈ। গাখীৰখিনি বেয়াকৈ আছে বাহিৰতে। এই ৰঙা পকৰাবোৰ; ছিঃ! গোটেইখন একেবাৰে তহিলং কৰিলে। পাকঘৰৰ গাতে লাগি থকা চজিনাডালত কিবা চৰাই এটাই দীঘল দীঘলকৈ সুহুৰিয়াইছে; বুকুখন কিবা লাগি গ'ল অহল্যাৰ। হয়, সেন্দূৰৰে হব দাগটো। নহ'লে ইমানদিনে গা-মূৰৰ ঘঁহনি খায়ো উঠি যোৱা নাইনে? হাতত সাবে ভৰিত সাৰে অহল্যাই দেবযানীক এবাৰ চাই আহিলগৈ। তাই শুই আছে। গৰম বুলিয়ে হব পায়, কাপোৰ-কানি গাত ৰখাই নাই বুলিব পাৰি। সোঁ-ভৰিটো বেয়াকৈ কোঁচ খাই আছে। যেন শোকোতাৰ ৰস এচলুহে অহল্যাৰ ডিঙিৰ ভিতৰেদি বাগৰি গ'ল। এইখন ঘৰ আৰু ঘৰ হৈ থকা নাই। পাতল বতাহৰ সোঁত এটাই দেবযানীৰ অৱশিষ্ট কাপোৰখিনি একাষৰীয়া কৰি থৈ অহল্যাৰ নাকটোও ফুৰফুৰাই দিলেহি। দিনবোৰ যে কেনেকৈ গৈছে! দেখদেখকৈ নীলপদ্মটো নোহোৱা হ'ল; অথচ কোনেও খাটাংকৈ নকয়—সি মৰিল বুলি। তাতে ঘৰ এখনৰ এনে এটা বদনাম হবলগা কথা, তাতো কাৰো গাৰসিকতি নাই! এস্ এই বতাহজাকো! আঠুলৈ কোঁচ খাই অহা মেখেলাখন সামৰি ললে অহল্যাই।

এনেতে ওচৰৰ আলিবাটত মৃদু গুমগুমনি এটা শুনা গ'ল। শব্দটো ক্ৰমে ধঁপাত সিহঁতৰ তামোলৰ বাগীৰ দৰে অহল্যাৰ গাৰ মঙহৰ মাজে মাজে বিয়পি পৰিল। স্কুল ছুটী হ'ল হব পায়। হওক। বাপেক-পুতেক কাৰো ওপৰত আস্থা নাই অহল্যাৰ। এটাতো আপোনঘাতীয়েই হ'ল। সি এজনী এৰি গ'ল, তায়ো এতিয়া কামুৰি খাইছে। কিয় এইবিলাক সাত শতৰুৱে হঁহা কাণ্ড তাই কৰিব লাগে?

"এই দেবযানী, দেবযানী?" চোকা ৰ'দৰ মাজে মাজে যাওঁতে অহল্যাৰ মাতটো যেন আদবাটতে গলি গ'ল। ৰৰঘৰৰ জী ওলাইছে; এবাৰ-দুবাৰ কথাত গা নলবেই! ইফালে, বাপুকণ আহি পায়হিয়ে লাগে। আহিতো আৰু সি সুস্থিৰে নাথাকিব। একেবাৰে তালফাল লগাই দিব নহয় গোটেইখন। চাহ লাগ বুলিয়েই লাগিব তাক। তায়েই দিয়কহি। গা-মন খুব বেয়া অহল্যাৰ। উঠি-পৰি ফুৰিবলৈকে ইচ্ছা নোহোৱা হৈছে। কি হব। ইহঁতে চুকত লুকাই থাকিও বুকুত কামোৰে। থাকিলেই বাৰু তাইৰ গাত বয়সৰ জুইকুৰা; সেইবুলি মান-সন্মান বুলিতো কথা এটা আছে। এতিয়া অন্ততঃ খুনপেচ নাৰি থাকিলে তাইক সকলোৱে দুষিব। শুদা মানুহজনীয়েই তাই।

এটা সময়ত বাপুকণ আহি ঘৰ সোমাল। দেবযানীও উঠি আহিল পাকঘৰলৈ। পিৰালিত বহি চকুদুটা আধামেলা আধাজপোৱা কৰি সিহঁতৰ খোজৰ উমান ললে অহল্যাই। সুৰটো একেবাৰে টিংটিঙাই আছে। ৰ'দৰ বাবেই নেকি! নিজৰ শৰীৰৰ ওপৰতে আজিকালি অহল্যাৰ বিশ্বাস নাই। কোন সময়ত কি হয়। ইহঁতমখাই লগলাগি মানুহজনীক জুৰুলা কৰি মাৰিছে।

"বাপুকণ, অ' বাপুকণ"—অহল্যাই মাতিলে। ভিতৰৰপৰা দুপ্-দুপ্‌কৈ দৌৰি আহি সি মাকৰ আগত থিয় হ'ল। প্ৰথমে সি একো নুবুজিলে। আকাশখনো যথেষ্ট কঠিন যেন লাগিল তাৰ—এইমাত্ৰ যেন ৰজত পণ্ডিত অঙ্কৰ শ্ৰেণীলৈ সোমাই আহিছে; আৰু আহিয়েই তাক সুধিছে, দুই কিলোত কিমান সেৰ থাকে? ইমান টান অঙ্ক সি জীৱনতে কৰিব নোৱাৰিব। হতবুদ্ধি হৈ সি মাকৰ চকুলৈ চালে। দেখিলে, নবৌৱেকৰ কোঠালীৰ সন্মুখৰ পৰ্দাখন বিৰ্ বিৰ্ বতাহত উৰি আছে; এবাৰ ভিতৰ সোমাই যায়, আকৌ ওলাই আহে। কোনোবাই যেন মনে মনে আহি পৰ্দাখনৰ গাত কেইটামান পৌনঃপুনিক বিন্দু বহুৱাই দি গ'ল।



"ক, কিয় মাতিছিল?"

"যাচোন, নবৌৱেৰৰ কোঠালীত সেন্দুৰৰ টেমা এটা আছেনে নাই চাই আহগৈ।" পিচৰফালে অহল্যাৰ মাতটো যথেষ্ট সৰু যেন শুনা গ'ল। তাই নুশুনাকৈয়ে এইবোৰৰ তদন্ত কৰা ভাল। এনেতে ভিতৰত গিলাচ নে বাটি কিবা খটংকৈ বাজি উঠিছিল। দেবযানীয়ে নুশুনিলে। ৰিংৰিঙনি শব্দটো ক্ৰমে সৰু হৈ এসময়ত আপোনা-আপুনি জীণ যাবলৈও বহুপৰ লাগে।

বাপুকণে খবৰটো দিলেহি—আছে, একেবাৰে সিঁচৰিত হৈ পৰি আছে সেন্দুৰবোৰ। অহল্যাৰ বুকুখন যেন ভাগি-ছিগি কৰবাত গৈ ছিটিকি পৰিল। হয়েই তেনেহলে! মনে মনে কৰিছেতো কামটো; গতিকে নবালৰিতে সেন্দুৰো উফৰি পৰিল কৰবাত। ইমানটো তেজৰ পিৰপিৰণি তাইৰ! তেল-সেন্দুৰ সানি থাকিলেহে গাৰ জুই নুমায়। গোটেই গাটো ঘামি উঠিল অহল্যাৰ। চ'ৰাঘৰৰ মুধত বতাহৰ লগে লগে ঘূৰি থকা টিনপাতৰ চৰাইটোৰ গতিও যেন হঠাৎ মন্থৰ হৈ পৰিল।

"জানো নহয় তাইৰ কথা। এই যখিনী অহাৰ পৰাই তো ঘৰখনত জুই লাগিল। দেখদেখকৈ ডেকা-ল'ৰাটোক তাই ৰাক্ষসীয়ে খালে। তাৰ পাচত এটা এৰি এটা ওলাই আছে ঘৰখনত; আকৌ তাই এইখন উৎপাত লগাইছে। কিয়—কাক দেখুৱায় সেন্দুৰ ঘঁহি? ক'ত সেনা ম'হটো আছে তাইলৈ?" কঁপি উঠিল অহল্যাৰ সৰ্বশৰীৰ। ইতিমধ্যে দেবযানী বাহিৰ ওলাই আহিছিল। ৰ'দৰ প্ৰকোপ কমা নাই। শাহু-ৱেকে ঘূৰি চোৱাতহে তাই অলপ পিচুৱাই গৈ গাৰ কাপোৰখিনি ঠিক কৰি ললে—পিঠিটো তিতি গৈছে ঘামতে। চাহৰ চোকাৰ জুইকুৰা যেন শাহুৱেকৰ চকুতে দপ্‌দপ্‌কৈ জ্বলি আছে। মুখখন এবাৰ মচি লওঁ বুলি ভাবিও নললে তাই। গাত লোৱা কাপোৰখনৰো পুতলটো কম। ইফাল-সিফাল কৰিবই নোৱাৰি।...

"তই মোৰ ঘৰত থাকিম বুলি আহিছ, নে ওলাই যাম বুলি আহিছ?" গুলীখোৱা বাঘৰ চকুৰ দৰে অহল্যাৰ চকু দুটাও তগৰগাই উঠিল, "হুঁঃ, ক কোনটো কৰিবি?" কি হ'ল একো বুজিব নোৱাৰি দেবযানীয়ে ঠাইতে বহি পৰি হুক্‌হুকাই কান্দি দিলে। কিয়, কিয় ইমান খং উঠিছে শাহুৱেকৰ? কি দোষ কৰিছে তাই? বাপুকণক তো তাই একো কোৱা নাই। চাহ দিছে, খাইছে, বেছ, উঠি আহিছে। আনকি,

নিজেও এচামুচ তাই খোৱা নাই। নাখায়। অহল্যাই খা বুলি নক'লে তাই চাহ নহয় ভাতো নাখায় কোনোদিনে ? তথাপি, কি হ'ল এইবোৰ হঠাতে !—আপদীয়া চকুপানীবোৰে আজিকালি তাইক বৰ আমনি কৰে।

"আজি কৈছোঁ বাবে কান্দিছ। কালিলৈ আকৌ সেন্দুৰ ঘঁহিবি—"

"মা ! নাই, মা মই সেন্দুৰ লোৱা নাই।" ভীষণ যন্ত্ৰণাত দেৱযানীয়ে চকু দুটা মুদি দিলে। এখন এখনকৈ কেবাখনো মুখ তাইৰ মনৰ চিৰিয়েদি বগাই পাব হৈ গ'ল।

"তেনেহলে কোনে সেইবোৰ মচি খৈছে ?" টেঙেচী শাকৰ পুৰঠ গুটি ছিটিকাৰ দৰে ছিটিকি উঠিল অহল্যা। কি যে এইজনী ঘৰ সুমুৱাইছিল আনি !

অহল্যাৰ দৃষ্টি অনুসৰণ কৰি দেৱযানীয়ে কোঠালীটোৰ ফালে চালে। জগমোহনহঁতৰ আখলঘৰৰ কোণেদি থকা অমিতাজোপাৰ ছিৰিলাছিৰিলি পাতবোৰৰ মাজত বিয়লিৰ বেলিটো কচাইখানাৰ ছাগলীৰ দৰে ওলমি আছে ; টোপাটোপে সৰি পৰিছে ৰঙা ৰঙা তেজবোৰ। পৰ্দাখনো নাচি আছে ৰতাহত। বেজীৰ আগ যেন তীব্ৰ উৎকণ্ঠাৰে অহল্যাই চাই আছে পৰ্দাখনলৈ ; পৰ্দাখনৰ সেই বিশেষ অংশটোলৈ—য'ত দাগটো লাগিছিল। ৰঙা, ঘূৰণীয়া। মাজখিনি অলপ ডাঠ ; কাষটো বিয়পি যোৱা। এবাৰ দুবাৰকৈ কেইবাবাৰো পৰ্দাখন উৰিল। লগে লগে অহল্যাৰ আশাও একোবাৰ বিজুলীৰ দৰে তীক্ষ্ণ, একোবাৰ বৰফৰ দৰে শীতল পৰি আহিল। নোলাল। পৰ্দাখন বহুবাৰ অহা-যোৱা কৰাৰ পাচতো দাগটো নোলাল। নেদেখিলে অহল্যাই। দেৱযানীয়েতো ভবাই নাই দেখাৰ কথা। তেনেকুৱা হয়েই দুপৰীয়া সময়ত। টিনপাতৰ ঘৰতো। সূৰ্যৰ ফালে ফুটা এটা হৈছে। সেইপিনেদি বেলিৰ পোহৰ সোমায় কোঠালীত। তাতে যদি কৰবাত কিবা ৰঙীন বস্তু থাকে, সেন্দুৰৰ দৰে তেতিয়া তাৰে প্ৰতিবিম্ব উঠে পৰ্দাখনত। প্ৰথমতে দেৱযানীৰো ভ্ৰম হৈছিল। আজিকালি নহয়। বেলি পাতত বহিলে আৰু কোঠালীটোত পোহৰ নপৰে।



# নদীৰ নতুন গতি

শ্ৰীকামিনী ফুকন

কোঠাটোত চাৰিটা মানুহৰ সতে এটা কনিষ্টবল আছিল।

আৰু সেই কোঠাটোত মই সোমাই যোৱাৰ লগে লগে এফালৰপৰা প্ৰত্যেকটো মানুহলৈ চকু দি শেষত এটা মানুহৰ ওপৰত মোৰ চকুৰ দৃষ্টি এনে এক কৌতূহলেৰে নিবদ্ধ হৈ পৰিল যে মুহূৰ্তৰ ভিতৰতে মই ধৰি ললোঁ এফালৰপৰা গৈ জপৰা চুলিৰে আৰু অসৰাগুটি যেন চকুৰে যিটো চতুৰ্থ ব্যক্তিয়ে মোৰ দৃষ্টিক আকৰ্ষণ কৰিছিল সি নিশ্চয় ডালিম হ'ব লাগিব।

ঠিক সেই মুহূৰ্তটোত মই দেখিলোঁ কোঠাটোত থকা কনিষ্টবলটোৱে শকত লাঠিডালেৰে কোঠাটোত থকা অন্য এটা মানুহক কেইবাটাও মাৰ দিছে। আৰু কনিষ্টবলটোৱে তাক বাৰে বাৰে প্ৰশ্ন কৰিছে "ক আমাৰ চাৰৰ সৌকাৰ কোৰ পিঠিত নপৰাৰ আগতে" বুলি বাক্যটো অসম্পূৰ্ণ কৰি ৰাখি তাক চুলিকোছাত ধৰি বুট জোতাযোৰেৰে কেইবাটাও গোৰ মৰাৰ দৃশ্য মোৰ চকুত পৰিল।

এই দৃশ্য মোৰ বাবে নতুন নহয়। পুৰণা। সদায়েই ঘটি থকা এটা দৃশ্যৰ এয়া যদিও পুনৰাবৃত্তি তথাপি মোৰ ভাব হ'ল ইয়াত যেন কিবা অলপ নতুন বস্তু সোমাই আছে। কিয়নো হাতত আইন ৰাখি দুৰ্বলৰ ওপৰত যিটো মানুহে দেহৰ সমস্ত শক্তি প্ৰয়োগ কৰি যাক প্ৰহাৰ কৰে আৰু সেই প্ৰহাৰ নিৰৱে সহ্য কৰি যাৰ পৰা এষাৰো মাত উলিয়াব নোৱাৰে, তেনেস্থলত মই এটা সত্যত উপনীত হ'লোঁ যে সেইজন মানুহৰ বেদনা অসৰ—হয়তো অতুলনীয়।

কিয় ক'ব নোৱাৰোঁ।—মানুহজনৰ ওপৰত হঠাতে সহানুভূতিৰে মোৰ অন্তৰ উপচি পৰিল। পুত্ৰহাৰা মাতৃৰ যি বেদনা ঠিক সিমানখিনি বেদনাই যেন মই হৃদয়েৰে উপলব্ধি কৰিলোঁ। পুলিচৰ লাঠিৰ মাৰ আৰু বুটজোতাৰ গোবক যি নিৰৱে সহ্য কৰিছে আৰু যাৰপৰা এযাৰো মুখৰ মাত উলিয়াব পৰা নাই সেই দোষী বুলি ভৱা ডেকাজন যেন নিৰ্দোষী। তেওঁ যেন ভুল কৰিলেও সহজতে ক্ষমা কৰি দিব পাৰি।

এনেতে দেখিলোঁ কনিষ্টবলটোৱে এইবাৰ জপৰা চুলিৰে আৰু অমৰাগুটি যেন চকুৰে যিটো মানুহ সৰু কোঠাটোৰ চুকত বহি নিৰলে বহি আছিল সেই ঠাইখিনিৰ ওচৰলৈ গৈ কনিষ্টবলটোৱে নিজৰ বীৰত্ব প্ৰকাশ কৰিয়েই তাৰ পিঠিত এটা কোব মাৰিলে। কোবটো মাৰিবলৈ হে পালে দেখিলোঁ সন্মুখত বাঘ দেখি উচাপ খাই উঠা মানুহৰ দৰে সি উচাপ খাই উঠিছে আৰু বহি থকাৰপৰা সি উঠি থিয় হৈ লৰলৈ সাজু হওঁতেই দেখিলোঁ অন্য এটা কোব তাৰ পিঠিত পৰিছে।

ভাব হ'ল সৰু পিঠিখনৰ বোধকৰোঁ অকণমান অৱশিষ্টও নথকাকৈ ওপৰা-উপৰিকৈ পুলিচৰ মাৰ পৰিছে। আৰু সেইকাৰণেই বোধকৰোঁ মাৰটো তাৰ পিঠিত পৰাৰ লগে লগে সি কাণ তালমাৰি যোৱা কেইটা-মান চিঞৰ মাৰিছে। মই জানো তাৰ সেই মুহূৰ্তৰ সেই চিঞৰকেইটাই কেৱল এজন মানুহৰপৰা বিচৰা সহায় প্ৰাৰ্থনা,—নতুন সহানুভূতিৰ ইঙ্গিত হ'লেও সেয়া মূল্যহীন। পুলিচৰ লাঠিৰ মাৰ যিমানেই অসহ্য নহওক আৰু সেই মাৰ সহ্য কৰিব নোৱাৰি সি যিমানেই নিচিঞৰক তথাপি মই জানো পুলিচৰ সত্যটোকে আচামীয়ে সত্য নহ'লেও সত্য বুলি নোকোৱা পৰ্য্যন্ত বেদনাৰ লোটকে একোখন মহাসাগৰ সৃষ্টি কৰি পুলিচৰ হৃদয়ক আকৰ্ষণ কৰিব নোৱাৰে।

আৰু তাৰ সেই কাণ তালমাৰি যোৱা চিঞৰকেইটা সৰু ডাঠ ইটাৰে আবৰা কোঠাটোৰ বেৰে-ছালে প্ৰতিধ্বনিত হৈ মোৰ হৃদয়ৰ চুক এটাতো খুন্দা মৰা মই গম পালোঁ। যেন, কেটেঙা এই কনিষ্টবলটোৱে জপৰা চুলি আৰু অমৰাগুটি যেন চকুৰে সেই সুঠাম যুৱকটোক প্ৰহাৰ কৰা নাই। কৰিছে মোক। মোৰ অলপ অসহ্য লাগিল। আচামী বুলি ভৱা এই যুৱকটোক কি সংক্ৰান্তত এৰেষ্ট কৰিছে অথবা সি দোষী নে নিৰ্দোষী মই নাজানো। সন্দেহ কৰি তাৰ ওপৰত কৰা এই অত্যাচাৰ কিন্তু মোৰ অলপো সহ্য নহ'ল।



সহ্য নোহোৱাৰ কথাও অৱশ্যে

কিয়নো মোৰ জেইল জীৱনৰ এইটো অভিজ্ঞতা মোৰ বাবে সদায়েই স্মৰণীয় আৰু কৰুণ। জেইল জীৱনৰ এনে সুদীৰ্ঘ অভিজ্ঞতাৰ অন্তত মই দেখিলোঁ আজিলৈকে পুলিচে যিমান আচামীক প্ৰহাৰ কৰিছে সেই আটাই-বোৰ আচামীতকৈ বোধকৰোঁ ইয়ে বেচি মাৰ খাইছে। ভাব হ'ল কোনো এক গুৰুতৰ অপৰাধৰ ই নিশ্চয় সন্দেহজনক আচামী হ'ব লাগিব। হয়তো ই খুনী নতু পলাতক আচামী হ'ব লাগিব। হয়তো কোনো ঠাই বিশেষত কোনো এক গুৰুতৰ হিংসাত্মক কাৰ্য্যত ই লিপ্ত আছিল। পুলিচৰ ভয়ত হয়তো সি ক'ৰবাত আত্মগোপন কৰি আছিল আৰু পুলিচৰ বহুত যত্নৰ শেষত ই যেতিয়া ধৰা পৰিল তেতিয়া হয়তো এয়া তাৰ ওপৰত অন্যতম প্ৰতিশোধ।

এইবাৰ দেখিলোঁ গোৰ আৰু বেতোৱাৰ পৰ্ব শেষ কৰি সন্দেহজনক আচামীটোৰ হাড়কেইডালত কনিষ্টবলটোৱে শকত লাঠিডালেৰে টোকৰ দিছে আৰু সেই টোকৰকেইটা মোৰ কাণত এনে স্পৰ্শৰে ধৰা দিলে যেন সেয়া দুৰ্বলৰ ওপৰত কৰা অত্যাচাৰৰ শেষ শাস্তি নহয়, যেন সেয়া সঙ্গীতৰ ধ্বনিহে। মৃদু, মধুৰ শব্দকেইটা শুনি আচলতে মোৰ যিমান ভাল লাগিছিল তাতকৈও মোৰ বেচি দুখ লাগিছিল যেতিয়া সহায় প্ৰাৰ্থনাৰ কেইবাটাও চিঞৰ মোৰ কাণত পৰিল।

কনিষ্টবলটোৰপৰা পোৱা এই অসহনীয় শাস্তি সহ্য কৰিব নোৱাৰিয়েই বোধহয় সি মাটিত লৰেজান হৈ পৰি ৰ'ল আৰু তেজ বমি কৰিবলৈ আৰম্ভ কৰিলে। মানুহে তেজ বমি কৰাটো যেন একোটা সাধাৰণ ঘটনাহে, ঠিক এনেভাৱে কনিষ্টবলটোৱে কথাটো লৈ আচামীটোক মাৰিবলৈ এৰি তৃতীয় মানুহটোৰ ওচৰলৈ আহিল।

আৰু সেই মুহূৰ্তটোত কিং কৰ্তব্য বিমূঢ় হৈ তেজ বমি কৰা আচামী-টোৰ ওচৰলৈ মই আগবাঢ়ি আহিলোঁ। বমিবোৰ ভিতৰতে কৰাত গোটেই কোঠাটো দুৰ্গন্ধেৰে ভৰি পৰিছিল। বমি আৰু তাৰ পিঠিত পৰা লোকাৰ কোবৰ যন্ত্ৰণাত সি উস্-আস্ কৰি আছিল আৰু তাৰ কাষত উপস্থিত হৈ থকা মোকো সি পুলিচ বুলি ভাবিয়েই কৌতূহলেৰে মোলৈ চাই ৰৈছিল।

মই তাক আশা দিলোঁ। নিৰ্ভয়ে থাকিবলৈ সাহস দিলোঁ। আৰু ডাক্তৰৰ চিকিৎসাৰ পাচত সি যেতিয়া সম্পূৰ্ণ সুস্থ হ'ব তেতিয়া তাৰ ওপৰত কৰা এই নিৰ্মম অত্যাচাৰৰ বিচাৰ কৰিবলৈ মই তাক ফুচফুচাই ক'লোঁ যে সি পুলিচটোৰ ওপৰত কেছ দিলে অন্ততঃ বাকী কেইটাই নক'লেও

মই সাক্ষী ক'ম। মোৰ এই কথা শুনি মই লক্ষ্য কৰিলোঁ দুখৰ মাজতো সি হাঁহিবলৈ সামান্য চেষ্টা কৰিছে।

এনেতে আবেলিৰ চাৰিটা ঘণ্টাৰ কোব পৰিল।

দুটা কনিষ্টবল আহি আমাৰ চাৰিওটাকে হাত কেৰেয়া দি জেইলৰ ভিতৰলৈ লৈ গ'ল। থানাৰ চেল আৰু বন্দীশাল, আহি থাকোঁতে এই সামান্য বাটছোৱাৰ ব্যৱধানত মই লক্ষ্য কৰিলোঁ যে অমৰাগুটি যেন চকু আৰু জপৰা চুলিৰে মানুহটোৰ বাহিৰে বাকী দুয়োটাই মোলৈ অত্যন্ত আক্ষেপেৰে চাইছে। সিহঁতহালৰ সেই তীক্ষ্ম চাৱনি দেখি মোৰ বুজিবলৈ অলপো বাকী নৰল সেয়া কিহৰ চাৱনি আৰু সেই চাৱনিৰ অৰ্থ কি? মই বুজিলোঁ মোৰ ওপৰত কনিষ্টবলটোৱে মাৰপিট নকৰাৰ কাৰণেই সিহঁতৰ এই অভিযোগ।

সিহঁতবোৰে নিশ্চয় ধৰি লৈছিল যে, হয়তো মোৰ অপৰাধ সামান্য। নতু, সিহঁতবোৰে মোৰ মানুহটোৰ চেহেৰা-পাতি প্ৰসাধন আদিলৈ লক্ষ্য কৰি হয়তো ভাবি লৈছিল মই কোনো উচচ বংশৰ মানুহৰ সন্তান। নহ'লেও পুলিচৰ বিষয়াসকলৰ লগত মোৰ আহলাদ আছে।

কথাবোৰ ভাবি গৈ থাকোঁতে অৱশেষত আমি এটা সময়ত জেইলৰ ভিতৰলৈ সোমাই গ'লোঁ। সোমায়েই মোৰ ভাব হ'ল জেইলৰ ভিতৰত এই সুস্থ পৰিবেশ যেন মোৰ জনমে জনমে চিনাকি। জেইলৰ ডাক্তৰ, জেইলৰ চন্তৰী, খানচাম্‌া আদি সকলোবোৰেই মোৰ আপোন, বহু জনমৰ চিনাকি।

জেইলৰ ভিতৰলৈ সোমাই যোৱাৰ লগে লগেই চিনাকি আটাইকেইটা কয়েদীয়ে আহি মোক সম্ভাষণ জনালেহি। আৰু মোক আকৌ এবাৰ পাম বুলি সিহঁতবোৰে কেতিয়াও নভবাকৈ হঠাৎ মোক এনেকৈ পাই সুভাষে হাঁহি হাঁহি ক'লে, "বে, তুমি যোৱাৰপৰা বে, আমাৰ মন-চন একদম খাৰাপ বে। তুমি জনাই থকা কথাবোৰ শুনি আমি যে বে, জেইলত আছোঁ এইকথা পাহৰাই ৰাখিছিল। এতিয়া বে, আকৌ হাঁহি-ধেমালিৰে থাকিব পাৰিম।" ডিম্বই ক'লে, "আনে নাভাবিলেও মই কিন্তু ভাবিছিলোঁ অন্ততঃ তই এবাৰ আমাৰ কেইটাৰ বাবেই আহিবি। কথাটো আখৰে আখৰে ফলিয়ালে।" পিণ্টুৱে সুধিলে, "এইবাৰ, আগৰবাৰৰ দৰে কম দিনৰ বাবেনে আমাৰ দৰে দীঘলীয়া দিনলৈ। শুন; জেলৈলৈ আহিব খুজিলে দুটা মানুহক একেবাৰে শেষ কৰি দীঘল দিন লৈ আহিব লাগে।"



ইহঁত কেইটাৰ কথাবোৰ শুনি মোৰ হাঁহি উঠিছিল আৰু সিহঁতৰ আটাইৰে প্ৰশ্নবোৰৰ উত্তৰ যথাযথ দি গৈছিলোঁ। আৰু এনেকৈ উত্তৰ দি যাওঁতে কোনোটোৱে বিৰি খুজিছিল, কোনোটোৱে তামোল আনিছোঁ নেকি সুধিছিল। মই যোৱাৰপৰা হেনো সিহঁতৰ বিৰি-তামোল খোৱাৰ মুদা মৰিল। নৱেনৰ মতে বিৰি-তামোল এতিয়া দেখিলেও হেনো সিহঁতে চিনি নোপোৱা অৱস্থা হ'ল।

মই কিন্তু সিহঁত কেইটাৰ বাবে বিৰি এমুঠি লৈ গৈছিলোঁ আৰু মোৰ খবৰ লবলৈ অহা প্ৰত্যেককে একোটাকৈ বিৰি দি গৈছিলোঁ।

ইতিমধ্যে জামাদাৰে সিহঁত আটাইকে কামে কামে যাবলৈ নিৰ্দেশ দিয়াত, সিহঁত আটায়ে মোৰ কাষৰপৰা আঁতৰি গ'ল। আৰু সেই সুবিধাতে মই জেইলাৰৰ ওচৰলৈ আহিলোঁ। আৰু সুধিলোঁ "জপৰা চুলি আৰু অমৰাগুটি যেন চকুৰে মানুহটো জানো ডালিম ন'হয়?"

"হয়।"

"তাৰ তেজ বমি হৈছিল। অতিপাত মাৰপিত কৰাৰ বাবে তাৰ পিঠিখনো চাব নোৱৰা অৱস্থা হৈছে। ডাক্তৰক দেখুৱাই কিবা এটা ব্যৱস্থা নকৰিলে দিগদাৰ হ'ব পাৰে।"

ভিতৰুৱাকৈ জেইলাৰে মোক বহুত কথা ক'লে। জেইলাৰে কোৱা এই আটাইবোৰ কথা শুনি মোৰ বিশ্বাস হ'ল: ডালিম যে খুনী কথাটো খুব সম্ভৱ সচা। তদুপৰি তাৰ চকুৰ চাৱনি, কথা-বতৰা, চেহেৰাতো তেনে এটা লক্ষণ ফুটি উঠিছিল। কথাটো ভবাৰ লগে লগে ঘৃণা আৰু শঙ্কাত মোৰ নাকটো কোঁচ খাই আহিল। এটা বিজতৰীয়া ঘৃণা আৰু শঙ্কাত মোৰ সৰ্বশৰীৰ কঁপি উঠিল। আকৌ পিচ মুহূৰ্ততে ভাব হ'ল সি নিৰ্দোষীও হ'ব পাৰে। তাক দোষী বুলি ভবাটো এটা কেৱল অনুমান। এটা সন্দেহ। আৰু সি দোষী হোৱা হ'লে তাৰ পিঠিত এনে ধৰণে মাৰ পৰাৰ আগতেই শাস্তি লঘু হওক বুলি ভাবি সি নিশ্চয় পুলিচৰ আগত সচা কথাটো প্ৰকাশ কৰিলেহেঁতেন।

মই অলপ নিৰুপায়ত পৰিলোঁ।

পৰিলোঁ যদিও এটা কথাত মই নিঃসন্দেহ হৈ পৰিলোঁ যে ডালিমৰ পৰা মই অন্ততঃ প্ৰকৃত সত্যটো আবিষ্কাৰ কৰিব পাৰিমেই। অন্ততঃ আনৰ ক্ষেত্ৰত নহ'লেও সিয়ে মোৰ প্ৰতি সহানুভূতিশীল হ'ব অথবা জেইলৰ বন্ধ আবেষ্টনীৰ মাজত তাৰেই যে মই একমাত্ৰ বিশ্বস্ত বন্ধু সি নিশ্চয়

কথাষাৰ হৃদয়ঙ্গম কৰিব পাৰিব আৰু সেই সূত্ৰেই হয়তো সি মোৰ আগত সচা কথাটো কবলৈ কোনো কৃপণালি নকৰিব।

ডালিমক জেইলৰ চিকিৎসালয়ৰ ডাক্তৰে চিকিৎসা আৰম্ভ কৰিলে। কিয় ক'ব নোৱাৰোঁ, তাৰ প্ৰতি মোৰ এটা অদ্ভুত মৰম সোমাই পৰিছিল আৰু সেই সূত্ৰেই ৰাতি টোপনি খতি কৰি হ'লেও তাক শুশ্ৰূষা কৰা কামত ব্ৰতী হ'লোঁ। কেতিয়াবা মাজৰাতি, কেতিয়াবা সমস্ত দিন তাৰ কাষত থকাই যেন মোৰ উদ্দেশ্য হৈ পৰিল।

এদিন ডালিম সুস্থ হ'ল।

বিচাৰ কিন্তু তাৰ তেতিয়াও হোৱা নাছিল। আনহাতেদি তাক জামিনত দিবলৈ তাৰ কোনোবা সম্বন্ধীয় মানুহ আহিছিল যদিও তাক জামিনত দিয়া নাছিল। অতি নিৰ্ভৰযোগ্যভাৱে মই আৰু জানিছিলোঁ যে, তাক জামিনত দিয়াৰো কোনো আশা নাই। সি হেনো এটা খুনী আৰু নিজকে বহুত দিন আত্মগোপন কৰি ৰাখিছিল। গতিকে এনে এটা আচামী ধৰা পৰাৰ পাচত জামিনত দিয়াৰ প্ৰশ্নই উঠিব নোৱাৰে।

কথাটো ডালিমেও জানিছিল।

জানিছিল যে, তাক জামিনত নিদিয়ে। আৰু এদিন তাৰ বিচাৰ হ'ব। বিচাৰত হত্যাৰ অপৰাধত তাৰ হয়তো ফাঁচী হ'ব নতু দ্বীপান্তৰ হ'ব। কিন্তু এদিন সি মোক কৈছিল......।

মযো জানিছিলোঁ। আনে নক'লেও অন্ততঃ এদিন ডালিমে মোৰ আগত সচা কথা ক'ব—সেই বীভৎস, অমানুষিক হত্যাকাণ্ডটোৰ কথা য'ত ডালিমো লিপ্ত আছিল বুলি সন্দেহ কৰা হৈছে।

আৰু এয়া আছিল প্ৰায় তিনিমাহৰ আগৰ ঘটনা।

নাৰায়ণপুৰ আৰু ধলপুৰৰ মাজৰ সেই সামান্য বাটছোৱাৰ এক কিলো-মিটাৰমান পথ সাধাৰণতে জয়াল জন্নাল লাগে। সেই পথছোৱাতে এটা হত্যাকাণ্ড সংঘটিত হৈছিল। ৰাতি আঠমান বজাত নাৰায়ণপুৰৰপৰা ধলপুৰ অভিমুখে আহোঁতে প্ৰাণেশ বৰা নামৰ শিক্ষিত আৰু সামাজিক কামত আগবণুৱা এজন যুৱকক হত্যা কৰিছিল।

ঘটনাটো ঘটাৰ দিনাই বনজুইৰ দৰে কথাটো গোটেই গাঁৱতে বিয়পি পৰিছিল। এই হত্যাকাণ্ড পূৰ্ব পৰিকল্পিত বুলি ৰাইজে কোৱা-মেলা কৰিছিল আৰু হত্যাকাৰীক ধৰিবৰ বাবে পুলিচ মহল উঠি-পৰি লাগিছিল।



আৰু এই হত্যাকাণ্ডটোৰ আৰম্ভণিৰপৰাই ডালিম জড়িত আছে বুলি প্ৰমাণ পোৱা হৈছে। কিয়নো প্ৰাণেশ বৰাৰ পৰিবাৰে পুলিচৰ বিষয়াক কৈছিল: ঘটনাটো ঘটাৰ দিনা ডালিম হেনো প্ৰাণেশৰ ঘৰলৈ আহি তেখেতক দহাই দহাই কৈছিল সেইদিনা ৰাতি থকাকৈ যেন ডালিমৰ ঘৰলৈ যায়। আৰু অনুৰোধ পেলাব নোৱাৰি ৰাতি ডালিমৰ ঘৰলৈ যাওঁতেই উক্ত হত্যাকাণ্ডটো ঘটিছিল। আনহাতে হত্যাকাণ্ডটো ঘটাৰ পাচদিনাই ডালিম নিৰুদ্দেশ হৈছিল। পুলিচৰ মতে হত্যাকাণ্ডটোত সি লিপ্ত নথকা হ'লে ডালিমে প্ৰাণেশক নিমন্ত্ৰণ কৰাৰ দিনাই হত্যাকাণ্ডটো নঘটিলেহেঁতেন আৰু ঘটনাটো ঘটাৰ পাচদিনাই ডালিম নিৰুদ্দেশ নহ'লহেঁতেন।

কিন্তু ডালিমে মোৰ আগত কৈছিল: প্ৰাণেশ বৰাক সেইদিনা ৰাতি থকাকৈ মই মতাৰ কথাটো সচা। কিন্তু মই প্ৰাণেশক হত্যা কৰা নাই। উক্ত ঘটনাটোত মই জড়িত আছোঁ বুলি মোক এৰেষ্ট কৰি মোৰ ওপৰত এনে অত্যাচাৰ কৰাৰ বাবে মই দুখ পাইছোঁ। ডালিমে দুখ মনেৰে কৈছিল: আমাৰ সমাজ ব্যৱস্থা, আইনবোৰ এনে সোপাটিলা হোৱাৰ বাবেই আমাৰ মাজত এনে দুৰ্ঘটনা, হত্যাকাণ্ড ঘটিব লাগিছে। প্ৰকৃত দোষীবোৰক ধৰিব নোৱাৰা আৰু ধৰিব পাৰিলেও টকা খাই দোষীবোৰক এৰি দিয়াই হ'ল ইয়াৰ মূল কাৰণ।

ডালিমে চকুপানী টুকিছিল।

আৰু মোৰ আগত কৈছিল: কিন্তু মই জানো প্ৰাণেশক কোনে হত্যা কৰিলে আৰু কিহৰ কাৰণে প্ৰাণেশক হত্যা কৰিব লগা হ'ল। কিন্তু মই নকওঁ। মোৰ জেইল হ'লেও, ফাঁচী হ'লেও, মোৰ মুখৰপৰা হত্যাকাৰীৰ নামটো কোনেও উলিয়াব নোৱাৰে। মযে হত্যাকাৰী বুলি সন্দেহ কৰি পুলিচে মোক এৰেষ্ট কৰিছে। বিচাৰত যদি মোৰ সাক্ষীয়ে সচা কথা কয় তেতিয়াহলে মোৰ মুক্তি হবই আৰু যদি সাক্ষীয়ে অদল-বদল কৰে তেতিয়াহলে হয়তো মোৰ ফাঁচীও হ'ব পাৰে। মৃত্যুলৈ মোৰ আক্ষেপ নাই। কিন্তু ভগৱানৰ ওচৰত মোৰ আক্ষেপ থাকিব। আৰু ডালিম বৈ গৈছিল।

মোৰ মনটো উৎকৰ্ণ হৈ পৰিল।

ডালিমক কৈছিলোঁ: তোমাৰ আৰু মোৰ মাজত তেন্তে একোতেই পাৰ্থক্য নাই। বিনা অপৰাধতে তোমাক দোষী বুলি সন্দেহ কৰি এৰেষ্ট

কৰিছে। মোকো।ময়ো নিৰ্দোষী। তোমাৰ দৰে ময়ো কিন্তু অপৰাধীৰ নামটো প্ৰকাশ নকৰোঁ। যদি ফাঁচী হয় মোৰেই হওক। মোৰ বন্ধুজন কেৱল সাৰি যাওক। মোৰ মৃত্যু হ'লে কেতিয়াও, কোনো ক্ষেত্ৰতে, কাৰো হানি নহয়।

মোৰ কথা শুনি উৎকণ্ঠাৰে ডালিমে মোৰ মুখৰ ফালে চাই ৰৈছিল। আৰু বৰ দুখেৰে কৈছিল : তেতিয়াহলে আপুনিয়েই মোৰ হৃদয়ৰ বিশ্বস্ত বন্ধু। বহুতো কথাৰ মাজত ডালিমে মোক বাৰে বাৰে কৈছিল : শপত দিছোঁ। আপুনি কিন্তু কেতিয়াও, কাৰো আগত নকব। প্ৰাণেশক আমাৰ তাৰ পঞ্চায়তৰ সভাপতি পৰিমল হাজৰিকাই হত্যা কৰিলে। প্ৰাণেশ আৰু পৰিমলৰ মাটিৰ সীমাৰ কাজিয়াই ইয়াৰ মূল কাৰণ। আৰু মই জনাতে পৰিমলে হেনো প্ৰাণেশক প্ৰায় তিনি হাজাৰ টকা দিব লগা আছে। আকৌ শপত দিছোঁ, কথাটো কিন্তু কেতিয়াও কাৰো আগত আপুনি প্ৰকাশ নকৰিব। আৰু কি জানে, আমি ভাল মানুহ বুলি ভবা আটাইবোৰ মানুহেই আচলতে সাংঘাতিক মানুহ।

"তুমিনো পৰিমলৰ নামটো কৈ নিদিয়া কিয়? নামটো ক'লেই যে তুমি মুক্তি পাবা।"

মোক মুক্তি নালাগে। সিদিনা পৰিমলৰ প্ৰৰোচনাত পৰিয়েই মই প্ৰাণেশক ঘৰৰ পৰা মতাই আনিছিলোঁ। মোৰ শাস্তি হোৱাটোৱেই উচিত। পৰিমলৰ নামটো কৈ দিলেই যে মই মুক্তি পাম মই জানো। কিন্তু পৰিমলক এনে অৱস্থাত পেলাবলৈ মোৰ মনে নকয়। সি ন-কৈ বিয়া কৰিছে। তাৰ কিবা এটা অৱস্থা হ'লে তাৰ ঘৈণীয়েকজনীৰ কি অৱস্থা হ'ব। তদুপৰি সি মোৰ লৰালি কালৰ বন্ধু। বন্ধু হিচাবে তাক এইকণ উপকাৰ কৰিলে সি হয়তো মোক চিৰদিন মনত ৰাখিব। মই অকলশৰীয়া মানুহ। মোৰ কিবা এটা হ'লেও ভাবিবলৈ একো নাই। আকৌ কৈছোঁ, কথাটো কিন্তু আপুনি কাৰো আগত নকব।"

আৰু ৰাতিয়েই মই এটা নোট লিখিলোঁ।

: ডালিম নিৰ্দোষী। প্ৰাণেশ বৰাৰ হত্যাকাণ্ডটোত প্ৰকৃততে ধলপুৰ মৌজাৰ দক্ষিণ-পশ্চিম ধলপুৰ গাঁও পঞ্চায়তৰ সভাপতি পৰিমল হাজৰিকাহে লিপ্ত আছিল। নিৰ্ভৰযোগ্যভাৱে পোৱা বাতৰিমতে মাটিৰ কাজিয়া আৰু তিনি হাজাৰ টকাৰ লেনদেন থকা বাবেই এই হত্যাকাণ্ডটো সংঘটিত হৈছিল।



ৰিপৰ্টটো পুলিচ ইঞ্চপেক্টৰক দি মই ভাবিলোঁ : মোক কিহত বিশ্বাস কৰি ডালিমে ইমান এটা সাংঘাতিক সচা কথা মোৰ আগত প্ৰকাশ কৰিলে। ডালিমে নাজানিলে কিয় : মানুহৰ মই বিশ্বস্ত বন্ধু হ'লেও আমাৰ নিচিনা চাকৰি কৰা মানুহৰ যে একো বিশ্বাস নাই। ডালিমে নাজানিলে ভুলৰ পৰিণতিয়ে যে তাৰ সকলো সপোন এতিয়া ওলট-পালট কৰি পেলাব।

আৰু মই ভাবিলোঁ বন্ধুৰ বাবে যি নিজৰ জীৱনক মৃত্যুৰ গহ্বৰলৈ ঠেলি দিছে সেই ডালিম নামৰ মানুহটো কেনে ধৰণৰ মানুহ!

# এডাল সাঁকো

শ্ৰীবিপুলকুমাৰ বৰুৱা

কুঁৱলী আৰু মণিক তেনে এটা অভাৱনীয় অৱস্থাত আৱিষ্কাৰ কৰি চলিহাৰ কিবা যুদ্ধ কৰিবলৈ গৈ বন্দী হোৱা সৈনিকৰ দৰে লাগিল মনটো। নিজৰে তেওঁৰ এটা দোষী দোষী ভাব অনুভৱ হ'ল। আৰু এই অনাকাঙ্ক্ষিত দোষৰপৰা নিজকে মুক্ত কৰিবৰ বাবে চলিহাৰ মনটো অতিষ্ঠ হৈ উঠিল, সজাত থকা এটা চৰাইৰ দৰে। সেয়ে ইমান দিনে নাভাবেঁ। নাভাবোঁ বুলি থাকিও আজি হঠাতে চলিহাই এটা নতুন কথা ভাবিলে ; এটা নতুন কথা উপলব্ধি কৰিলে। চলিহাই ভাবিলে আৰু উপলব্ধি কৰিলে যে এই পৃথিৱীত মিলা-প্ৰীতি হৈছে মূল বস্তু, যাক কেন্দ্ৰ কৰিয়ে মানুহে জীয়াই থকাৰ যুক্তি বিচাৰে। চলিহাই বুজিলে, মানুহৰ মনত এটা অবুজ মায়া আছে।

বৰুৱা হৈছে চলিহাৰ প্ৰতিবেশী। দুয়োঘৰ মানুহৰ মাজত এক অহেতুক সম্পৰ্ক আছিল।

এটা সময়ত চলিহা আৰু বৰুৱাৰ ঘৰৰ মাজত আছিল মাত্ৰ এখন সামান্য চকোৱা আৰু এটা সামান্য খাল। সেই খালৰ ওপৰত দুডাল ভলুকা বাঁহৰ এডাল সাঁকোৱে দুয়োখন ঘৰৰ মাজত থকা এটা নিবিড় সম্বন্ধক সঘনে সকীয়াইছিল। এদিন চলিহায়ে সেইডাল সাঁকো দি লৈছিল বৰুৱাৰ ঘৰলৈ অহা-যোৱা কৰিবৰ বাবে। আৰু এদিন চলিহায়েই সেইডাল সাঁকোৰ প্ৰয়োজনীয়তা বিচাৰি নাপালে।

চলিহাৰ ল'ৰা-ছোৱালী মাত্ৰ এহাল। কুঁৱলী আৰু মণি। প্ৰায় দুবছৰৰ আগতে চলিহা অন্য এডোখৰ ঠাইৰপৰা এদিন নিজা ঘৰখনলৈ



চাকৰিত বদলি হৈ আহিল। যিদিনাই সপৰিয়ালে এই ঘৰখনত সোমালহি, সেই দিন ধৰি বিপদে আপদে বৰুৱাহঁতৰ ঘৰখনে যেনেকুৱা সহানুভূতি দেখুৱাই আহিছে, তেনে সহানুভূতি চুবুৰিটোৰ অন্য কাৰোৰে পৰা যে পোৱা নাই তাক চলিহাৰ ঘৰৰ চাকৰটোৱেও অস্বীকাৰ কৰিব নোৱাৰে, কৰাৰ যুক্তিও নাই।

চলিহাই প্ৰতিবেশী হিচাবে বৰুৱাহঁতৰ ঘৰখন বহু বছৰৰ আগৰ পৰাই চিনি পায়। কিন্তু ইমান ঘনিষ্ঠভাৱে পোৱা নাছিল বাবেই বৰুৱাহঁতৰ ঘৰখন বুজি পোৱাৰ সুবিধা নাপাইছিল। আৰু এতিয়া চলিহাই সেই সুবিধা পাইছে ; সেয়ে খুব সুন্দৰকৈ বুজি উঠিছে যে বৰুৱাহঁতৰ ঘৰখনত এক অদ্ভুত মায়া আছে যি মায়াই এখন ঘৰৰ প্ৰতিটো প্ৰাণীকে সমানে আকৰ্ষণ কৰে।

ৰাতিপুৱাৰ লগে লগে কুঁৱলীয়ে পিচফালৰ সাঁকো ডালেদি পাৰ হৈ দৌৰ দিয়ে বৰুৱানীৰ ওচৰলৈ। তাৰ পাচত বান্ধনি ঘৰত বৰুৱানীৰ ওচৰত মূঢ়া এটাত বহি ''বুইছে জেইঠাটি'' বুলি অনৰ্গল কুঁৱলীয়ে কথা কৈ যায়—সিহঁত আগতে থাকি অহা ঠাইখনৰ কোনোৰা নীলা নামৰ ছোৱালীজনীয়ে মুখখন লৰাই থাকে, কোনোৰা মন্তি বাইদেৱে কেনেকৈ চুলি বান্ধে, এই ঠাইখনলৈ আহি তাইৰ কেনে লাগিছে আদি মৰম লগা কিছুমান আগগুৰি-নোহোৱা কথা।

কুঁৱলীৰ পিচে পিচেই মণিয়ে পেণ্টটো ওপৰলৈ টানি টানি সেই একেডাল সাঁকোৱেদিয়ে টুকটুককৈ দৌৰ দিয়ে বৰুৱাৰ খ শ্ৰেণীত পঢ়া সৰু ল'ৰা বিণ্টুৰ ওচৰলৈ। বিণ্টুৰ লগত মণিয়ে নানা ধৰণৰ খেলা-ধূলা কৰে। সি তাৰ খেলাৰ সঁজুলি নি সোপাকে বিণ্টুৰ হাতত দি দিয়েগৈ। বিণ্টু তাতকৈ অলপ সৰু বাবে সি খুব মৰম কৰে। আৰু এটা সময়ত দুয়োটা একেলগে স্কুললৈ যায়। কুঁৱলী আৰু মণিয়ে খোৱা আৰু শোৱা সময়খিনিৰ বাহিৰে প্ৰায় বৰুৱাৰ ঘৰখনতে থাকে। থাকিবলৈ ভাল পায়।

ঠিক দুপৰীয়াৰ লগে লগে সকলোৰে যেতিয়া অফিচ, স্কুল আদিলৈ যায়, সেই সময়ত প্ৰায়ে চলিহানী বৰুৱানীৰ ওচৰলৈ যায় পিচফালৰ বাটটোৱেদি। চলিহানী মানুহগৰাকী অলপ আত্মকেন্দ্ৰিক। আনৰ কথা শুনাতকৈ নিজৰ কথা কবলৈ চলিহানীৰ আগ্ৰহ বেচি। কথাৰ মাজে মাজে কোনোবা এজন নিজৰ ককায়েকৰ কথা কবলৈ গৈ ''আমাৰ

দাদাই'' বুলি কোৱা শব্দ দুটা তেখেতৰ মুদ্ৰাদোষ বুলিও কব পাৰি। অথচ বৰুৱানীয়ে চলিহানীৰ লগত কথা পাতি ভাল পায়। নিজৰ ঘৰখনৰ কথা কয়, চুবুৰিটোৰ কথা কয়, নিজৰ ল'ৰা-ছোৱালী দুটাৰো কথা কয়। এটাৰ পিচত এটাকৈ কথাৰ প্ৰসঙ্গ অৱতাৰণা কৰে চলিহানীয়ে। আৰু সেই কথাত যোগ দিয়ে বৰুৱানীয়ে। কেতিয়াবা দুয়োগৰাকী লগ হৈ কাৰোবাৰ ঘৰলৈ ফুৰিবলৈও যায়। দুয়ো গৰাকীৰ মাজত এক অহেতুক মিলা-প্ৰীতি।

একেবাৰে শেহত, গধূলি বৰুৱাৰ ঘৰলৈ যায় চলিহা। দিনটোৰ অন্তত গধূলি সময়খিনি চলিহাই অকলশৰে বহি কটাবলৈ টান পায়। সেয়ে প্ৰায়ে ওলাই যায় বৰুৱাৰ ওচৰলৈ। অন্যৰ ঘৰলৈ যাবলৈ চলিহাই বৰকৈ ভালো নাপায়। তাতে বৰুৱা মানুহজন ৰঙিয়াল। প্ৰায় ৰসিকতা কৰি কথা কয়। বৰুৱাৰ ঘৰখনো চলিহাৰ নিজৰ নিজৰ লাগে; নিভাঁজ আদৰ-আপ্যায়নবোৰৰ কাৰণে। সেয়ে গধূলিৰ সময়খিনি বৰুৱাৰ লগত কটাবলৈ চলিহাৰ বেয়া নালাগে। বেয়া লগাৰ কোনো কাৰণো নাই।

দিন বাঢ়ি যোৱাৰ লগে লগে দুয়োখন ঘৰৰ মাজত অহা-যোৱাতে সীমাবদ্ধ থকা সম্পৰ্কটো পিচলৈ দিয়া-খোৱাত পৰিণত হ'ল। কোনোবা এঘৰলৈ কিবা ভাল বস্তু এটা আনিলে অকলে খাবলৈ বেয়া পোৱা হ'ল। খোৱা-লোৱা সকলো ক্ষেত্ৰতে এঘৰে অন্য ঘৰৰ কাৰণে চিন্তা কৰে; চিন্তা কৰিবলৈ ধৰিলে।

আৰু এই দুঘৰ মানুহৰ মাজত অজানিতে গঢ়ি উঠা এই আমেজ-পূৰ্ণ সম্পৰ্কটোৱে চুবুৰিটোত এটা মৃদু গুঞ্জনৰ ধ্বনি তুলিলে। কাৰোবাৰ ড্ৰইং ৰুমত, কাৰোবাৰ ঘৰৰ মহিলা মেলত, কাৰোবাৰ জুহালৰ গুৰিত আলোচনাৰ বিষয়বস্তু হৈ পৰিল চলিহা আৰু বৰুৱাহঁতৰ ঘৰ দুখন। চুবুৰিটোৰ মানুহবোৰৰ মনত অকাৰণতে এটা বিভেদ ভাব জন্মিল এই ঘৰ দুখনৰ প্ৰতি; যদিও প্ৰত্যক্ষভাৱে কোনেও সেই ভাব বেকত নকৰিলে।

কিন্তু এদিন অপ্ৰত্যাশিতভাৱে এই সকলোবোৰ এটা সামান্য কথাতে ওলট-পালট হৈ গ'ল।

কুঁৱলী ছোৱালীজনী যিমান মৰম লগা নিৰ্জু স্বভাৱৰ মণি ল'ৰাটো সিমান মৰম লগা হ'লেও সিমান নিৰ্জু স্বভাৱৰ নহয়। প্ৰতি দিনে ৰিণ্টুৰ



লগত খেল-ধেমালি কৰি থাকোঁতে বৰুৱাৰ ঘৰত কত নকৰিবলগীয়া কাম মণিয়ে কৰিছে তাক কোনেও নাজানে। জানিলেও কোনোদিন মণিক ঘৰৰ কোনেও একো টান কথা কোৱা নাই। টান কথাৰ সলনি মৰম কৰিয়ে হয়তো বুজাইছে—এনেকুৱা কাম কৰিব নাপায়। মণিয়েও সেই মুহূৰ্তত কাণ পাতি সকলো কথা শুনি পিচ মুহূৰ্ততে সকলো পাহৰি পেলাইছে অজানিতে। সেয়ে বৰুৱাৰ ঘৰৰ কোনেও মণিক সৰু ল'ৰা বুলিয়ে একো নকয়। কোৱাটো অনুচিত বুলি ভাবে।

কিন্তু এদিন ইয়াৰ ব্যতিক্ৰম ঘটিল।

অন্য দিনাৰ দৰে সেইদিনাও মণিয়ে বৰুৱাৰ ঘৰৰ ড্ৰইং ৰুমত ৰিণ্টুৰ লগত কিবা ধেমালি কৰি আছিল। ৰুমটোত এটা কোণত থকা ৰেডিঅ'-টোত এটা গীত গাই আছিল কোনোবাই। এবাৰ কি হৈ গ'ল কোনেও কব নোৱাৰিলে। হঠাতে মণিয়ে ৰিণ্টুৰ লগত খেল এৰি ৰেডিঅ'টোৰ কাষলৈ আহি কিবা এটা জোৰেৰে পকাই দিলে।

লগে লগে চাৰে পাঁচশ টকাৰ ৰেডিঅ'টোৰ বিজুতি ঘটিল। ৰেডিঅ'টো অকামিলা হৈ গ'ল খন্তেকতে। এই অভাৱনীয় কাণ্ডটোত বৰুৱাৰ ডাঙৰ ল'ৰা বিকাশৰ হঠাতে খঙটো উঠি আহিল মণিৰ প্ৰতি। আৰু নিজকে বাধা দিব নোৱাৰি, সদায়ে মৰমেৰে বুজাই অহা মণিক খঙেৰে ধমক দিলে বিকাশে। মণিয়ে সেই ধমকত ভয় খাই কান্দি দিলে। আৰু কান্দি কান্দিয়ে মণিয়ে বাৰীৰ চুকৰ সাঁকোডালেদি এহাতেৰে পেণ্টটো ধৰি ঘৰ পালেগৈ।

আৰু কোনোদিন এষাৰ তাক কথা নোকোৱা ঘৰখনৰ একমাত্ৰ ল'ৰা মণিৰ চকুত চকুপানী দেখি চলিহাৰ মনত এটা নতুন ভাবৰ উদয় হ'ল প্ৰথম বাৰৰ বাবে। চলিহাই ভুল বুজিলে। এই ভুলে চলিহাৰ মনত বৰুৱা-ঘৰৰ প্ৰতি এটা ক্ষোভৰ ভাব উমি উমি জ্বলাই তুলিলে। নিজে পিতৃ হৈও আজিলৈকে মণিক এটা ধমক দিয়া নাইবা দিয়াৰ কথা ভবাও নাই চলিহাই। তেনেস্থলত........

সেইদিনা দুপৰীয়া চলিহানী বৰুৱানীৰ ওচৰলৈ নগ'ল কথা পাতিবলৈ। সেইদিনা গধূলি চলিহাও নগ'ল বৰুৱাৰ লগত কথা পাতি গধূলিৰ সময়-খিনি কটাই দিবলৈ। লগে লগে প্ৰথমবাৰৰ বাবে এটা অগতানুগতিক দিন পাৰ হৈ গ'ল দুয়োখন ঘৰৰ ওপৰেদি।

পিচদিনা পুৱাৰপৰা কুঁৱলী আৰু মণিকো চলিহাই বন্ধ কৰি দিলে বৰুৱাৰ ঘৰলৈ যোৱাটো। নিৰুপায় হৈ কুঁৱলীয়ে পঢ়া মেজৰ ওচৰত

বহি খিৰিকীয়েদি সঘনে বৰুৱাৰ ঘৰলৈ চাই থাকিল অকাৰণতে। মণিয়ে বিণ্টুৰ লগত খেলাৰপৰা বঞ্চিত হৈ মনত দুখ পাই পুনৰ মিলনৰ কথা চিন্তা কৰিলে।

চলিহাৰ ঘৰৰ এই ব্যতিক্ৰমক বৰুৱাৰ ঘৰখনে কিন্তু সহজভাৱে লব নোৱাৰিলে। এদিন বৰুৱানীয়ে নিজে আহি চলিহানীক কথাটো বুজাই ক'লেহি। কিন্তু চলিহানী আঁকোৰগোঁজ হৈয়ে ৰ'ল। লগে লগে বৰুৱানী অহাটোও পাতলাই দিলে। আৰু এটা সময়ত চলিহাই বৰুৱাৰ ঘৰৰ কোনোবা অহাটোও নিবিচৰা হ'ল। মনে মনে তেওঁ বাৰীৰ চুকৰ বাটটো বন্ধ কৰি দিয়াৰ কথাও ভাবিলে। আৰু সেই কথাটো ভবাৰ কিছুদিন পাচতে এদিন চলিহাই স্বচক্ষে দেখিলে —কুঁৱলীয়ে কোনেও গম নোপোৱাকৈ মনে মনে বৰুৱাৰ ঘৰৰপৰা এইপাৰ হৈছে গাঁকোডালেদি। এক অনামী খঙে চলিহাক অতিষ্ঠ কৰি তুলিলে। জীৱনত প্ৰথম-বাৰৰ বাবে কুঁৱলীক ধমক এটা দিলে চলিহাই। আৰু বৰুৱাৰ ঘৰৰ মাজত থকা গাঁকোডাল উঠাই দি পুৰণা চকোৱাখনৰ ঠাইত এখন প্ৰকাণ্ড ইটাৰ দেৱাল তুলি দিলে চলিহাই।

আৰু এই ইটাৰ দেৱালৰ প্ৰয়োজনীয়তাৰ কথা ভাবি চুবুৰিৰ মানুহ বুঢ়াৰপৰা ল'ৰালৈকে সকলো স্তম্ভিত হৈ ৰ'ল। চলিহা আৰু বৰুৱাৰ ঘৰৰ এই বিচ্ছিন্নতাত কোনোবাই মন্তব্য কৰিলে: "সকলোৰে একোটা মাত্ৰা আছে।" কোনোবাই ক'লে: "বাৰীৰ চুকৰ বাটে এদিন বিপদ আনিবই।" কোনোবাই ক'লে—"................" মুঠতে সকলোৰে মনত এক অবুজ আনন্দ অনুভৱ কৰিলে এই দুঘৰ মানুহৰ অভাৱিত বিচ্ছেদত। দুঘৰ-এঘৰ সুবিধাবাদী মানুহে চলিহাৰ পক্ষ লৈ বুকুত সোমাবৰ বাবে বৰুৱাৰ ঘৰৰ বিৰুদ্ধে এনেয়ে দুষাৰ এষাৰ তীব্ৰ মন্তব্যও কৰিলে। চলিহা চলিহানীয়ে মনতে সান্ত্বনা লভিলে সেই মন্তব্যত।

ইটাৰ দেৱাল উঠাৰ দিন ধৰি বৰুৱাৰ ঘৰখন কিন্তু নিৰ্বিকাৰ হৈ পৰিল। ঘৰলৈ কোনোবা চুবুৰীয়া আহিলে চলিহা-চলিহানীয়ে যিদৰে বৰুৱাহঁতৰ ঘৰখনৰ বদনাম কয়, সেইদৰে বৰুৱা বৰুৱানীয়ে কিন্তু আনৰ আগত চলিহাৰ ঘৰখনৰ প্ৰসঙ্গ ভুলতো নুলিয়ায়। কোনোবাই উলিয়ালেও সহজভাৱেই সামৰি থয় বৰুৱা-বৰুৱানীয়ে। কাৰণ তেওঁলোকে জানে—হিংসাই সদায় প্ৰতিহিংসাক কঢ়িয়াই আনে।.............



কিন্তু আজি অলপ আগতে আৱিষ্কাৰ কৰা এটা কথাই চলিহাকো হঠাতে ভবাই তুলিলে। নিজৰে তেওঁৰ এটা দোষী দোষী ভাব অনুভৱ হ'ল। আৰু এই অনাকাঙ্ক্ষিত দোষৰপৰা নিজকে মুক্ত কৰিবৰ বাবে চলিহাৰ মনটো অতিষ্ঠ হৈ উঠিল, সজাত থকা এটা চৰাইৰ দৰে। সেয়ে ইমান দিনে নাভাবোঁ নাভাবোঁ বুলি থাকিও আজি হঠাতে চলিহাই এটা নতুন কথা ভাবিলে; এটা নতুন কথা উপলব্ধি কৰিলে। চলিহাই ভাবিলে আৰু উপলব্ধি কৰিলে যে এই পৃথিৱীত মিলা-প্ৰীতি হৈছে মূল বস্তু, যাক কেন্দ্ৰ কৰিয়ে মানুহে জীয়াই থকাৰ যুক্তি বিচাৰে।

আজি প্ৰায় ছমাহতকৈ বেচি হ'ল বৰুৱাৰ ঘৰৰ লগত সম্পৰ্ক বিচ্ছিন্ন হোৱাৰ। এই ছটা মাহৰ ভিতৰত বৰুৱাৰ ঘৰৰ কাৰো লগত এষাৰো কথা পতা নাই চলিহাই। কুঁৱলী আৰু মণিকো চলিহাই সেইখন ঘৰৰপৰা আঁতৰাই ৰাখিছে। ৰাখিবলৈ যত্ন কৰিছে।

কিন্তু অলপ আগতে আৱিষ্কাৰ কৰা কথাটোৱে যেন চলিহাক নিজৰ পৰাজয়ৰ কথাকে ঘোষণা কৰি দিলে। কিয় বাৰু ইমান বান্ধোনত ৰখাৰ সত্ত্বেও কুঁৱলী আৰু মণিয়ে বৰুৱাৰ ঘৰখনক পাহৰিব পৰা নাই। কাৰণ অলপ আগতে চলিহাই নিজ চকুৰে দেখিছে যে কুঁৱলী আৰু মণিক ইটাৰ দেৱালেও বাধা দিব পৰা নাই।

প্ৰকাণ্ড ইটাৰ দেৱালখনত এটা নিৰ্দিষ্ট ব্যৱধানত একোটাকৈ সৰু সৰু ফুটা আছে। একো চপৰা ইটাৰ ওপৰত উঠি তাৰে দুটা ফুটাইদি জুমি জুমি কুঁৱলী আৰু মণিয়ে লাহে লাহে কথা পাতিছে বৰুৱা ঘৰৰ লগত।

কুঁৱলীয়ে পাতিছে, "বুইছে জেঠাইটি, আগতে আমি থকা ঠাইখনত মোৰ নিচিনা এগৰাকী মানুহ আছিল। আমি খুৰী বুলি মাতিছিলোঁ। খুৰীয়ে যে মোক ইমান মৰম কৰিছিল, ঠিক আপোনাৰ নিচিনাকৈ জেঠাইটি.. আৰু বুইছে জেঠাইটি, কালি মন্তি বাইদেৱে এখন চিঠি দিছে........"

মণিয়ে পাতিছে, "বুইছা বিণ্টু, মোক চাবি দিয়া মটৰ এখন আজি দেউতাই কিনি দিলে। বৰ ধুনীয়া, এইখন চোৱা। তুমি অলপ ওচৰলৈ আহানা। ইহ্ ফুটাটোয়েদি নসৰকে পাই। কাইলৈ স্কুললৈ যাওঁতে লৈ যাম দেই।"

কুঁৱলী আৰু মণিৰ এই কথা শুনিও কিয় জানো, চলিহাই আজি একো কব নোৱাৰিলে সিহঁতক। কথা কোৱাৰ শক্তি যেন চলিহাই

হেৰুৱাই পেলালে। মণি আৰু কুঁৱলীৰ ওচৰত চলিহাৰ হঠাতে নিজকে বৰ সৰু সৰু লাগিছে। আৰু অপ্ৰত্যাশিত এক পৰাজয়ৰ গ্লানি বহন কৰি চলিহাই ৰুমটোৰপৰা ওলাই গৈ পিচফাল পালেগৈ। এখোজ দুখোজকৈ ইটাৰ দেৱালখনৰ ওচৰলৈ গৈ চলিহা এডোখৰ নিৰ্দিষ্ট ঠাইত থিয় হ'ল; যিডোখৰ ঠাইত আজিৰপৰা ছমাহৰ আগতে বৰুৱা আৰু তেওঁৰ ঘৰৰ মাজত থকা খালটোত আছিল দুডাল ভলুকা বাঁহৰ এডাল সাঁকো।

এটা নামবিহীন বিষাদে চলিহাৰ মনটো আচ্ছন্ন কৰি পেলালে। সেই বিষাদৰ আঁৰে আঁৰে চলিহাই চিন্তা কৰিলে, চিন্তা কৰিবলৈ চেষ্টা কৰিলে--বৰুৱা আৰু তেওঁৰ ঘৰৰ মাজত থকা খালটোৰ সাঁকোডাল আঁতৰাই এখন পকা দেৱাল দিলে সঁচা, কিন্তু তেওঁৰ ঘৰখনৰ মন আৰু বৰুৱাৰ ঘৰখনৰ মনৰ মাজত গঢ়ি উঠা সাঁকোডাল জানো আঁতৰাব পাৰিছে!

চলিহাই বুজিলে, মানুহৰ মনত এক অবুজ মায়া আছে।

